**URAH** : An Assamese novel written by Tarini Charan Baruah and published by Chandra Prakash, Panbazar, Guwahati-1

---

প্ৰকাশক : শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা,
চন্দ্ৰ প্ৰকাশ, পাণবজাৰ,
গুৱাহাটী-১

প্ৰথম প্ৰকাশ : ১৯৮৯ চন
দ্বিতীয় প্ৰকাশ : ২০০৯ চন

অলংকৰণ : উৎপল বৰা

মূল্য : ১২০.০০ টকা

ডি টি পি : টেকনো এড্‌, গোস্বামী ছাৰ্ভিচ, গুৱাহাটী-৩,
দূৰভাষ - ৯৮৬৪২-৯৬০৩০

: পাকিজা অফছেট
ধীৰেণপাৰা, গুৱাহাটী -২৫

# ।। উৎসৰ্গা ।।

সমন্বয় সম্প্ৰীতিৰ স্বাৰ্থক উদ্ধত তুলি লৈ, জনমভূমিৰ মানুহৰ লগত নিজকে জিলৃ নিয়াবলৈ, নিজৰ বিশ্বাস উপাধি ত্যাগ কৰি, হাড়ে হিমজুৰে অসমীয়া হোৱা, বয়সৰ আছোৰ দমাব নোৱাৰা, তিনিচুকীয়াৰ সুদক্ষ অভিনেতা ভাতৃপ্ৰতিম শ্ৰীযুত শশীকান্ত হাজৰিকাৰ নামত "উৰহ" উছৰ্গা কৰিলো।

তাৰিণি চৰণ বৰুৱা
পাঞ্জাবাৰী

# 'উৰহ'ৰ আগলি বতৰা

নাট্যাভিনয়ৰ আলোচনা চলি থাকোতে এদিন কবি, সাহিত্যিক শ্ৰীমান হৰেণ বৰঠাকুৰে মোক নাটক লিখাৰ লগতে উপন্যাস এখন লিখাৰ পৰামৰ্শ দিছিল। দেশৰ বৃহত্তৰ খাটি খোৱা জনগণৰ বাবে লিখা আৰম্ভ কৰিলো। আকাশৰ সৌন্দৰ্য, ফুলৰ গোন্ধ, চৰাইৰ মাতে আজিৰ শাসন ব্যৱস্থাত জৰৌৰৱা প্ৰজাক আকৰ্ষণ কৰিব নোৱাৰে। সেয়ে সাহিত্য সৃষ্টি কৰাৰ হেঁপাহ এফলীয়াকৈ ৰাখি সমাজৰ মুখ্য সমস্যাটোৰ ওপৰত মই মনতে ভাবি থকা কথাবোৰকে লিখিলো।

পাণ্ডুলিপিটো পঢ়ি সাহিত্যিক অধ্যাপক শ্ৰীমদন শৰ্মা আৰু সাহিত্যাচাৰ্য শ্ৰীমহেন্দ্ৰ বৰঠাকুৰে প্ৰকাশৰ কাৰণে উদ্‌গনি দিলে। পাণ্ডুলিপিটো ছপাশাললৈ নিব পৰাকৈ চকু ফুৰাই দি সহায় কৰিলে শ্ৰীযুত বাণীকান্ত বৰঠাকুৰে আৰু শ্ৰীহেমেন আচাৰ্যই। শ্ৰীমান ধৈৰ্য্য দাসে কপি কৰি দি যথেষ্ট সহায় কৰিলে। তেখেতসকললৈ শুভেচ্ছা জনালো।

কিন্তু সৰিয়হ ছটিয়াইও খেদিব নোৱাৰা ছপাশালৰ ভূতটোৰ পৰা ৰক্ষা নপৰিলো যদিও চান প্ৰিণ্টাৰ্চৰ কৰ্মীবৃন্দ তথা অধিকাৰী শ্ৰীমান জিতেন শৰ্মাই আস্থা সহকাৰে কিতাপখনি ছপা কৰি দিয়াৰ কাৰণে তেওঁলোকলৈ অভিনন্দন জনালো। তদুপৰি বিদ্যামন্দিৰৰ অধিকাৰী শ্ৰীমান গণেশ শৰ্মাই বিভিন্ন দিশত কৰা সহায়খিনিৰ শলাগ লৈছো।

তাৰিণি চৰণ বৰুৱা
সুবচনী পথ, তিনিচুকীয়া।

# দ্বিতীয় সংস্কৰণৰ প্ৰস্তুতিৰ প্ৰসংগত

চাহ বাগিছাৰ চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত ভাস্কৰ্য্য সৃষ্টি, নাট্য চৰ্চা আৰু অসম আন্দোলনত যুক্ত হৈ থকাৰ বাহিৰেও সময়ৰ সদ ব্যৱহাৰৰ মানসেৰেহে 'উৰহ' লিখিছিলো।

এজন প্ৰখ্যাত সাহিত্যিকে, মোৰ জ্ঞানৰ পৰিমাণক নিম্ন মূল্যায়ণ কৰিয়েই হবলা 'উপন্যাস হোৱা নাই' বুলি মোক প্ৰথমেই হতাশ কৰিছিলে।

বিশিষ্ট গল্পকাৰ শ্ৰীমদন শৰ্ম্মা আৰু প্ৰয়াত নাট্যকাৰ, সাহিত্যিক মহেন্দ্ৰ বৰঠাকুৰে পঢ়ি চাই প্ৰকাশ কৰাৰ কাৰণে উদ্‌গনি দিয়াত তিনিচুকীয়াৰ এগৰাকী বিখ্যাত প্ৰকাশকৰ ওচৰ চাপিছিলো। সত্যত ঢাকনি লগাই নিলিখাৰ কাৰণেই হবলা, প্ৰকাশৰ দায়িত্ব পালন নকৰিলে।

জেদত লাগি নিজৰ খৰচত মই তিনি হেজাৰ কপি ছপা কৰিলো। সৰ্বসাধাৰণ ৰাইজক লক্ষ্য কৰি উৰহ উপন্যাস লিখিছিলো যদিও অৰ্থনৈতিকভাৱে জুৰুলা ৰাইজে মোৰ কিতাপ কিনি পঢ়িব নোৱাৰে বুলি ভবাই নাছিলো। অফিচৰ শিক্ষিত চাকৰিয়াল অসমীয়াসকলৰ ওচৰ চপাৰ বাহিৰে মোৰ কোনো উপায় নাছিল।

কিতাপ লৈ অফিচৰ দুৱাৰে দুৱাৰে ঘূৰিলো। শতকৰা দহজন অসমীয়া চাকৰিয়ালেও যদি কিতাপ কিনাৰ আগ্ৰহ দেখুৱালেহেঁতেন।

প্ৰতিদিনত ওপৰুৱাকৈ পোৱা টকাৰে খৰচ কৰি কিতাপ এখন কিনাহেঁতেন। কিতাপৰ কাৰণে হোটেলৰ আড্ডাত এদিন কমকৈ ভোজন কৰাহেঁতেন।

বিবাহ, বাৰ্থ দে' আদিত উপহাৰ দিবলৈকে যদি কিতাপ কিনিলেহেঁতেন। নিজে নপঢ়েই, Book self অ'ত সজাই থ'বলৈও যদি কিতাপ একোখন কিনিলেহেঁতেন।

'নালাগে হেৰি' 'বহুত কিতাপ আছে' পঢ়িবলৈ সময় ক'ত? "কবিতাহে

পঢ়ি ভাল পাওঁ"— এনে ধৰণৰ কথা কৈ মোক বিমুখ কৰোতেও মই পিচ হুহঁকি নাহি, হতাশ নহৈ ওলোটাই খাচ অসমীয়া শিক্ষিত চামক প্ৰশ্ন কৰিছিলো, মোৰ প্ৰেম বিৰহৰ ওজন কিমান বেছি, সেই বিষয়বস্তুৰে লিখা কিতাপ নহয়। মানুহৰ অধিকাৰৰ প্ৰশ্নলৈ, লিখা সামাজিক উপন্যাসহে। অসমীয়া লেখক এজনক উৎসাহিত কৰাৰ স্বাৰ্থতে অসমীয়া শিক্ষিত কৰ্ম্মচাৰীসকলে যদি এধানি ত্যাগ নকৰে মই নিজৰ খৰছত ছপা কৰা কিতাপখন কোনে ল'ব? বাঙালীয়ে? বিহাৰীয়ে? অসমীয়া ভাষা-সংস্কৃতি কোনে জীয়াই ৰাখিব কওঁক?

মোৰ অপ্ৰিয় সত্য প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি কিছু সংখ্যক অসমীয়াই 'উৰহ' কিনি লৈছিল যদিও ছপাৰ খৰচটো উলিয়াব নোৱাৰিলো। তথাপিও সমাজ সচেতন কিছু ব্যক্তিৰ 'ভাল কিতাপ হৈছে' বুলি শুনা উক্তিত আত্মসন্তুষ্টি লাভ কৰাৰ কাৰণে বিশেষকৈ বহুজনৰ তাগিদাত তথা 'চন্দ্ৰ প্ৰকাশ'ৰ অনুগ্ৰহত হে 'উৰহ' ৰাইজৰ হাতৰ পৰশ পাইছে। তাৰ বাবে চন্দ্ৰ প্ৰকাশৰ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্ম্মাদেৱলৈ কৃতজ্ঞতা জনালো।

তাৰিণিচৰণ বৰুৱা
পাঞ্জাবাৰী, গুৱাহাটী
দূৰভাষ : ২৩৩২০৭৪

## ।। এক ।।

পাঁচখন সৰু বৰ গাঁৱেৰে দাংধৰা অঞ্চলটো। অঞ্চলটোৰ উত্তৰ-পূৱফালে বনাঞ্চল, চৰকাৰী মাটি। পশ্চিমফালে চাহ-বাগিছা গেৰেকী; আৰু বাগিছাৰ আবাদী হাবি-জংঘল। দক্ষিণে পি.ডব্লিউ.ডি আলিটো। আলিৰ সিপাৰে মিলনপুৰ চাহ বাগিছা। দৰঙ্গী চুক, জালুকণি, জানৰ মুখ, জাপি সজিয়া আৰু ৰংদৈ, এই পাঁচ গাঁৱৰ ভিতৰত জালুকণিৰ বাসিন্দাসকল ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা প্ৰাক্তন চাহ বনুৱা। বাকী কেইখন গাঁৱৰ সকলো মানুহেই স্থায়ী বাসিন্দা, আৰু সকলোৱেই কৰৈশুৰি সত্ৰৰ শিষ্য। দৰঙ্গী চুক গাঁৱত অৱশ্যে শিৱসাগৰৰ ফালৰ পৰা অহা চল্লিশ ঘৰমান মানুহ আছে। তেওঁলোকৰ নামঘৰ, ধৰ্ম্মীয় পন্থাও অলপ বেলেগ। গাঁও কিখনৰ বসতি ঘন। "সং ল সং ল গিয়াতিৰ সং ল" "কুল্-ল কুল্-ল, নদীৰ কুল ল"—বোলা পুৰণি প্ৰবচন ফাঁকি মানি চলাত এই কেইখন গাঁৱৰ মানুহ অলপ বেছি আগবঢ়া। গিয়াতিৰ কান্ধত উঠি শ্মশানলৈ যোৱা মানে পৰজন্মৰ পথ পৰিষ্কাৰ কৰা বুলি ভবা মানুহ এই অঞ্চলত সৰহ। আৰু মাছ-পুঠি, খৰি, পানী ইত্যাদিৰ সুবিধা ভোগ কৰা, তদুপৰি বাট-পদূলীৰ অভাৱত নদীয়েদি বেহা-বেপাৰলৈ অহা যোৱা কৰাৰ সুবিধাৰ কাৰণেই নদীৰ কুল লোৱাটো একালত বিশেষ প্ৰয়োজন আছিল যদিও আজিকালি নদীৰ কুল লোৱা মানেই বিপদ। কাৰণ আজিকালি নদীৰ মাছ নদীতে ডাক হয়। বাৰিষা নদীৰ পানীয়ে বাৰীৰ পাণ কিজোপাৰ পৰা পথাৰৰ ধান পৰ্য্যন্ত শেষ কৰি ৰাইজক জুৰুলা কৰে। গাঁৱৰ ৰাইজৰ কাৰণে পানী খোৱাৰ বাহিৰে নদীৰ কুল লোৱাত বিশেষ সহায় নহয়। আজিকালি অৱশ্যে নদীৰ কুল লোৱাত ৰাইজৰ আস্থাও নাই জাপি সজিয়াৰ মানুহখিনিয়ে যুগ যুগ ধৰি ডিব্ৰু নদীৰ ওপৰত জীৱিকা নিৰ্বাহ কৰি আহিছিল, যদিও আজিকালি সেই উপজীৱ্য চৰকাৰে কাঢ়ি নিলে। দাংধৰা অঞ্চলৰ শিৱসাগৰীয়া মানুহখিনিৰ বেছি ভাগৰে মাটি-বাৰীৰ অভাৱ আছিল। শালৰ

মাজুত শিঙিহে গাঁৱত তিষ্ঠিব নোৱাৰি ওলাই অহা কেইটামান মানুহে বাকী মানুহখিনিক এঘৰ-দুঘৰকৈ পুৰণা ঠাইৰ পৰা দৰঙ্গী চুকলৈ উলিয়াই আনিলে। "চৰকাৰী জলদোবা মাটিত ধান খুউব হয়। দল টানিলেই ৰুব পাৰি। কষ্ট কম হয়। বিনামূলীয়া মাটিও বহুত পৰি আছে।" এনে কথাৰ প্ৰলোভনত পৰি, বহুত আশা বুকুত বান্ধি, এই চল্লিশ ঘৰ মানুহ দাংধৰাঁলৈ আহি এতিয়া বিপদতহে পৰিছেহি। কিন্তু তেওঁলোকে দখল কৰা মাটিৰ মোহে বিপৰ্য্যয়কো পৰাজয় কৰিছে। বিশ, পঁচিশ বছৰ দখলত থকা মাটিৰো পট্টা নাই। পট্টা পোৱাৰ আশাও নাই। ডিব্ৰু নদীৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰি জলদোবা মাটি দল গুচাই ৰোৱে, ধানো হয়। কিন্তু ভঁৰাললৈ ধান নাহে। তথাপি প্ৰতিবছৰে ৰোৱে। জাপি সজিয়াৰ ৰাইজে জাপি সাজে। টকৌ গছ ঘৰে ঘৰে আছে। বাগিছাৰ বজাৰত দেওবৰীয়া হাটত, জাপি বিক্ৰী কৰেগৈ। আগতে জাপিসজিয়াৰ জাপি বুলিলে মানুহে নোচোৱাকৈ কিনি নিছিল। আঁজিকালি সস্তাত দিলেও বিক্ৰী নহয়। তাৰ কাৰণো অৱশ্যে আছে। কুঁমলীয়া বাঁহৰ কাঠিৰে কোনো ৰকম বছৰটো পাৰ হোৱাকৈ আজিকালি ৰাইজে জাপি সাজে। কম দামত, সস্তীয়া বস্তু ঘনকৈ বিক্ৰী হ'লেহে কাৰবাৰ চলে। বছেৰেকত এটা জাপি কিনিবলৈ গ্ৰাহকক ৰাইজে বাধ্য কৰিছে। বাকী, জানৰ মুখ, দৰঙ্গী চুক গাঁৱৰ মানুহে বাৰীত ঘৰে ঘৰে শাক-পাচলি কৰে। সুমথিৰা টেঙাৰ বাৰী প্ৰায় মানুহৰে কম বেছি পৰিমাণে আছে। ৰংদৈৰ মানুহখিনিৰ কেইঘৰমানৰ কিন্তু ডাঙৰ ডাঙৰ সুমথিৰা বাৰী আছে। বাৰীবোৰ বছৰ বছৰ ধৰি তিনিচুকীয়াৰ বেপাৰীয়ে কজ্জাত ৰাখিছে। এবাৰ সৰহকৈ টকা দি তাৰ সুদতে প্ৰতি বছৰে টেঙা লৈ যায়। অৱশ্যে হোজা গাঁৱলীয়া মানুহখিনিক কেৰাচিন তেল, নিমখ, কাপোৰ-কানি আদি মাজে মাজে দি কৌশলেৰে ফুচুলাই ৰাখে। টেঙা কিন্তু প্ৰতি বছৰে বাৰীবিলাকত বেপাৰীয়ে কম পায়। গছৰ টেঙা শেষ হয়, সুদ শেষ নহয়। টকাৰ মূল্য হ্ৰাস হয়, সুদৰ মূল্য বৃদ্ধি পায়। অনিৰ্দ্দিষ্ট কাললৈ টেঙাবাৰীৰ মালিকবোৰ বেপাৰীৰ কবলত বান্ধ খায় থাকে। পুৰণা মানুহখিনিৰ কম সংখ্যকৰহে পাঁচ-ছয় মাহৰ ভাত নিজৰ ভঁৰালৰ পৰা জোৰা মৰে। প্ৰায় মানুহেই চৰকাৰী ৰিজাৰ্ভৰ খাল, দোং, বিল আদিত চেপা, ডিঙৰা, জাল-জুলুকীৰে চুৰ কৰি মাছ মাৰি বিক্ৰী কৰে। শিৱসাগৰৰ ফালৰ পৰা অহা মানুখিনিয়েও মাছ ধৰে। কিন্তু জাত যোৱাৰ ভয়ত দেখুৱাই বিক্ৰী নকৰে। মাছৰ বাহিৰেও ৰিজাৰ্ভৰ বেত, বেতগাঁজ, খৰি আনি তাকে বেচি জালুকণি গাঁৱৰ সৰহ সংখ্যক মানুহে

পোহপাল গৈছে। কিছু সংখ্যক মানুহে ওচৰৰ বাগিছা কিখনত "ফালটু" বনুৱা হিচাবেও কাম কৰে। মুঠৰ ওপৰত এই পৰ্য্যন্ত অঞ্চলটোৰ খাবলৈ নাপায় কোনোবা মানুহ মৰিছে বুলি কোনেও শুনা নাই।

গেৰেকী বাগিছাৰ পৰা অহা আলিটো আৰু দৰঙী চুকৰ ফালৰ পৰা অহা আলিটো দুয়োটাই একে ঠাইতে পি.ডব্লিউ.ডি. আলিত য'ত খুন্দা মাৰিছেহি সেই আলিটোৰ চুকে চুকে দোকান। গীগৰাজৰ গেলামালৰ দোকানখন ডাঙৰ। বাকীবোৰত চাহ, তামোল, মদৰ ব্যৱসায় চলে। অসমীয়া আলোচনীৰ দৰেই দোকানবোৰৰ আয়ুসো এবছৰ ডেৰ বছৰৰ বেছি নহয়। গীগৰাজে বাগিছাৰ বনুৱাক উচটনী দি চাহপাত চুৰ কৰাই আনে, আৰু কিবা ভিতৰুৱা কাৰবাৰ এটা আছে বুলিও মানুহে সন্দেহ কৰে। কাৰণ দধিয়াৰ ফালৰ মিচিং মানুহ আৰু লাইকাৰ ফালৰ নেপালী মানুহৰ সমাগম গীগৰাজৰ দোকানত বেছি। দৰঙী চুকৰ ফালৰ পৰা অহা আলিটোৰ মুৰৰ লফকৰ চাহৰ দোকানৰ বাৰাণ্ডাৰ বাঁহৰ চাংখনতে বকুল বহি আছিল। দোকান খোলাই নাই। আকবৰ আহি বকুলৰ দাঁতিতে বহিলহি। অলপ পৰৰ পিছতে বলোৰামো আহি পালেহি। লফকে দোকানৰ তলাটো খুলি বাঁহৰ দুৱাৰখন ঠেলামাৰি খুলিলে। "আজিও আহিছ নেকি? বাছলৈ সময় আছে বৰ জলদি আহিলি?" নখৰ তলৰ বোকাবোৰ খুচৰি থকাৰ পৰাই বকুলে মূৰ তুলি লফকক মাত দিলে। "কালি নাহিলে যেতিয়া আজি সি আহিবই, আৰু খবৰ দিও আমাক নাপালেহি বেয়া কথা নহ'ব জানো?" লফক দোকানৰ ভিতৰ সোমাল। বলোৰামে বোলে "ঐ আজি নাহিলে কিন্তু মই আৰু কাম খতি নকৰো দেই।" আকবৰে কণ্ঠি, মুহিৰামইঁত আহিছে নেকি বলোৰামক চাবলৈ ক'লে। বলোৰামে ডিঙি মেলি বাটৰ ফালে চাই আহিল। অহা নাই। চম্পা ফুলজোপাৰ তলত বহুত ফুল সৰি আছিল। বলোৰামে সৰাফুল দুটামান বুটলি লৈ সুঙি সুঙি ক'লে— "গোন্ধটো বৰ ভাল পায়, বকুল।" "কিহৰ ঐ?" লফকে সুধিলে। "এই চম্পা ফুলৰ গোন্ধটোৰ কথা কৈছো, লফক কাইটি। তই ফুলৰ গোন্ধৰ মাজতে থাকিও কিহৰ গোন্ধ বুলি সুধিছ?" লফক ওলাই আহি ক'লে বোলে, "ফুলৰ গোন্ধে গেন্ধেলা নাকত নধৰে অ'ই। ফুলৰ গোন্ধ, চৰাইৰ মাত, আকাশৰ বহল চোৱা সেইজাত মানুহেই বেলেগ। গাৰ বোকা নুগুচা মানুহক সেইবোৰ দৰকাৰ নাই। কি কৰ' আকবৰ? ইমান কিখন গাঁৱৰ মানুহৰ কাৰ ঘৰত কেইজোপা ফুলগছ ওলাব? ফুল চাবলৈ বাইজৰ সময়ো নাই, ফুল ৰুবলৈ ঠাইও নাই।" বকুলে

বোলে, "সেইবোৰ বহি খোৱা মানুহকহে লাগে। ইয়াক নগৰলৈ পঠিয়াই দিব লাগিব লফক কাইটি! এই, ফুলৰ গোন্ধ বিচাৰিছ যদি নগৰলৈ যা।" ফুল, তৰা, আকাশ, নদী, চৰাইৰ মাতৰ মাজতে থাকিও সেইবোৰ চাবলৈ গাঁৱৰ মানুহৰ আজৰি নাই। বলোৰাম আহি বহি দিলত চাংখনে মেৰমেৰাই উঠিল। কথাইও মোৰ সলালে। "তহঁতি মোৰ চাংখন নাভাঙিবি দেই, আকবৰ। ছটা মানুহ বহা চাংখনত তিনিটা মানুহ বহোতেই মেৰমেৰাই উঠিছে। তহঁতৰ ওজনো বাৰুকৈয়ে আছে দেই। ঘৰত বহাদি নবহিবি আকৌ।" "ঘৰত বহাদি নবহিবি" বুলি কোৱাৰ কাৰণে বলোৰাম আৰু বকুলে হাঁহি ৰাখিব পৰা নাই। আকবৰৰ মুখত হাঁহি নোলোৱা দেখি বকুলে বোলে "পৰৰ পালে জ্বৰৰ গাৰে খাবলৈ কৈছে লফক কাইটি। সেই কাৰণেই আকবৰে গাৰ গোটেই ভৰটো দি বহিছে।" আকবৰে গাৰ বনিয়ণটো খুলি কপালৰ ঘামবোৰ মচি ল'লে। গেৰেকীৰ ফালৰ পৰা অহা বিয়াৰ বাজনাই বকুলহঁতৰ দৃষ্টি টানিলে। আগদিনা বিয়াৰ মানুহবোৰ বাছৰ পৰা নামি যোৱা সিহঁতে দেখিছিল। এতিয়া ছাতিৰ তলত দৰা-ছোৱালী আহিছে। লফকে ক'লে—"আকবৰ ঐ, লোকৰ বিয়ানো কিমান দিন চাবি? ক'লিৰ মানুহ, অভাৱ-অনাটনত কোছ খাই থকা মনবোৰ, ছোৱালী এজনী আনি ল'লে মুকলি হয় অ' বকুল। সোনকালে বিয়া পাতহঁক।" আহাৰৰ দুপৰীয়াৰ ৰ'দ। সেই ৰ'দত আগদিনাৰ উজাগৰি ৰাতিৰ ভাগৰেও বিয়াৰ লগত অহা মানুহখিনিক ভাগৰুৱা কৰিব পৰা নাই। বাটে বাটে সিহঁতে নাচি আহিছে। দুখ বুজি নোপোৱা, ৰ'দ ভাগৰে দমাব নোৱাৰা শ্ৰমিক! চাৰিআলিত মানুহবোৰ বাছলৈ ৰৈ থকা দেখি সিহঁতৰ কালি ঢোলবোৰ বেছিকৈ বাজিল। অঙ্গী-ভঙ্গী কৰি সিহঁতে বেছিকৈ নাচিছে। সিহঁতৰ গীত-নাচ চোৱা এজাক মানুহ পাইছে। লফকৰ দোকানৰ বিস্কুট বিয়াৰ পাৰ্টিয়ে শেষ কৰিলেহি। কেইটামানে সুদা চাহহে খাবলৈ পালে। দোকানৰ পৰা ওলাই গৈ মানুহবোৰ বাটৰ দাঁতিত ৰ'লগৈ। হাতত বৰশী, জাল লৈ কেইটামান ফাল্টু বনুৱা গেৰেকীৰ ফালৰ পৰা দধিয়াৰ ফালে পাৰ হৈ গ'ল। মাছ পালে চাউল, দাইল ঘূৰি যাওঁতে কিনি নিব। বুঢ়ী এজনীয়ে গাখীৰ এবটল লফকক দিলেহি। বটলটো খালী কৰি বুঢ়ীক ঘূৰাই দি লফকে ক'লে "মাল গধূলি ভাগেহে পাবি।" বুঢ়ীয়ে বটলটো লৈ গ'লগৈ। "গাখীৰ বেচি মদ খায় নেকি অ' লফক কাইটি?" — বকুলে সুধিলে। "গাখীৰ মুখত নিদিয়াকৈ সিহঁত বুঢ়া-বুঢ়ী হ'ল। নামকটাৰ পইচা পাই গৰু এজনী লৈছে। বুঢ়াক গধূলী সদায় এবাতি লাগেই হেনো" লফকে ক'লে।

"তোৰ দোকানখনে পইচা উলিয়াই দেই। দিনটো খুলি নাৰাখ কেলেই?" বলোৰামৰ কথা শুনি লফকে হাঁহি এটা মাৰি ক'লে, —"বিয়াখন সোমোৱা দেখিলি? বাৰমাহে এইদৰে বিয়া হৈ থকাহেঁতেন বিক্ৰীও হ'লহেঁতেন। মিছা জানিছ, বলো, গধূলি দুপইছা ওলাই। তাকো বাগানৰ দৰমহা দিয়াৰ এসপ্তাহ মানলৈকে আৰু মাল বনাবলৈ সময় নোলায় নহয়। যিদিনা দুপইচা বিক্ৰী হ'ব সেইদিনাই খাকী পোছাক পিন্ধা বৰটোকোলাকেইটা আহি ডিণ্ডিত হেঁচা মাৰি ধৰি লৈ যাবহি। এৰি দিম। জানিছ। ঘৰৰ কাম বস্তুত লোকচান হৈছে। মাত্ৰ আৰু দুটামান মাহ টানি আঁজুৰি ল'ৰাটোৰ কলেজৰ পইচা কেইটাৰ ধাৰটো মাৰি লওঁ। সি এইবাৰ পাৰ হ'ল নহয়। ঘানি ঘূৰাই দিছে পায়। তাৰ লগতে ভালেখিনি পইচা দৰকাৰ হৈছে।" চাহ খোৱা বাচনবোৰ বাটৰ দাঁতিৰ খালটোৰ পানীত ধুই লফকে কৈ থাকিল। "আমাৰ ভাগ্যত নাই জানিছ, বকুল। অতদিনে ল'ৰাই বি. এ. পাছ্ কৰি ধন ঘটি খুৱালেহেঁতেন। একমাত্ৰ ৰিখেশ্বৰ মাষ্টাৰৰ দোষত ল'ৰা চাৰি বছৰ দিন মেট্ৰিকতে লাগি থাকিল। ল'ৰাৰ মগজো আছে বুলিছে। থাকিলেনো কিডাল হ'ব কচোন? মাষ্টৰে পঢ়ালেহে ল'ৰাই পঢ়িব। হেড্ মাষ্টৰ হৈ ৰিখেশ্বৰে হ্যৰিয়া-চুলাই বিচাৰি পিং-পিঙাই ফুৰিব। তলৰ মাষ্টৰজাকে বাৰুহে পায়। মন গ'লে পঢ়াই, মন নগ'লে নপঢ়াই। বলোৰামে বোলে, "বিবেকা মাষ্টৰ যোৱাৰ পৰা মাইনৰ স্কুলৰো পঢ়া-শুনা ঢিলা হ'ল লফক কাইটি। বিবেকা মাষ্টৰ মাইনৰ স্কুলত থাকোতে বাগানৰ মজদুৰৰ ল'ৰাইতেও বৃত্তি পাইছিলি। তেওঁক বদলি কৰি হাইস্কুল পাতিলে।" লফকে বোলে— "হাইস্কুল পাতে, কলেজ পাতে, পাতি থাকক, ভালেইহে। পিছে ল'ৰা পঢ়াব নজনা অঙহী-বঙহীবোৰক মাষ্টৰ পাতি ল'ৰা-ছোৱালীৰ মূৰ বিলাক খাব নালাগে নহয়। আমি বাপেকীবোৰে কম কষ্ট পাইছোনে? তইঁতৰ বাছ আহিছে দেই।" বাছ আহিছে বুলি কোৱাৰ লগে লগেই আটাই কেওটাই বাটলৈ চালে। বাছ আহিছে যদিও ভালেখিনি দূৰতে আছে। ইমান দূৰৰ পৰা বাছৰ শব্দ শুনি লফকে বাছ আহিছে বুলি কোৱা বাবে বকুল আচৰিত হৈছিল। পিছে বাছখনৰ ঘেটেং ঘাটাং শব্দ কাণত পৰাৰ লগে লগে বুজিলে সেই শব্দবোৰ শুনি থকাৰ কাৰণেই লফকে বাছ অহাটো খাটাংকৈ ক'ব পৰা হৈছে। বাছ আহিল। বাছৰ মানুহ নামিবলৈ নৌ-পাওতেই বৈ থকা মানুহবোৰ উঠিবলৈ উথপ্ থপ্ লগালে। হেঁচা ঠেলা কৰি বংশী বাছৰ পৰা নামি আহিল। বাকচ নমালে। আকবৰইতে বংশীৰ বস্তবোৰ লফকৰ দোকানৰ আগলৈ কঢ়িয়ালে।

বাছ গ'ল। চাৰিআলিৰ মানুহবোৰো গৈ শেষ হ'ল। লফকৰ দোকানলৈ কোনো গ্ৰাহক নোসোমোৱাৰ কাৰণে লফকৰ মনটো সেমেকিল। বংশীলৈ লফকে একেথৰে চাই আছিল। তাহানিৰ বল খেলাত দেখা লেংপেঙীয়া বংশীটো এতিয়া গজিন্দ্ৰ মানুহ হ'ল। মোছ কোছাৰে সৈতে ফৌজিৰ লায়েকৰ মানুহটো হৈছে। হাতত বন্দুক এটা লৈ এইটো মানুহ গাৱঁত সোমালে মানুহে দিনতে দাংমাৰি সোমাব। "মোৰ দোকানত চাহ একাপ নাখাব নেকি অ' বংশী?" লফকৰ মাত শুনি বংশীয়ে ঘূৰি চালে। "বস্তুবোৰ চাই লৈছোহে।" আকবৰহঁতৰ সৈতে বংশী চাহ খাবলৈ বহিলগৈ। লফকে চাহ দিয়াত লাগিল। বংশীয়ে লফকলৈ চাই থাকিল। মানুহটো বুঢ়াৰ নিচিনা হ'ল। লফক মেছাকিৰ মানুহ। বংশীয়ে লফকক আগৰ পৰাই চিনি পায়। মেছাকিত ফুটবল খেলিবলৈ যাওঁতে লগ পোৱা মানুহ। লফকে চাহ চাৰি গিলাচ দিলেহি। দোকানখনৰ দুৰ্বলতা বুজাই ক'লে—"চাহৰ লগত দিবলৈহে একো নাই পাই, বিয়াখনৰ ল'ৰাজাকে পপ, বিস্কুট শেষ কৰি দিলে। গাঁৱত সোমাই থকা হ'লে যে কি হৈ থাকিলিহেঁতেন মই তাকেহে ভাবিছো পাই বংশী। তোৰ ভাগ্য ভাল বুলিছো। কাৰণ কেলেই, চৰকাৰী খৰচত "ইণ্ডিয়া" দেশখন উধৰ পৰা মুধলৈকে ঘূৰিছ, মন ফুৰ্ত্তি কৰি আহিছ, আছ। তইঁতৰ দেখিয়ে মন সন্তোষ পাই। আমাৰ লম্বোদৰকো ফৌজিলৈকে পঠিয়াবৰ মন আছিল, জানিছ। পিছে কি হ'ব ভাগ্যত নাই। বোলে "দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰো শুকায় মাণিকো লুকাই।" হেৰ' মাত্ৰ এক ইঞ্চিয়ে নেপালে গৈ। চব ঠিক হৈছিল পাই বকুল, মাত্ৰ ওখটো চাপৰ হোৱা কাৰণেই ন'হলগৈ।" ফৌজিৰ চাকৰিৰ কাৰণে লফকৰ আগ্ৰহ দেখি বংশী আচৰিত ন'হল। কাৰণ চাকৰি এটা পোৱাৰ আশাত তাৰো এসময়ত তেনেকুৱা অৱস্থাই হৈছিল। পঢ়া-শুনা কৰিব নোৱাৰা মানুহৰ কাৰণে মিলিটেৰী, চিপাহী, পিয়ন কনিষ্টবলৰ চাকৰি বিচৰাৰ বাহিৰে গত্যন্তৰ নাই। "তোমাৰ ল'ৰাৰ ভাগ্য ভাল আছিল কাৰণেহে ফৌজিৰ চাকৰি নেপালে বুলি কৈছো, কোৱাইটি।" বংশীয়ে লফকৰ নামটো পাহৰিলে। "পাৰোতে মই চাকৰি এৰি গুচি অহা নাই। নিজৰ মনটোক, দেহাটোক, হাত-ভৰি কেইটাক নিজৰ ইচ্ছামতে য'ত দিনটোৰ বাবে এঘণ্টাও ব্যৱহাৰ কৰিব নোৱাৰি, তেনেকুৱা চাকৰি কৰাতকৈ লোকৰ ঘৰত হাজিৰা কাম কৰিলেও মনৰ স্বাধীনতা থাকে জানিছ।" বংশীয়ে চাকৰি এৰি অহা কথাটো শুনি লফক আচৰিত হ'ল। "সেইদৰে হ'লেচোন ফৌজিত মানুহ নাথাকিলেইহেঁতেন।

কষ্ট-মষ্ট কাৰ থাকিব লাগিছিল পায়। গুচি অহাটো বাৰু নকৰিলি বুলিছোঁ। ৰ'বি সেইফালৰ ভেগাবোৰ কেনেকুৱা হয়?" বংশীহঁত যাবলৈ উঠিল। "ভেগাবোৰ কেনেকুৱা হ'ব? — একেই মাটি-পানী, একেই চকু-মুখ থকা মানুহ। ধনী মানুহ আছে। বিৰাট বিৰাট পকী ঘৰ, তাৰ নগৰবোৰতো দেখিবা। গাঁওবিলাকত আমাৰ গাঁৱৰ দৰেই জুপুৰী ঘৰ। ৰ'দ বৰষুণত গাঁৱৰ মানুহে আমাৰ ইয়াৰ দৰেই দেহা মাৰে। দুবেলা দুমুঠি খাবলৈ নোপোৱা মানুহ বেছি। ধনী মানুহ কম।" কথাবোৰ কৈ কৈ বংশীহঁতে বস্তু-বাহানি লৈ মাষ্টৰৰ ঘৰলৈ বুলি বাটলৈ উঠিল।

চপাতল চাৰিআলিৰ পৰা বিবেকা মাষ্টৰৰ ঘৰলৈ প্ৰায় এমাইলমান দূৰ হ'ব। পি.ডব্লিউ.ডি আলিৰ পৰা নামি কৰৈগুৰি সত্ৰৰ ফালে যোৱা বাটেৰে সিহঁত আগবাঢ়িল। বাগিছাৰ গ্ৰাণ্টৰ মাজৰ বাটচোৱাৰ বাদে বাকীছোৱা বাটত দুপৰৰ ৰ'দে সিহঁতক সিজাই পেলাইছে। বাটটো বহল। কংস বেজবৰুৱা এম. এল.এ হৈ থাকোঁতে সত্ৰলৈকে এই বাটচোৱা ঠিক কৰি লৈছিল। পথাৰখন পাৰ হৈ সিহঁতি মানুহৰ ঘৰৰ ওচৰ পালেহি। প্ৰথম ঘৰটোৱেই এই অঞ্চলৰ মুধা ফুটা পুৰণি ধনী জগন্নাথ বেজবৰুৱাৰ ঘৰ। জগন্নাথ বেজবৰুৱা মৌজাদাৰ মৰাৰ পিছত, পুতেক কংস বেজবৰুৱাই ৰাজনীতিত ধৰিলে। ব্যৱসায় বাণিজ্য, তদুপৰি খেতিৰ ধান, কাঠৰ মিল, ইত্যাদিবোৰৰ জঞ্জাল চম্ভালিব লাগে কাৰণে কংস বেজবৰুৱা এই গাঁৱৰ ঘৰটোত অকলশৰে থাকে। বাকী ঘৰৰ সকলো মানুহ তিনিচুকীয়া নাইবা ডিব্ৰুগড়ৰ ঘৰত। দ্বিতীয় আৰু তৃতীয় দুঘৰ মানুহ কংসৰ বংশৰে যদিও অৱস্থা বেয়া। এঘৰৰ মূল মানুহজনে দান-দক্ষিণা লোৱা, পুৰোহিতালি কৰা আদি ধৰ্মীয় কামবোৰ কৰে। লোকৰ মঙ্গলৰ কাৰণেই সকলো কৰে, কিন্তু নিজৰ মঙ্গলৰ কাৰণে তেওঁৰ পুৰোহিতালিয়ে একো কাম নিদিয়ে। আৰু অন্যজনে পানী জৰা, তাবিজ দিয়া ধৰণৰ বেজালি কৰি চলিছে। তেওঁ অকলশৰীয়া, দাং বৰলা মানুহ। সেই তিনি ঘৰ মানুহ পাৰহৈ সৰু কেকুৰীটোৰ বাওঁফালে থকা নতুন টিনৰ বাঁহ-কাঠৰ ঘৰটোৱেই বিবেকা ভট্টাচাৰ্য্যৰ ঘৰ। বিবেকা মাষ্টৰ চামগুৰিলৈ বদলি হৈ যোৱাৰ প্ৰায় পোন্ধৰ-ষোল বছৰৰ পিছত বাঘে পোৱালী জগোৱা এৰাবাৰীখনত নতুনকৈ ঘৰটো সাজি লৈছেহি। মাষ্টৰ ওখই ছয় ফুটমান হ'ব। জীৱনৰ বিয়লি পৰতো পকা থেকেৰা বৰণৰে তেওঁৰ মুখখন দেখিলে এসময়ত যে তেওঁক মতা মানুহেও ঘূৰি ঘূৰি চাইছিল সেইটো কথা সহজেই অনুমান কৰিব পাৰি। বৰ্ত্তমান তেওঁৰ

বয়স সত্তৰ বছৰৰ ওচৰা-ওচৰি যদিও চুলি এডালো পকা নাই। বাউসীত পৰাকৈ  চুলি কাটে। দাড়ী নাকাটেই। পায়জামা পঞ্জাবী পিন্ধা হ'লে শিল্পী যেন লাগিলহেঁতেন যদিও তেখেতৰ ভিতৰত শিল্পী দক্ষতা আছিল নে নাই প্ৰকাশ নাপালে। কথা আৱশ্যক হ'লেহে কয়।  খোজ-কাটলত যেন এজন দাৰ্শনিক। দুপৰৰ ৰ'দৰ গছৰ ছাঁ, বৰ আৰামদায়ক। চোতালত আগৰ বেলজোপাৰ তলত বহি হাতত বিচনী লৈ সেই আৰাম উপভোগ কৰি থকা বিবেকা মাষ্টৰক বকুলে আঁতৰৰ  পৰাই বংশীক আঙুলীয়াই দেখুৱালে। সিহঁতি মেছটো ঘূৰিলেই মাষ্টৰৰ ঘৰ পাবহি। কোটকুৰা জোপাই মাষ্টৰৰ ঘৰটো আঁৰ কৰি ধৰোতে পোনে পোনে সত্ৰৰ টিঙৰ ঘৰবোৰ বংশীৰ চকুত পৰিল। সি যেন বাপেকৰ লগত সত্ৰলৈহে আহিছে। বংশীৰ মনৰ ভিতৰখন কিবা জেংজেঙাই উঠিল। সি মুখ ঘূৰালে। বংশীহঁতক দেখি মাষ্টৰ নঙলা মুখলৈকে আগবাঢ়ি আহিছে। "বংশী আহিলি? আহ!" কৈ কৈ মাষ্টৰ আগে আগে গ'ল। হাতৰ ছুটকেছটো থৈ বংশীয়ে মাষ্টৰৰ ভৰি চুই সেৱা কৰিলে। মাষ্টৰে অস্বস্তিবোধ কৰি ক'লে— 'এহ্ তই মোক কিয় সেৱা কৰিব লাগে? মই বেয়া পাওঁ পায়। যা, হাত-মুখ ধোগৈ।' "মোৰ চিঠিখন সময়মতে পাইছে, ছাৰ?" "তোৰ চিঠি সময়মতে পোৱাৰ বাবেই সময়মতে তোক বাছৰ পৰা আনিবলৈ সিহঁতক পঠিয়ালো। কালি ময়ো চাৰিআলিলৈ গৈছিলো। কালি নাহিলি কেলেই? বাক সেইবোৰ কথা পিছত পাতিম। এতিয়া হাত-মুখ ধুই ঠাণ্ডা হৈ ল। এই বকুল, কাগজি আছে, চৰপত্ অলপ কৰি দে। তহঁতিও খা।" আকবৰহঁত বাকচ-পত্ৰবোৰ লৈ ভিতৰ সোমাই গ'ল। মাষ্টৰে হাতৰ বিচনীখন ঘূৰাই আগৰ দৰেই বেল তলত বহিলগৈ।

মাষ্টৰৰ ঘৰত বকুলহঁতে মাজে মাজে গধূলি বহেহি। বহেহি মানে, আহিলে নিজে ৰন্ধা-বঢ়া কৰি সিহঁতে খাই বৈ শুচি যায় গৈ। সেই কাৰণে বকুল আকবৰহঁতে মাষ্টৰৰ ঘৰৰ ক'ত কি বস্তু আছে সকলো জানে। সিহঁতে সকলো যোগাৰ কৰি চাহ খায়। চৰবত খাই লুছি কৰে, যি কৰে কৰি খাওক, তাৰ বাবে ভাবিবলগীয়া একো নাই। সকলো বস্তুৰে যোগাৰ আছে। বংশীয়ে মাষ্টৰক সেৱা কৰা কথাটোৱে মাষ্টৰক অলপ ভাবিবলৈ বাধ্য কৰালে। বয়োবৃদ্ধ, জ্ঞানবৃদ্ধক শ্ৰদ্ধা ভক্তি কৰা নিয়মটো আজিকালি বিশেষকৈ অসমীয়া ডেকা-গাভৰুৰ ক্ষেত্ৰত দেখা নাযায়। অথচ এটা সময়ত বিবেকা মাষ্টৰে দেউতাকৰ খৰমযোৰ ভৰিত লাগিলেও সেৱা কৰিছিল। এইয়া নীতিৰ বাধ্য

বাধকতা। বিয়েই নহওঁক এটা সুন্দৰ সামাজিক নীতিক ভৰিৰে মোহাৰি পেলোৱা হ'ল। বিপৰীতে বিজ্ঞজনৰ আগত চিগাৰেট খোৱা, অশ্লীল কথা কৈহে আজিৰ যুৱ সমাজে তৃপ্তি পোৱা হ'ল। তেনে এটা সময়তো বংশী সৎ মানুহ হৈ আছে। এই উদণ্ড, উগ্ৰ, ল'ৰাটো শান্ত হৈ গ'ল নেকি? মিলিটেৰী চাকৰিত সোমাওঁতে সি চামগুৰিলৈ গৈ মাষ্টৰৰ পৰামৰ্শ লৈছিল। চাকৰি এৰি আহিবৰ সময়তো সি তাৰ মানসিক অৱস্থা জনাই মাষ্টৰলৈ চিঠি দিছিল। খেতি কৰি ভৰণ-পোষণ হ'বলৈ যাৰ নিজৰ বুলিবলৈ এবিঘা মাটি নাই, সি গাঁৱলৈ আহি কি কৰিবহি বুলি মাষ্টৰে তালৈ বুজনি দি লিখিছিল। কিন্তু সি সেই বুজনি নামানি গুচি আহিল। বলোৰামে চৰপত এগিলাচ মাষ্টৰকো দি গ'লহি। কণ্ঠি, মুহিৰাম, আকবৰহঁতৰ দৰে সংস্থানবিহীন হৈ এইয়া সি ত্যাগ কৰা হ'ল নেকি? নিজক বিপন্ন কৰি চাকৰিটো এৰি অহা বিশেষ কিবা কথা আছে। তথাপি সি আহিল যেতিয়া নিশ্চয় কিবা এটা কৰিব। থাকে যদি তাক মাষ্টৰে নিজৰ লগতে ৰাখিব। অন্ততঃ কথা-বতৰা পাতিবলৈ হ'লেও ঘৰখনত দ্বিতীয় ব্যক্তি এটা হ'লে ভাল লাগে। বংশীহঁত আঠাই কেউটাই চাহ তাহ খাই মাষ্টৰৰ ওচৰ পালেহি। আকবৰে ক'লে—"চাৰ, মই যাওঁ, কাম খতি হৈছে।" বকুল আৰু বলোৰামেও গধূলিকৈ আহিম বুলি কৈ তিনিওটা গ'লগৈ। মূঢ়া এটা আনি বংশী মাষ্টৰৰ ওচৰত বহিলহি। হাতকটা বনিয়ণটোৱে বংশীক এটা পালোৱান যেন দেখাইছিল। "তই তেন্তে কামটো এৰি গুচি আহিলি?" "হয় চাৰ মোৰ মনৰ পৰিবৰ্তন নহয়।" কিয় জানো, প্ৰায় ডেৰ বছৰমানৰ পৰা চাকৰি এৰি কেনেকৈ গুচি আঁহো সেই চিন্তাই মোক লগ এৰা নাছিল। ডিঙিত শিকলি বান্ধি টানি লৈ ফুৰা এটা "এলচিচিয়ান" কুকুৰৰ দৰে নিজকে ভাবি আছিলো। বংশীয়ে কথাখিনি কৈ মাষ্টৰৰ মুখলৈ চালে। "চাকৰি মানেই আজ্ঞাবাহী।" তেনেকৈ হুকুম মানিয়েই লাখ লাখ মানুহে মিলিটেৰীৰ চাকৰি কৰি আছে। লাখ লাখ ডেকাই তেনে চাকৰিৰ কাৰণে হাবাথুৰি খাই ফুৰাৰ সময়ত তই কিবা বিকল্প ব্যৱস্থা এটা নকৰাকৈ চাকৰিটো এৰি আহিবলৈ অস্থিৰ হব লগা হ'ল কিয়? ওপৰৱালাৰ লগত যুদ্ধ কৰিলি নেকি? মাষ্টৰৰ প্ৰশ্নটোৰ উত্তৰ বংশীয়ে অন্য ধৰণেহে দিলে। "ছাৰ, বুঢ়া বয়সত আপুনি বাইদেউক পঠিয়াই দি যি ত্যাগ কৰিছে, তাৰ তুলনাত মই ডেকা মানুহটোৱে চাকৰিটো এৰি অহাটো একোৱেই হোৱা নাই। মইতো তিনি মহলাৰ ওপৰৰ কাৰ্পেটত ডাঙৰ হোৱা ল'ৰা নহয় যে, হাতেৰে আজুৰি খাব নোৱাৰিম। মই বোকাৰ ল'ৰা ছাৰ।

মোৰ কথাখিনি পিচত কম বাৰু। পাঁচদিনটোপনি খতি চাব, অলপ জীৰাই সাঁতাই লওঁ। আপোনাৰ লগত বহুত কথা পাতিব লাগিব ছাৰ।" "তই তেন্তে গা-পা ধুই জিৰণি ল'। মই পুষ্প মণ্ডলৰ ওচৰৰ পৰা আহোঁ। আজি তেওঁক লগ পাম বুলি কথা দিয়া আছে।" — মাষ্টৰে ছাতিটো আনি যাবলৈ ওলাল। —"এই ৰ'দত নগলে নহয় জানো ছাৰ?"— "নহয় অ', মণ্ডলক লগ পোৱাই টান। বেজবৰুৱাৰ ঘৰৰ দাঁতিৰ বাৰীখন ৰাইজৰ নামত দান দিওঁ বুলি ভাবি আছো। তাত এখন হস্পিটেল পাতিব লাগিব। মই আহি ৰন্ধা-বঢ়া কৰিমহি।"— মাষ্টৰ ওলাই গ'ল।

বংশীয়ে টিউবৱেলৰ পানীৰে ভালকৈ গাটো ধুই আগফাললৈ ওলাই আহিল। মাষ্টৰৰ চকীখন আছিলেই। তাত আৰামত নবহি সি মূঢ়াটোতহে বহিলে। মাষ্টৰৰ চকীখন সি চিনি পালে। সেইখন মাষ্টৰৰ দেউতাকৰ চকী আছিল [illegible]। চাম[illegible] ঘৰৰ পৰা মাষ্টৰণী বাইদেউ ওলাই যোৱাৰ পিছত মাষ্টৰে সেই ঘৰৰ সকলো বস্তু বাহানী ঘৰ মাটি বিক্ৰী কৰি দাংধৰাত নতুন ঘৰ পাতিলে। কিন্তু দেউতাকৰ দিনৰ স্মৃতিৰ চিন হিচাবে চকীখন লৈ আহিলে। মাষ্টৰৰ পৈত্ৰিক সম্পত্তি হিচাবে বাৰীখনো আছে। কিন্তু তাৰ নিজৰ শৰীৰটোৰ বাহিৰে পৈত্ৰিক সম্পত্তি বুলিবলৈ একো নাই। নাথাকিলেও তাৰ কাৰণে বংশীৰ একো আক্ষেপ নাই। সিটো অকৰ্মণ্য নহয়, পঙ্গু নহয়। জীয়াই থাকিবলৈ লাগতিয়াল বস্তুখিনি যোগাৰ কৰি ল'ব। বাপেকৰ সম্পত্তি লৈ কাজিয়া কৰি লখৌ মৰিল। ককায়েক ভোকোন্দে ডেকা বয়সতো জেলতে পঁচি মৰিলে। "বাপৰ ধনেও নাটে, পাপৰ ধনেও নাটে।" —সেইবুলি সি তাৰ বাপেকৰ মাটিখিনি কেতিয়াও এৰি নিদিয়ে। এৰাবাৰী হৈ পৰি থাওঁক। পথাৰ মাটি, মন গ'লে ৰুব, মন নগ'লে চন পৰি থাকিব। তথাপি ৰামধাৰীৰ হাতৰ পৰা সি বাপেকৰ মাটি ঘূৰাই লৈহে ক্ষান্ত হ'ব। বেল কিজোপা, কঁঠাল, পনিয়ল গছবোৰলৈ মনত পৰিলে তাৰ মৰি যাম যেন বেজাৰ লাগে। সেই কেইজোপা গছে তাক সহায় নকৰা হ'লে তাৰ মাইনৰ স্কুল পাছ কৰাও নহ'লহেঁতেন। সিমানখিনিকে পঢ়িব নোৱাৰা হ'লে তাৰ চাকৰি কৰাও নহ'লহেঁতেন। মানুহৰ দেহাই অনিত্য, গছ-গছনি কি বস্তু! তথাপি তাৰ বিপদৰ বন্ধু সেই গছ-গছনিৰে ভৰা বাৰীখন বন্ধনমুক্ত কৰিব নোৱাৰিলে সি অকৃতজ্ঞ হ'ব। বংশীৰ বাপেকে ৰামধাৰীৰ পৰা কোনোদিনেই টকা ধাৰলৈ লোৱা নাই। কানিৰ দামত মাৰি সকলো সম্পত্তি ৰামধাৰীয়ে কাঢ়ি ল'লে। গঞা-জাতি, বংশ পৰিয়াল সকলো

আছিল। কিন্তু কোনেও তেতিয়া এষাৰ মাত নামাতিলে। সি ৰামধাৰীক দা লৈ কাটিবলৈ যাওঁতে, তাক বুঢ়াজাকে পগলা হ'ল বুলি কৈছিল। পুলিচে তাক ধৰি নি তিনি ৰাতি থানাত ভৰাই থৈছিল। একমাত্র দদায়েক ভূধৰ আৰু তাৰ লগৰীয়া ল'ৰাকেইটাৰ বাহিৰে কোনো মানুহে তাক থানাত মাত এষাৰ দিয়া নাছিলগৈ। থানাৰ পৰা তাক দদায়েক ভূধৰে উলিয়াই অনাৰ পাছতহে মোমায়েক মিলনে "দিন বেয়া" বুলি তাক সান্ত্বনা দিবলৈ সময় পাইছিল। তাৰ সকলো কথা মনত আছে। পুলিচ দেখিলেই বুকু কঁপা গাঁৱৰ মানুহে তাক এতিয়াও কোনো সহায় নকৰে। সি কাৰো সহায় নিবিচাৰেও। যি কৰিব লাগে, সি অকলেই কৰিব। ৰামধাৰীক সি পানী খুৱাব। কথাবোৰ মনৰ ভিতৰতে ভাবি ভাবি তাৰ দেহৰ ভিতৰখনত একুৰা জুইহে যেন জ্বলিছে। সি যেন প্রকাণ্ড বিহাৰী ৰামধাৰীৰ লগত গবৰা-গবৰি কৰি যুদ্ধ কৰিছে। গাৰ পৰা ওলোৱা ঘামবোৰে বনিয়ণটো সাবটি ধৰিলত সি ঘপ্ কৰে থিয়্ হ'ল। কাৰোবাৰ কথা তাৰ কাণত পৰিলহি। কণ্ঠি আৰু মুহিৰামে তাঁলৈ চাই হাঁহি আহিছে। বংশীয়ে বণিয়ণটো খুলি হাতত ল'লে। নঙলাডাল খুলি খুলি মুহিৰামে বোলে— "আওঁ, এইটোৰ গা-চতা ধৰিলে, চা কণ্ঠি। হেৰ' বংশী, কি খাব হয়?" "আগতে বহচোন বাৰু, তাৰ পিছত মই খোৱা বস্তুৰ কথা কম নহয়।" কথাটো কৈ বংশীয়ে ভিতৰৰ পৰা আৰু এটা মূঢ়া আনিলেগৈ। মুহিৰামে মাষ্টৰৰ চকীখনতে হেলান দি বহিল। বাকী দুটাই দুটা মূঢ়া ল'লে। "কালি তইঁতি বাছলৈ গৈছিলি বুলি গম পালো। চৰকাৰী ৰেলত অহা কথা কাটিহাৰত এটা দিন খপিব লগা হ'ল পাই।" কণ্ঠীয়ে বোলে— "আগতে মুহিয়ে বিচৰা বস্তুটোৰ নাম ক'। তাৰ পিছত বাকী অইন কথা।" "মোৰ গা ধৰা বস্তুটো? এই, মতা ম'হক মাঘৰ বিহুত যুঁজাবলৈ গুৱালে যেনেকৈ পোকৰে মুখে খুৱাই, সেইদৰে মিলিটেৰীবোৰকো মাছ-মাংস-মদ খুৱাই গলধন ধৰা ম'হৰ দৰে চৰকাৰে তিয়াৰী কৰি ৰাখে যুঁজিবলৈ। বুজিলি? ফৌজিত সোমালেহে এইদৰে গা ধৰিব।" মুহিয়ে বোলে— "মাষ্টৰৰ ঘৰত থাকিবলৈ ল'লে পিছে মণ্ড মাহৰ পানীয়ে তোৰ মঙহ খঁহাই দিব দেই।" "ৰ'বি তই বোলে দাণ্ডিলিয়েই?" — বংশীয়ে কথাটো সুধি মুহিক একাছ দিব খুজিলে, কাৰণ মুহিয়ে বিয়া নকৰাওঁৰেই বুলি এদিন বংশীক কৈছিল। —"নকবি পাই, তাইক অনাৰ কাৰণে আইৰ গাত তৎ নোহোৱা হৈছিল। দণ্ডা নাই ঐ, খোজ-বঢ়া কৰিয়েই আনিলোঁ।" "আকৌ বোলে ল'ৰাৰ বাপেকীও হলি?" বংশীৰ প্রশ্নৰ উত্তৰ দি

কণ্ঠিয়ে বোলে, “আলহীলৈ বুলি হাঁহ মাৰি ঘৰ-ঘৰোৱালে খোৱাৰ নিচিনা কথা জানিছ বংশী। মাকৰ আলপৈছান ধৰিবলৈ ছোৱালী আনিছিল যদি সি ল'ৰাৰ বাপেকী হ'ল কেনেকৈ?” তাক ভালকৈ তই কথাটো সোধ?” মুহিয়ে বোলে সুধিবলৈ কিডাল আছে? বোলে— “পোৱাতি হ'বলৈ লাগে কেতেবেলি বোৱাৰী হোৱাটো টান।” “মই বাছৰ পৰা নামিয়েই তইঁতৰ কথাবোৰ ল'লো। আজিকালি বোলে তই ভাল হৈছ, হয়?” শৰণো ললি নেকি?” — বংশীয়ে চকু টিপ্ মাৰি কথাটো সুধিলে। “ভাল নহবলৈ এজনী ডিঙিত লগায়েই দিলেহি, আৰু যিজনী আহিল, তোক কৈছো কেনিবা যাবলৈ ওলালে ‘লৰাপাত ধৰা’ বুলি চিধা আগবঢ়াই দিবহি।” —কথাটো কৈ মুহিৰাম, কণ্ঠি গধূলিকৈ আহিম বুলি গ'লগৈয়ে। মাষ্টৰ অহা দেখি হ'ব বুলি বংশীয়েও ভাত ৰান্ধিবলৈ ভিতৰলৈ সোমাই গ'ল। বস্তু বিচাৰি লওঁতে অসুবিধা হৈছিল যদিও দাইল, চাউল বিচাৰি পাই সি ভাত বহালে। গাঁৱলৈ অহাৰ পৰা তাৰ মনটোত মাত্ৰ ৰামধাৰীৰ চিন্তা। কি উপায়েৰে সি বাপেকৰ মাটিখিনি উদ্ধাৰ কৰে। ৰামধাৰীৰ মুখৰ কথাবোৰ মিঠা। কিন্তু বুকুৰ ভিতৰখনত এখন খুৰ আছে। নিধিৰাম বৰমেধিক ৰামধাৰীয়ে ‘চাচা’ বুলি সম্বোধন কৰিছিল। অথচ সৰ্বস্ব লুটি লৈ ‘চাচা'ক সি শান্তিৰে মৰিবলৈকো নিদিলে। মাষ্টৰৰ বিচনা-পত্ৰবোৰ পিচফালৰ বাৰাণ্ডাত ৰ'দত তাপ লাগিবলৈ সি উলিয়াই দিলেগৈ। ৰ'দত দিলে ওৰে ৰাতি গৰমত শুব নোৱাৰিব। তাৰ কাপোৰ-কানিবোৰ খুলি আগফালে আৰু পিছফালে জেওঁৰাত দিলেগৈ। ভাত উতলিছে। তাৰ মনটোও আকৌ খণ্ডত উতলিছে। দাইল, ভাত হ'ল। মাষ্টৰো আহিল। ‘চাৰ, গা ধুব লেকি? ভাত-দাইল হৈছে।’ ‘হ'ল যদি ভাত বাঢ়।’ বংশী সোমাই গ'ল। ইমান গৰমতো মাষ্টৰে গা-নোধোৱাকৈ ভাত খাবনে? সি পাহৰিছিলে। মাষ্টৰৰ কথাবোৰ সাধাৰণ মানুহৰ লগত নিমিলে বুলি তাক মাষ্টৰণী বাইদেৱে কৈছিল। ইমান গৰমতো মানুহজনৰ কপালত ঘাম ওলোৱা নাই। বোধহয় পানীৰ লগত সম্পৰ্ক নথকাৰ কাৰণেই তেওঁৰ গাৰ পৰা ঘাম নোলায়। বিচনাত উঠাৰ সময়ৰ বাহিৰে ভৰিৰ পৰা চেণ্ডেলযোৰ হেনো নোখোলেই। মাটিৰ লগত সম্পৰ্ক ৰাখিলে বেয়া যদি ভৰিত গৰুৰ দৰে খুৰা নিদিলে কিয়? মানুহজন প্ৰকৃততেই অন্যতকৈ বেলেগ। বেলেগ হয়েই। ন'হলেনো বুঢ়া বয়সত ঘৈণীয়েকক খুচিমতে ওলাই যাবলৈ দি জীয়া বৰলা হৈ ভাত ৰান্ধি খায়নে? ভাত খাওঁতে বংশীয়ে সংকোচ কৰিছিল। ৰন্ধা ঠিক হৈছে নে নাই ভাবি। সি বহুত দিন ভাত

ৰন্ধা নাই। মাষ্টৰে মনে মনে খাই ওলাই গ'ল। ঠিকেই আছে। দাইল, ভাত ইয়াতকৈ আৰু কি ঠিক হ'ব? মাষ্টৰে হাতত কিতাপ এখন লৈ বেলতলত চিগাৰেট এটা জ্বলাই বহিলগৈ। ভাত খাই উঠি বংশীয়ে মাষ্টৰৰ বিচনা তলৰ পাটীখন লৈ দুইখন দুৱাৰৰ মুখৰ পৰা বতাহ পোৱাকৈ পাটীখন পাৰি শুই পৰিল। নিৰ্ম্মলা বাইদেউ ধুবীজনৰ লগত শুচি যাবলৈ ওলাওঁতে মাষ্টৰে নিশ্চয় বুজাই মেলি ৰাখিব পাৰিলেহেঁতেন। বকুলৰ চিঠিত পোৱা কথাবোৰ সঁচাও হ'ব পাৰে, মিছাও হ'ব পাৰে। সিও শুনা কথাহে লিখিছিল। মাষ্টৰক সেইবোৰ কথা সুধিবলৈ বকুলে সাহ নকৰে। বংশীয়ে নিজেই মাষ্টৰক কথাটো সুধিব। সি আহিল যেতিয়া স্থায়ীভাৱে থকাৰ ব্যৱস্থা এটাও কৰিব লাগিব। মাষ্টৰৰ লগত থাকিম বুলি সি ভাবি আহিছে যদিও মাষ্টৰে বা তাক লগত ৰাখে নে নাৰাখে? তাৰ টোপনি আহিল।

বংশী শুই উঠোতে সন্ধ্যা লাগো লাগো হ'ল। আকাশত ডাৱৰ গোট খাইছে। আহাৰৰ ডাৱৰ, ঠিকনা নাই। কাপোৰ-কানিবোৰ সি সুমুৱাই আনিলে। মাষ্টৰৰ বিচনাখন ভালকৈ পাৰি লৈ ওচৰৰ খাটিয়া খনত তাৰ বিচনা-পত্ৰবোৰ দ'মাই থলে। সি যদি মাষ্টৰৰ লগতে থাকে তেন্তে মাষ্টৰবো যত্ন ল'ব। মানুহজন যাযাবৰী। আলপৈচান, যত্ন বিচৰাৰ বয়সো। সি মাষ্টৰৰ পৰিচৰ্য্যা কৰিব। বাহিৰলৈ সি ওলাই আহি মাষ্টৰে পঢ়ি এৰি থৈ যোৱা কিতাপখন হাতত তুলি ল'লেহি। বেঙ্গলী ভাষাত লিখা কিতাপ, 'কি কৰিতে হবে'। সেইখন কিতাপ তাক গুপুই পঢ়িবলৈ দিছিল। তেনেকুৱা কিতাপ সি কেইবাখনো পঢ়িছিল। তেনেকুৱা কিতাপ অসমীয়া ভাষাত লিখা পোৱা হ'লে সি পঢ়ি ভালকৈ বুজিব পাৰিলেহেঁতেন। সেইবোৰ কিতাপ গুপুই বজাৰৰ পৰা কিনি নিয়ে যদিও লুকুৱাই লুকুৱাইহে পঢ়িছিল। তাকো লুকোৱাই পঢ়িবলৈহে কৈছিল। পিছে সি লুকোৱাব নাজানি ধৰা পৰিল। সি ধৰা পৰাৰ কাৰণে গুপুৰ হাতৰ সকলো কিতাপ কাঢ়ি লৈ গ'ল। তাৰ পিছত তাক সীমান্তলৈ বদলি কৰি দিলে। বজাৰত বিক্ৰী হোৱা কিতাপবোৰ পঢ়িলেনো কি দোষ লাগে? চৰকাৰে প্ৰেমৰ কাহিনী থকা কিতাপ পঢ়িবলৈ দিয়ে অথচ দেশৰ কাম কৰিবলগীয়া কথা থকা কিতাপবোৰ পঢ়িবলৈ নিদিয়ে। দাসত্বৰ বন্ধনৰ পৰা মুক্ত হোৱা উপায় থকা কিতাপ পঢ়িলে হেনো মানুহ বিদ্ৰোহী হয়।

মাষ্টৰে পঢ়ে যেতিয়া এইবোৰ নিশ্চয় মূল্যবান কিতাপ। সি মাষ্টৰৰ আলমাৰীৰ কিতাপবোৰ লুটিয়াই লুটিয়াই কিতাপৰ নামবোৰ চালেগৈ। বহুত

কিতাপ আলমাৰীত আছে। এতিয়া কি কৰিবি? সেইবোৰ কিতাপ পঢ়িলে এতিয়া বংশীক ক'লৈ বদলি কৰিবি? সি যেন স্বাধীন হ'ল। তাৰ বুকুখন গৰ্বৰে ফুলি পৰিল। সি কিতাপবোৰ পঢ়িব। নুবুজা কথাবোৰ মাষ্টৰক সুধি ল'ব। মাষ্টৰে এই কিতাপবোৰ পঢ়িনো কিটো কৰিলে? অৱশ্যে মাষ্টৰৰ গাতো দোষ নাই। নিজেই লটি-ঘটি হৈ বাগৰি ফুৰিছে। বুঢ়া বয়সত মানুহজনীয়েও তেওঁক অকলশৰে এৰি থৈ গুছি গ'ল। আচলতে মাষ্টৰৰ গাতহে দোষ, ল'ৰা-ছোৱালী এটাৰ আশা সকলো মানুহেই কৰে। তেওঁ মানুহজনীক সুখ দিব নোৱাৰিলে। মাছে-মাংসই উদৰ পূৰাকৈ খালেও মনে বিচৰা বস্তু নেপালে মানুহ সুখী নহয়। মাষ্টৰে বুঢ়া বয়সত যি অপমান পালে তাৰ কাৰণে কিন্তু জগৰীয়া কংস বেজবৰুৱাহে। মাষ্টৰৰো জানো নিজৰ মনৰ দৃঢ়তা থাকিব নাপাইছিল। বিয়াৰ কথা ভাবিব নজনা সৰু ছোৱালী এজনীক দেশৰ দস্তুৰ থাকিলেই যেনিবা, তেওঁ বিয়া কৰাব নালাগিছিল, সেইজনী মানুহেই জীয়াই থকা হ'লেও। তাইও মৰি থাকিল। মৰিল যেতিয়া লগে লগে অন্য এজনী আনিব লাগিছিল। আকৌ চৈধ্য বছৰ কাল বিয়া নকৰাওঁ বুলি থাকিলে কেলৈ? নিজৰ বিপদ খহাঁবলৈ সকলোৱে চাব। তেওঁৰ চকুৰ আগতে হেনো কংসই নিৰ্ম্মলা বাইদেউৰ ঘৰলৈ অহা যোৱা কৰিছিল। খলিফাৰ মুখত শুনা কথা যদিও মিছা বুলি কেনেকৈ ধৰিব। কংস, নিৰ্ম্মলা বাইদেউৰ ওচৰলৈ অহা যোৱা কৰোতে খলিফা হেনো কংসৰ ঘৰত হালোৱা হৈ আছিল।

কংসই হেনো নিৰ্ম্মলা বাইদেউৰ মাকক টকা-পইচা, ধান, চাউল, কাপোৰ-কানি দি সেই সময়ত খুউব সহায় কৰিছিল। হ'ব নোৱাৰিছে— নিৰ্ম্মলা বাইদেউৰ মাক কংসৰ সম্বন্ধীয় মানুহ। সেই সময়ত কংসৰ দৰে মহা হাৰামী ভটৰাটোৱে ক'ত বাই-ভনীৰ বাচ-বিচাৰ কৰিব? সহায় কৰাৰ নামত সুদে-মূলে উলিয়াই ল'লে। দুখীয়া মানুহ, খোৱা-বোৱাৰ কষ্ট পাইছিল ছাগে, সেয়ে নিৰ্ম্মলা বাইদেউৰ মাকেও কংসৰ অত্যাচাৰৰ প্ৰতিবাদ কৰিবলৈ সাহস গোটাব নোৱাৰিলে ছাগে।

কুকুৰ চালা, পানীত নামিছিলি যেতিয়া তিতিবলৈ ভয় কৰিলি কেলৈ? মৰা সাপ এডাল দেই নোযোৱা মানুহজনৰ ডিঙিত তোৰ বদনামৰ ভাৰখন ওলোমাইছিলি কেলৈ? তোৰ ভাগ্য ভাল আছিল। পেটত তোৰ ফালৰ ল'ৰাৰে সৈতে নিৰ্ম্মলা বাইদেউক তোৰ বাপেৰে বুদ্ধি কৰি মাষ্টৰলৈ ঠেলি দিলে। মই হ'ব লাগিছিল, তোৰ মগুহ কেঁচাই কেঁচাই চোবালোহেঁতেন।

মাষ্টৰো এটা আচৰিত জীৱ। হেৰ' কংসৰ কালৰ ল'ৰা পেটত লৈ আহিছো বুলি নিৰ্ম্মলা বাইদেৱে সৈ কাড়ি দিয়াৰ পাচত মনুহজনীক নি কংসৰ ঘৰত চমজাই নিদিলেগৈ কিয়? তাকে নকৰি নপুংসকটোৱে বোলে ত্যাগ কৰিলে। মানুহজনীৰ কাৰণে ত্যাগ কৰিলি হয়, সিফালে যে ভটৰা গৰুটোক এৰি দিলি? মাষ্টৰক তই তই কৰি কথাবোৰ কৈ বংশীৰ মাষ্টৰলৈ বেয়া লাগি গ'ল। বুঢ়া মানুহ, তাতে বংশীৰ শিক্ষাগুৰু।

মাষ্টৰক সি মহাগুৰু বুলি ভক্তি কৰে। তেনেকুৱা এজন মানুহক দোষাৰোপ কৰি বংশীৰ মনটো দোষী দোষী যেন লাগিল। তদুপৰি বংশীয়ে কথাবোৰ লোকৰ মুখতহে শুনিছে। লোকৰ চৰ্চা কৰা বংশীৰ অভ্যাস নাই। এইবোৰ বহুত পুৰণি কথা। সি এইবিলাক কথা আগতে জনা নাছিল। আগৰবাৰ ছুটীত আহোঁতে যেতিয়া মাষ্টৰণী বাইদেৱে উৰ্মিলাক তালৈ বিয়া দিয়াৰ প্ৰস্তাৱটো দিছিল, তেতিয়া সি কথাবোৰ খলিফাক কৈছিলগৈ। খলিফাই— "আনি থ" একেবাৰতে কৈছিল। পিচে মাইকী মানুহৰ কথা, লেণ্ডেৰীয়ে মহাভাৰতৰ কাহিনী কোৱাৰ দৰে মাষ্টৰৰ কেলেংকাৰী সোপা বংশীক কৈ "আমাক কথাটো সুধিলি কাৰণে ছোৱালীজনীৰ গুৰি কথাটো তোক কৈ দিছো। তাকে চাই তই যি কৰ, সেইটো তোৰ কথা। বদনামীয়েই হওঁক বা জহৰাই হওঁক ছোৱালীজনী ভাল।"

মাষ্টৰৰ মুখলৈ চাই সি বিয়া কৰাম বুলি কথাও দিছিল। ছোৱালীজনীয়ে কথাটো গম পাই "তাইৰ মনৰ মানুহ ঠিক হৈ আছে" বুলি বংশীলৈ লিখি দি কোনোবা এটাৰ লগত হোষ্টেলৰ পৰা পলাই নোযোৱা হ'লে বংশী মাষ্টৰৰ জোৱায়েক হ'লহেঁতেন। "মাষ্টৰৰ জোঁৱায়েক হোৱা হ'লে" তাৰ লাজ লাজ ভাব এটা আহিল। বতাহ জাকে তাক আকাশৰ ফালে চাবলৈ মনত পেলাই দিলে। বৰষুণ আহিবই।"

গাত পানী নলগোৱা মাষ্টৰ বৰষুণত তিতি জুৰুলি জুপুৰী হৈ ওলালহি। বংশীয়ে গামোছা চুৰীয়া আনি দিলেহি। কাপোৰ সলাই মুখ-চুৰ আঁচুৰি মাষ্টৰে যোল্ল বছৰীয়াটি হৈ বাকচৰ পৰা চিগাৰেট উলিয়াই, এটা জ্বলাই লৈ বিচনাত বহিলহি। জেপৰ চিগাৰেট, জুইশলা, তিতি নষ্ট হ'ল। বংশীয়ে মাষ্টৰক গৰম চাহ একাপ আনি দিলেহি। বাহিৰত ডাঙৰ বৰষুণ। ঘৰৰ ওপৰত বৰষুণে সংগীত আৰম্ভ কৰিছে।

"তই কাপোৰত উৰহৰ সঁচ লৈ আহিছ নেকি? উৰহলৈ মোৰ খুউব ভয় লাগে পাই।"

মাষ্টৰৰ ভয়ৰ কথা শুনি ৰং পায় বংশীয়ে বোলে— "আমাৰ লগত উৰহ থাকেই চাৰ। বোলে— "বেজিৰ জ্বলাকো মনে কুঠাৰৰ জ্বলাকো নমনা"ৰ নিচিনা কথা হৈছে ছাৰ। বিৰাট বিৰাট উৰহে খাই আপোনালোকক হালধীয়া কৰিছে— সেইবোৰ উৰহলৈ ভয় নালাগে। মোহাৰি মাৰি পেলাব পৰা উৰহলৈ আপোনালোকে ভয় কৰে? গৰম পানীত সিজাই দিলেই কাপোৰৰ উৰহৰ সঁচ মৰিব। বিৰাট বিৰাট ৰামধাৰীহঁতৰ নিচিনা উৰহবোৰ কেনেকৈ মাৰিব ছাৰ? সিহঁতে এখন এখন ৰাইজৰ তেজ শুহিছে।"

বংশীৰ কথাৰ ধাৰ শুনি মাষ্টৰে থতমত খালে। সি কথাটো সামাজিক পৰিস্থিতিৰ মাজলৈ টানি লৈ গৈছে। সি ইমান কথা ভাবিব জনা হ'ল। সাহিত্য লগাইও কথা ক'বলৈ জনা হৈ আহিছে। অলপ ৰৈ মাষ্টৰে ক'লে—

"বিৰাট বিৰাট উৰহবোৰে মানুহে গম নোপোৱাকৈ তেজ খাই কাৰণে মানুহে নেদেখে। সিহঁতক সিজাই মাৰিবলৈকো বৰ বৰ টো লাগিব। সেই টোবোৰ দাঙিবলৈ এজাক এজাক মানুহ গোট খাব লাগিব, বংশী। ব্ৰাৰু সেইবোৰ সামাজিক চিন্তাৰ কথা বাদ দে, তোৰ নিজৰ কথা ক'চোন। তোৰ কি ইমান ডাঙৰ মানসিক সংঘাট হ'ল যে, ডেৰ বছৰৰ পৰা চাকৰিটো এৰাৰ কথাকে ভাবি আছিলি?"

আকবৰ, বকুল আৰু বলোৰাম তিতি বুৰি সোমাই আহিল। এটা ছাটিতে তিনিটা সোমাবলগীয়া হ'ল পাই। তেনেই তিতিলো। গামোছাখন দেচোন।"— বকুলে ক'লে। আৰু বকুলে নিজেই গামোছাখন আনিলেগৈ। গা-পা মচি সিহঁত তিনিওটা মাষ্টৰৰ কোঠাৰ খাটিয়াখনতে বহিল। মাষ্টৰে আকৌ সুধিলে— "তোৰ কথাবোৰ কচোন বংশী?"

"আচল কথা মানে চাৰ, হাতত বন্দুক লৈ মইতো পহু চিকাৰ কৰিবলৈ যোৱা নাছিলো। মই মানুহ মাৰিবলৈ গৈছিলো। আৰু মানুহ মানে তিনি তলাৰ ওপৰত থকা মানুহক নহয়। খাবলৈ নাপাই হাঁ হাঁ কৰি ফুৰা একেবাৰে তলৰ খাপৰ দুখীয়া মানুহক গুলিয়াই মাৰিবলৈ গৈছিলো ছাৰ।"

"হেৰ' ৰজা-মহাৰজাৰ দিনৰে পৰা আজিলৈকে দুখীয়া তল খাপৰ মানুহবোৰকে জীৱিকা হিচাবে কিবা এটা দি সেইদৰে শত্ৰুৰ হাতৰ পৰা দেশ ৰক্ষা কৰি আহিছে।" — "মাষ্টৰে বংশীৰ ভিতৰৰ কথাটো উলিয়াবলৈ চেষ্টা কৰিলে।

বংশীয়ে ক'লে— "দেশখন কিবা দুখীয়া মানুহখিনিৰহে নেকি, ছাৰ?

দেশ যদি সকলোৰেই কাৰণে তেন্তে ঘটিৰাম, বাতিৰামহঁতক যুদ্ধত মৰিবলৈ কিয় পঠিয়াই? ৰজাৰ পৰা খৰিভাৰীলৈকে সকলোৰে ঘৰৰ মানুহক হাতত বন্দুক দি ফৌজত কাম কৰিবলৈ বাধ্য কৰাব লাগে।"

মাষ্টৰে ক'লে, — "তই এটাই এইদৰে জেদ ধৰিলে কি লাভ হ'ব? ৰজাৰ কাৰণে, ৰজাৰ পৰিষদসকলৰ কাৰণে খৰিভাৰীয়ে প্ৰাণ দিব লগা কথাটো বহুত যুগৰে পৰাই চলি আহিছে। আগতে ৰজাইও যুদ্ধ কৰিছিল। আজিকালি ৰজাই যুদ্ধ কৰায়। সেইবোৰ কথা বাদ দেচোন। মূল কথ লৈ আহ।"

আকবৰে কথাবোৰ একো বুজি পোৱা নাছিল। সি ভৰিৰ কোৰে কটা ঘা ডোখৰ চেপি চেপি পূঁজবোৰ উলিয়াই কথা শুনিহে আছিল। বকুলে বুজিছে কাৰণে ক'লে—

'হেৰ' অৰ্জুন কাৰ পুতেক বুলি সুধিলে মহাভাৰতখন গাই দিয়াৰ দৰে পৃথিৱীখনৰ কথাবোৰ সামৰি নলবিচোন। আমি নিবনুৱা হৈ আছো কাৰণে, তইও নিবনুৱা হ'বলৈ আহিছো বুলি যে অথনি কৈছিলি। কেলেই, তই ইমান দিন চাকৰি কৰাৰ পিচতহে আমি নিবনুৱা হৈ থকা কথাটো মনত পৰিল নেকি? তই অহাৰ কাৰণে আমি যিমান ভাল পাইছো সিমান বেয়াও পাইছো। কাৰণ কেলেই, তই আহি গাঁৱত কি কৰি খাবি।"

বংশীয়ে বোলে— "তহঁতৰ লগতে থাকিবলৈ আহিছো বকুল। তহঁতক একো কথা লুকুৱাই নাৰাখো। আচলতে মোৰ মূৰত পোক এটা সোমালে জানিছ। প্ৰথম দিনা যেতিয়া ঘেৰাও ভঙ্গ কৰিবলৈ কামাণ্ডাৰে আমাক গুলিয়াবলৈ হুকুম দিছিল — গুলিয়াই দিছিলো। সেইদিনাও মানুহ গুলী খাই মৰিছিল, কিন্তু কোন মৰিছিল, ওচৰৰ পৰা মই দেখা নাছিলো। সেইটো সাত বছৰমান আগৰ কথা। দ্বিতীয়বাৰ তেজপুৰত গুলিয়ালো। একেটা গুলীতে দুটা মানুহ মৰি গ'ল। তাতো কোন মৰিল, কোন নমৰিল নেদেখিলো। যোৱাবাৰ ছুটীৰ পৰা ঘূৰি গৈ আকৌ পশ্চিমবংগত সেই একেই ঝামেলাতে পৰি গলো, ছাৰ। জমিদাৰ আৰু ৰায়তৰ মাজত যুদ্ধ হৈছিল। সেইখন যুদ্ধত কিন্তু বহুত ৰায়ত মৰিল ছাৰ। ৰায়তে কিবা দাবী কৰি জমিদাৰৰ বিৰুদ্ধে আন্দোলন কৰি জমিদাৰৰ ঘৰৰ আগত হেজাৰ হেজাৰ মানুহ জমা হৈ আছিল। চিএৰ বাখৰত আকাশ-পাতাল ৰজনজনাই গৈছিল। আমি আহি নামিছোহে, গুলী কৰিবলৈ হুকুম হ'ল। দিলো গুলিয়াই। ওচৰৰ পৰা মৰা, মোৰ গুলী খাই যিজন মানুহ মাৰিল, তেওঁৰ গাৰ তেজবোৰ 'ফিচ্‌কাৰী' মৰাৰ দৰে মোৰ কাপোৰত পৰিছিলহি পাই

বকুল। মানুহটোক গাড়ীত তুলিবলৈ চোছোৰাই আনিছিলো। তাৰ পিচত ............ তাৰ ..........পিচত..........।”

বংশীয়ে শোকে খুন্দা মাৰি ধৰাৰ দৰে কথা ক'ব নোৱাৰা হৈ পৰিল। বলোৰামহঁতে অপলক দৃষ্টিৰে বংশীৰ মুখলৈ চাই আছিল। তাৰ পিচত কি হ'ল কচোন বুলি মাষ্টৰে সুধিলে। বকুলহঁতৰ চিন্তা লাগিল। বংশীৰ চকুপানী ওলোৱা দেখি। আকবৰে 'কোনোবা চিনাকি মানুহকে মাৰি দিলি নেকি' বুলি সুধিলে।

“মই যেন পিতাইকে গুলিয়াই মাৰিলো আকবৰ। বুঢ়া মানহজনে 'পানী' 'পানী' বুলি চিঞৰিলে। মই তেওঁক মোৰ বেগৰ পৰা বটল উলিয়াই পানী খাবলৈ দিছিলো। অবিকল মোৰ পিতাই, ছাৰ। মই তেওঁৰ মুখলৈ চাই আছিলো। কামাণ্ডাৰে ধমক দি বুঢ়াজনক মোৰ ওচৰৰ পৰা টনাই লৈ গ'ল। আধামৰা মানুহজনৰ ওপৰত মৰা মানুহ এসোপা জাপি দিলেগৈ।

বংশী খন্তেক তলমূৰ কৰি মনে মনে আছিল । তাৰ চকুৰে পানী টপ্ টপ্কৈ পেণ্টৰ ওপৰত পৰিল। সকলোৱে লক্ষ্য কৰিলে। কোনেও তাক পুনৰ প্ৰশ্ন কৰা নাছিল। বংশীয়ে অন্যফালে মুখ ঘূৰাই আকৌ কথাবোৰ কৈ গ'ল—

“সেই, যি পিতৃ হত্যাৰ আতংক মোৰ মগজুত সোমাল, সি আৰু বাহিৰ নহ'ল ছাৰ। সদায় মই পিতাইৰ চিঞৰ শুনো। কেতিয়াবা পিতায়ে কয়হি— “তই তোৰ পেটৰ কাৰণে বাপেৰৰ শুকান বুকুখনতে গুলিয়াই দিলিহি। মই সকলোৰে পেটৰ কাৰণে চিঞৰিছিলো আৰু তই তোৰ পেটৰ কাৰণে মোকেই বধ কৰিলি।” কেতিয়াবা যেন কয়—“ৰামধাৰীয়ে মোৰ বুকুৰ আমঠু, সা-সম্পত্তি সকলো কাঢ়ি লৈ আৰামত কটাইছে, আৰু মই সেইটো কথাকে চৰকাৰক কওঁতে তই মোক মুখৰ মাত বন্ধ কৰি দিলি।” কেতিয়াবা কয়হি— বুঢ়া দেহাৰে চিঞৰিছো তহঁতৰ কাৰণে। তই বন্দুকটোৰে ৰামধাৰীৰ ওখ বুকুখন ফুটুৱাব নোৱাৰি মোৰ শুকান বুকুখন ভাঙি বীৰৰ নাম লৈছ? কাপুৰুষ! — বুলি মোৰ মুখতে যেন এদিন পিতায়ে থুৱাই দিলে ছাৰ।”

বংশীয়ে তভক লাগি পুনৰ খন্তেক বৈ থাকিল। আকৌ আৰম্ভ কৰিলে—

“তাৰ পিচৰ পৰাই মোৰ মনটোৰ ঠিকনা নাইকিয়া গৈ গ'ল ছাৰ। একো ভাল নালাগে। দৰব-জাতি খাই চালো। লাভ একো নহ'ল। বন্ধু এজনে ছুটী লৈ আহিবলৈ ক'লে। মই চাকৰিটো একেবাৰে এৰি গুচি আহিম বুলিহে ঠিক কৰিলো। পিতাইৰ মুখৰ সেই কথাবোৰ মই 'ডায়েৰি' এখনত লিখি থৈছো। এদিন দেখুৱাম ছাৰ।”

নীৰৱতা ভঙ্গ কৰি মাষ্টৰে ক'লে— "তোৰ কথাবোৰ শুনি এখন নাটকৰ কাহিনী শুনা যেন লাগিছে। হেৰ' বংশী, সপোন দেখিয়েই তই পাগল হ'লি?"

মাষ্টৰৰ উপলুঙা কৰা কথাবোৰ শুনি বংশীয়ে টানকৈহে উত্তৰ দিলে— আপুনি কি বুজিব ছাৰ? মিলিটেৰী চাকৰিলৈ যোৱাৰ আগৰে পৰা মোৰ অন্তৰত দাঁহ এটা আছিল। আপোনালোক লোকৰ ওপৰত খোৱা বামুণ মানুহ। খেতিয়কৰ মনৰ হাঁ-হুমুনিয়াহ আপোনালোকে কেতিয়াও বুজি নাপায়।

মাষ্টৰৰ মুখৰ মাত হৰিল। বুজিলে, বংশীয়ে বিপ্লৱী মন এটা লৈ আহিছে। মাষ্টৰৰ নিজৰ দৰে এটা বিপ্লৱী মন। কিন্তু মনটো থাকিলেইতো বিপ্লৱ নহয়। সেই বিপ্লৱী মনক কামত লগাব পাৰিলেহে বিপ্লৱ কৰা হয়। বিপ্লৱী মনবোৰৰ কথা কিতাপত আছে। কিন্তু ....

"আপুনিতো জানে ছাৰ, মিলিটেৰীৰ চাকৰিটো এৰি অহাটো ধেমালি কথা নহয়? মই হুকুম অমান্য কৰাত লাগি গ'লো? মোক অশেষ শাস্তি দিলে। তথাপি মোৰ নাম নাকাটে। শেষত হাবিলদাৰ মেজৰ এটাৰ কৰণ্ডত সৰকাই এদিন দিলো গুলিয়াই। মোৰ আকৌ শাস্তি হ'ল। হ'ল যদিও মোক 'ডিচাৰ্জদ' দিবলৈ বাধ্য হ'ল।"

"তই বাপেৰৰ মাৰিশালী খান্দিবলৈ আহিলি বংশী। একো নাপাব। তোৰ বেমাৰটো মনৰ বাহিৰলৈ উলিয়াবলৈ ইয়াত তোক কোনে সহায় কৰিব? গাঁওবোৰ আছে, মানুহবোৰো আছে। কিন্তু মানুহৰ সমাজ নাই। ঐক্যবোধ নাই, মন নাই। উৰ্বৰলি যোৱা গাঁওবোৰত চল-চাতুৰীৰে জাল তৰি শাসক দলে হেজাৰ বছৰৰ পিচলৈ মানুহবোৰক টানি লৈ যাবলৈ অহৰহ চেষ্টা চলাইছে। দেশৰ, জাতিৰ অস্তিত্বৰ চিন্তা কৰা মানুহৰ মাজত ভাষীক ধৰ্মীয় সাম্প্ৰদায়িক আদি চিন্তাৰ বীজ সুমুৱাই বিভাজন কৰিবলৈ লাখে লাখে টকা ঢালি এটা চক্ৰই অহৰ্নিশে উঠি-পৰি লাগি আছে। সেই সময়ত তই কাৰ সহায় পাবি?"

বংশীয়ে ক'লে— "মই কাৰোবাৰ সহায় আশা কৰি অহা নাই ছাৰ। তেতিয়াতো মই সৰু আছিলো আৰু তেতিয়াই ৰামধাৰীৰ মূৰটো চিঙি পেলাব খুজিছিলো ছাৰ। বকুলহঁতক সোধক? সিহঁতে জানে? মই সেইটো বংশীয়েই কা হৈ আহিছো। মতা-মানুহ হওঁ যদি মই তাৰ হাতৰ পৰা মাটি ঘুৰাই ল'ম। মানুহে মাটি নাখায় মাটিয়েহে মানুহ খায়। সেইটো কথাও মই জানো। আৰু মই মাটিখিনি ঘুৰাই ল'ব পাৰিলেই যে মই মহা সুখত খাব পাৰিম, সেইটো কথাও ভৰা নাই ছাৰ, কিন্তু লোকৰ মুখৰ ভাত কাঢ়ি খোৱা এই দস্যুৰটো মই লণ্ড-ভণ্ড

কৰি দিম। দেহা যায় যাব, থাকে থাকিব। তাঁলৈ মই নাভাবো ছাৰ।”

বংশী খুউব আবেগিক হৈ পৰিছে দেখি মাষ্টৰে তাক অলপ সময় মনে মনে থাকিবলৈ কৈ চিগাৰেট এটা জ্বলাই লৈ দীঘল দীঘলকৈ টান মাৰি চিন্তা কৰিলে। বংশী উঠি বাহিৰলৈ গ'ল। বাহিৰত বৰষুণ নাই। আকবৰহঁতে ক'বলগীয়া কথা বিচাৰি পোৱা নাই আৰু বংশীৰ কথাৰ ধৰণৰ লগত সিহঁতৰ কথা কোৱা আৰু চিন্তা কৰাৰ ধৰণো মিল নহয়। সিহঁতে মাষ্টৰৰ মুখলৈ চাই বহি থাকিল। অলপ সময়ৰ পাচত বংশী আহি আকৌ বহিলহি। তাৰ উত্তেজনাটো সাম কটা যেন দেখি মাষ্টৰে আৰম্ভ কৰিলে—

“তোক মই কিছু কথা কওঁ বংশী। মিলিটেৰী মেজাজেৰে উত্তেজিত হৈ গাঁৱৰ সমস্যা সমাধান কৰিব নোৱাৰি। তোৰ মনৰ ভাৱ, ধ্যান-ধাৰণা শুদ্ধ। যিটো বন্দুক হাতত দি তোক আন্দোলন দমন কৰিবলৈ পঠিওৱা হৈছিল; সেইটো বন্দুকেৰে তই হত্যা কৰা, আন্দোলনকাৰীয়েই তোৰ মনত আন্দোলনৰ বীজৰ জন্ম দি পঠিয়াইছে। আচলতে আন্দোলন কৰে কোনে? যাৰ কিবা নোপোৱাৰ ক্ষোভ থাকে, সিহঁতে আৰু আন্দোলন দমন কৰিবলৈ অস্ত্ৰ হিচাবে যাক ব্যৱহাৰ কৰা হয়, সেই বন্দুকধাৰীবোৰৰ শিৰাই শিৰাই আন্দোলনৰ ধমনী প্ৰবাহিত হৈ থাকে। যি অধিকাৰ বিচাৰি দাবী কৰে তাক আন্দোলনকাৰী, বিদ্ৰোহী বুলি আখ্যা দি জন্ম লগ্নতে পুলিয়ে-পোখাই শেষ কৰাটোৱেই আজিৰ— ‘গৰীব হতাও’ শ্ল'গানৰ মূল লক্ষ্য? তই যেনেকৈ সম্পত্তি অন্যায়ভাৱে কাঢ়ি লোৱাৰ প্ৰতিবাদত উত্তেজিত হৈ পৰিছ— এই গাঁওবোৰৰ সৰহভাগ মানুহে সেই চিন্তা বুকুত বান্ধিয়ে জ্বলি জ্বলি মৰিছে। মুক্তিৰ পথ বিচাৰি প্ৰত্যেকেই হাবাথুৰি খাই ফুৰিছে। অন্যায় যেয়েই নকৰক, তাৰ বিৰুদ্ধে প্ৰতিবাদ নকৰিলে অন্যায়ক সমৰ্থন কৰা হয় আৰু নিৰপেক্ষ হৈ বহি থাকিলে অন্যায় বাঢ়ি গৈ থাকে। তোৰ নীতি ঠিক আছে, কিন্তু পদ্ধতি ভুল। যি কোনো উপায়েৰে তই তোৰ হেৰুওৱা সম্পত্তি ঘুৰাই ল'ব পাৰিবি। কিন্তু গাঁৱৰ অন্যবোৰ মানুহৰ সম্পত্তি কেনেকৈ উদ্ধাৰ হ'ব? তোৰ চিন্তা, তোৰ সাহস সামুহিক চিন্তালৈ আবঢ়াই নিব লাগিব। এই চিন্তাৰে ৰাইজক উদ্যোগী কৰি সকলো খাতি খোৱা মানুহক অন্যায়ৰ বিৰুদ্ধে গোট খুৱাই হুংকাৰ কৰি উঠিবলৈ সাহসী কৰি তুলিব লাগিব।” বকুলে বোলে—

“ছাৰ, সি দুখে ভাগৰে আহিছে কাৰণে তাৰ কথাবোৰ কওঁতে খং উঠি গৈছে। আজিলৈ এৰক। সি পিছে থকাৰ কি কৰে? এদিন দুদিন বাৰু ছাৰৰ

ঘৰতে থাকিব পাৰিবি, তাৰ পিচত?"

মাষ্টৰে ক'লে— "সি যদি বেয়া নাপায় মোৰ লগত থাকিব পাৰিব। মোৰো লগ এটা হ'ব। দুইটাই খৰছ কৰি খাম।"

"মই আপোনাৰ লগতে থাকিম বুলিয়েই ভাবি আহিছো ছাৰ।" বংশীয়ে ক'লে। বংশী মাষ্টৰৰ লগতে থকাৰ সিদ্ধান্ত হ'ল। সেইদিনা ৰাতিৰ সাজ আটাইকেইটাই মাষ্টৰৰ ঘৰতে খাই বহুত ৰাতিলৈকে কথা পাতি থাকিল।



## ।। দুই ।।

দদায়েক ভূধৰৰ ঘৰ, খালিফাৰ ঘৰ, বলোৰামহঁতৰ ঘৰ, আদি কেইঘৰমান মানুহৰ ঘৰত ফুৰি মাষ্টৰৰ ঘৰ-দুৱাৰ চাফা কৰা, মাষ্টৰৰ ঘৰৰ বাৰীৰ জংঘল কটা ইত্যাদি কামবোৰ কৰি বংশীয়ে কেইদিনমান পাৰ কৰিলে। তাৰ মনটো পাতল পাতল লাগিছে। গড়ালত বন্দী কৰি ৰখাৰ পৰা মুক্ত হোৱা এটা সিংহৰ দৰে মনটো মুকলি হৈছে যদিও, তাৰ যেন কিবা এটা কৰিবলৈ আছে এনে এটা ভাব সদায় লাগি আছে। মাষ্টৰক সি একো কৰিবলৈ দিয়া নাই। সেইদিনা সি আকবৰৰ ঘৰৰ পৰা কোৰ এখন আনি আগফাল আৰু পিছফালৰ চোতালৰ বন চিকুনাইছে। ৰাতিপুৱাৰ ৰ'দটো খাওঁ খাওঁ মুৰ্ত্তি ধৰি ওলাই আহিছে। মাষ্টৰৰ কাম একেবাৰে নোহোৱাৰ দৰে হ'ল। নিজে নকৰিলে নোহোৱা কাম, যেনে— শৌচ-প্ৰস্ৰাৱ কৰা, খোৱা-শোৱা ইত্যাদি কামৰ বাহিৰে কোনো কামেই মাষ্টৰে কৰিবলৈ পোৱা নাই। ল'ৰাৰ দৰে ৰাতিপুৱাই কিতাপ পঢ়িবলৈও ভাল নালাগে। কিতাপখন জপাই থৈ মাষ্টৰে আকাশলৈ চালে। কাতি-আঘোণ মাহৰ ভৰ দুপৰতো, ৰ'দৰ পোহৰ ইমান উজ্জ্বল, ইমান উত্তপ্ত নহয়। পশ্চিমফালে কপাহৰ দৰে ডাৱৰৰ দ'ম। ডাৱৰবোৰ বৈ থকা নাই। বতাহে ডাৱৰবোৰ অন্য ঠাইলৈ লৈ গ'ল।

বংশীয়ে কোৰেৰে এফালৰ পৰা ঘৈয়াই গৈছে। সি বহুত দিন কোৰ মাৰিবলৈ নোপোৱাকৈ আছিল ছাগৈ। সকলো গতিশীল। মাত্ৰ মাষ্টৰ স্থবিৰ। খোজ দুটামান চলোৱাটোকে গতিশীল নোবোলে। তেওঁ উদ্দেশ্যবিহীন ভাৱে দিন কটাইছে। মৰাটোৱেই যদি লক্ষ্য আৰু তাৰ কাৰণেই যদি তেওঁ বৈ আছে, তেন্তে ক'ৰবাত ওলমিও তেওঁ মৰি থাকিব পাৰে দেখোন! মানুহে নমৰিবৰ কাৰণে চেষ্টা কৰি জীয়াই থাকিবলৈকে মানুহক উদ্দেশ্য, লক্ষ্য লাগে। মাষ্টৰৰ জীৱনৰ কোনো লক্ষ্য নাছিল কাৰণেই শেষ বয়সত নৈৰাশ্য আৰু স্থবিৰতা ভাৱৰ বিৰক্তিবোৰ আহিছে। নগুলাডাল খুলি মনবৰ গজং গজং কৈ সোমাই আহিছে। মাষ্টৰে নিজে উঠি গৈ চকী এখন আনি বাৰাণ্ডাত মনবৰক বহিবলৈ দিলেহি। চিগাৰেট এটা আগবঢ়াই দি মনবৰক ৰাতিপুৱাই অহাৰ উদেশ্য সুধিলে। মনবৰে আগ দাঁতকেইটা সৰা মুখখন মেলি খল-খলাই হাঁহি এটা মাৰি চিগাৰেটটো জ্বলাই, হোপা এটা মাৰি ক'লে—

"উদেশ্য আৰু কিভাল থাকিব মাষ্টৰ, এইপিনে গোসাঁইৰ ঘৰলৈ বুলি আহিছিলো। বোলো-আহিলো যেতিয়া নিধি কোবাইটিৰ ল'ৰাটোক মাত এষাৰ লগাই যাওঁ। আপোনাৰ ওচৰত মোৰ একো লেখা নাই মাষ্টৰ।"

মনবৰে কথা খুউব কয়। তাতে 'ইষাৰ' প্রতি কথাই কথাই মাতে কাৰণে মাষ্টৰে মনবৰৰ লগত প্রায়ে কথা নাপাতে। ঘৰলৈ অহাৰ কাৰণেহে সেইখিনি শিষ্টাচাৰ দেখুৱাইছে।

"তাক মাতি দিয়কচোন মাষ্টৰ। সি বোলে কাম এৰি গুচি আহিলে। জানো, কি উকহে খালে তাক। এই ডেকা বয়সতে কামটো এৰি দি কি সোন্দা কলটো খাবলৈ সি ধপলিয়াই আহিল, তাক সোধোচোন।"

মাষ্টৰে বংশীক মাতিলে। বংশীয়ে হাতত কোৰখন লৈ ঘৰৰ মুধৰ ফালেদি আহিল।

"দদাই, ভালে আছা।"

"এঃ কি ভাল বেয়া আছে অ'ই। মৰো মৰোকৈহে আছো। সিজনে নিবলৈ দেখা নাই। ৰ'বি তই অহা ভালেকেইদিন হ'ল বুলি শুনিলো। এদিনো বাটে-পথেও দেখা নাইচোন। কি হ'ল, মাষ্টৰৰ ঘৰ-বাৰী চাফা কৰিছ নেকি? বুঢ়াৰ বিয়াখনকে পাতি পেলাব পাৰিলোহেঁতেন। তিনিবাৰ হওঁক। এৰা, ধৰক মাষ্টৰ, আপোনাৰ ঘৰখনকে পাতি পেলাওঁ। ই এইখন বখলিয়াই পেলাইছেই।"

মাষ্টৰে একো নামাতিলে। মাষ্টৰক বিয়া কৰোৱাৰ কথা ক'লত বংশীয়ে লাজ পাই ক'লে—

"সাপেহে সাপৰ ঠেং দেখে— তোমাৰো বিয়াখন পতাৰ মন আছে যেন পাইছো। সেইবোৰ চিন্তা বাদ দিয়া দদাই। কহত ডেকা ল'ৰা বিয়া নকৰোৱাকৈ আছে, আগতে সেইবোৰৰ লেঠা-পিঠা মৰক। তাৰ পিছত কোনোবা যদি বাকী আছে সেইজনীকে আমি খুড়ী বুলিম।"

চুঙা চাই সোপা পৰিল । কি কওঁ, কি নকওঁকৈ মনবৰে বংশীৰ কথাবোৰ নুশুনাৰ ভঙ্গী কৰি বাৰীৰ ফালে ডিঙি মেলি চালে। যেন কিবা এটা দেখিছেহে। মাষ্টৰে তাকে দেখি কি ওলালে সুধিলে। মনবৰে ক'লে—

"পনিয়ল জোপাৰ পৰা কিবা এটা জপিয়াই মাটিত পৰা দেখিলো বান্দৰ হ'ব পায়। বাৰু যি হওঁক, হয় নে অ' তই বোলে একেবাৰে গুচি আহিলি? কি হ'ল, তাতো কিবা গণ্ডগোল কৰিলি নেকি?"

মনবৰক ভাবুকি এটা দিলেই যে ঘাই ঠাইত ভাবুকি দিয়া হ'ব বংশীয়ে

সেইটো ভালকে জানে। সেয়ে জোৰাই জোখাই লগাই উত্তৰ দিলে—

"এণ্ডাৰ সাতবাৰ গাখীৰত ধুলেও তাৰ ৰং বগা নহয় দদাই। সকতে যি আছিলো— এতিয়া গাত তেল ধৰিলত অলপ বেছি হ'লো। সদায় বৰ বৰ কথা শুনি থাকিব আৰু সহ্য কৰিব নোৱাৰি নহয়। ওপৰৱালা এটাই মোৰ বিপক্ষে 'চুকুলী' লগাইছিলে। গুলী সৰকাই দিলো বাপ্লেকে। সেইটো এতিয়াও হস্পিটেলত লাংখাই পৰি আছে। নাম কাটি দিলে। গুচি আহিলো। অসমীয়াৰ তেজ চিনি পোৱা নাছিল, দেখুৱাই থৈ আহিছো দদাই।"

বংশীৰ দন্ত মাৰি সাজি কোৱা কথাখিনিকে মনবৰে বিশ্বাস কৰিলে। ইচ্ আচ্ কৰি ক'লে—

"সহিলে সম্পদ বংশী। লাভ কিটো হ'ল বাৰু? মানুহটোক গুলিয়াই দি তোৰ প্ৰমোচনেই হ'লনে, টকা এগালেই দিলে? লাভৰ মূৰত চাকৰিটো গ'ল।"

"টকা লৈ আহিছো দদাই। জীয়াই থকা দিনকেইটা খাব পাৰিম। লোকৰ হাতৰ, মুখলৈ চাবলৈ মই গাঁৱলৈ ঘূৰি অহা নাই দদাই।"

টকা লৈ আহিছো বুলি বংশীয়ে ক'লত মনবৰে বৰ ভাল নাপালে যদিও 'ভাল কৰিলি' বুলিয়ে ক'লে। তাৰ পিছত মাষ্টৰৰ ঘৰত নাথাকি দদায়েক ভূধৰৰ ঘৰত থাকিবলৈ পৰামৰ্শ দিলে। নিধিৰাম বৰমেধিৰ কাম সকাম বংশীয়ে যে বহুত দিন কৰা নাই। সেই কথাটো মনত পেলাই দি সোনকালে মৃতকৰ কামফেৰা কৰি বিয়া-বাৰু কৰাই ৰাইজৰ লগ ল'বলৈ ক'লে। শৰণ, ভজন ল'লে দেহাটো শুচি হয় আৰু মন পবিত্ৰ হয় বুলি সেই বিষয়ে গোঁসাইক কম বুলি মনবৰ সত্ৰৰ ফালে গ'লগৈ।

"বহুত শিয়াল মৰি এই মানুহটো জন্ম হৈছিল ছাৰ। ক'ৰ কথা নি সি ক'ত মোখনি মাৰিলেগৈ মন কৰিলে? সি মোক শৰণ দিয়াই মন পবিত্ৰ কৰে! মই বোপাইৰ সকাম কৰিলো বা নকৰিলো তাত তাৰনো বাৰু কি হ'ল? সিবাৰ ছুটিত আহোঁতে মোক য'তেই দেখক তাৰ মুখত মাত্ৰ সেই এটা কথা, "ধূম-ধামেৰে বাপেৰৰ সকামটো কৰি পেলা।" সি আকৌ মোক সকাম কৰাৰ কথা কয়— মই ছাৰ কৈ দিম, সকাম কৰিলেও তোমাৰ জেপত পইচা ভৰাবলৈ কিন্তু নাপাবা। গাঁৱৰ মানুহবিলাকে আৰু নাম লোৱা পাতিবলৈ মানুহ এটা বিচাৰি নাপালে। কাৰোবাৰ কাজিয়া লাগক, ইটোৰ বিৰুদ্ধে সিটোক লগাই দিব। কাজিয়াখন এৰুৱাই মিটমাত কৰোৱাৰ সলনি বেছিকৈহে লগাই দিয়ে। মই অহাৰ গম পাই সি তেল মাৰিবলৈ আহিছিল। পাই গৈছে ছাৰ।" মৃতকৰ

সকাম কৰাৰ দায়িত্বৰ পৰা নামঘৰৰ ছান্দা তোলা, নাম লগোৱা, আনকি বিলনীয়া হোৱালৈক ধৰ্মীয় কামবোৰৰ ৰাজহুৱা দায়িত্বত সি মৃতকৰ কবলৰ পৰা মানুহক উদ্ধাৰ কৰি দৈত্যৰ কবলত দিয়া মানুহ। সেই কাৰণেই পৰাপক্ষত মনবৰৰ লগত মাষ্টৰে কথা নাপাতে। মাষ্টৰে মনে মনে থকা দেখি বংশীয়ে ক'লে—

"ছাৰ, আই-বোপাইৰ কাম-সকাম কৰাৰ ওপৰত আপুনিনো কি পৰামৰ্শ দিয়ে কওঁকচোন।"

মাষ্টৰে ক'লে— "ৰাইজৰ লগত থাকিবলৈ হ'লে কিছুমান কাম ইচ্ছাৰ বিৰুদ্ধেও কৰিবলগীয়া হয়। মই কিন্তু মৃতকৰ কাৰণে একো নকৰো, কিন্তু কোনোবাই কৰিলেও তাত মই বাধা নিদিওঁ।"

"আপুনি একো নকৰে বুলি মই জানো চাৰ, আৰু সেই কাৰণে মইও নিজে ভাবি-চিন্তি চাইহে সেইবোৰ যুক্তিহীন কথা বুলি বাদ দিছো।"

"যি বাপেকে ল'ৰাক উপযুক্ত কৰি অন্ততঃ নিজৰ ভৰিৰ ওপৰত থিয় হৈ খাব পৰা কৰি নাযায়, সেই বাপেকক ল'ৰাই কিয় সোঁৱৰিব লাগে কচোন? জন্ম দিয়াৰ কাৰণে আৰু সৰুৰে পৰা লালন-পালন কৰাৰ কাৰণে সন্তানে কেতিয়াও বাপেক-মাকৰ ওচৰত ঋণী নহয়। কাৰণ জন্ম দিওঁ বুলি কাকো কোনেও জন্ম দিব নোৱাৰে; সেইটো নিৰ্ভৰ কৰে পৃথিৱীৰ স্বাভাৱিক গতিৰ ওপৰত আৰু লালন-পালন কৰাটোও স্বাভাৱিকভাৱে হোৱা স্নেহৰ বাহিৰে একো নহয়। দেখিবলৈ কুৰূপ বিকলাঙ্গ সন্তানকো মাকে লালন-পালন কৰে।"

মাষ্টৰৰ যুক্তি শুনি বংশীয়ে সাহ পাই ক'লে—

"সন্তান জন্ম দি ফৰিংটোলৈ কচু এডাল আছে বুলি, নেদেখাজনে খুৱাব বুলি, গৰুচোৰ ভিক্ষাৰী কৰি সন্তানক এৰি যায়— মই কৈছো সেইবোৰ বাপেক-মাক সন্তানৰ শত্ৰুহে। মোৰ বোপায়ে মোৰ কাৰণে কি কৰি থৈ গ'ল, ছাৰ!"

"সেইবোৰ কথা আলোচনা কৰিব লাগিব। পিছে মনবৰে তোক ভূধৰৰ ঘৰত থাকিবলৈ কিয় কৈ গ'ল, তই গম পালিনে নাই? মোৰ লগত থাকিলে কিজানি তোক মই কংসৰ বিৰুদ্ধে উচতাই দিওঁ। কংসৰ প্ৰতি মোৰ সদ্ভাৱ নাই বুলি তই ছাগে জান? মোক চামগুৰিলৈ তেওঁ পঠিওৱাৰ পাছৰ পৰা তেওঁৰ সৈতে মই সম্পৰ্ক চিঙি পেলালো। মনবৰক এতিয়া তোৰ ওচৰলৈ কংসই পঠিয়াইছে। তোক হাত কৰিবৰ কাৰণে ভূধৰৰ ঘৰলৈ নিব খুজিছে। তই চাকৰি এৰি অহাৰ কাৰণবোৰ মনবৰক কোৱাৰ কোনো প্ৰয়োজন নাছিল। কংসক তই মোতকৈও ভালকৈ চিনি পাব।"

বংশীয়ে গোজৰণি মাৰি বোলে— "মই ভয় কৰিছো নেকি চাৰ? কওকচোন? মনবৰে যেনেকৈ যিয়েও নকওঁক, মোক কংসইও ভালকৈ চিনি পায়। ৰামধাৰীক মই কাটিবলৈ যাওঁতে কংসই মোৰ হাতৰ পৰা দাখন কাঢ়ি লৈ মোক বুজনি দিছিলে। মোক পুলিছে ধৰি নিয়াৰ পিচত সেইটো কংসই অ'চিক মোক এখুন্দা দিবলৈ খাটনি ধৰিছিলগৈ। ছাৰ। তেতিয়া থানাৰ মানুহবোৰ মোৰ চিনাকি আছিল কাৰণে মই ঘূণীয়া ন'হলো। মোক মাৰপিট কৰক চাবি অ'চিয়ে মোক এখুন্দা দিবলৈ সি কৈ অহা কথাষাৰ মোক কৈহে দিলে?"

"তাক জানো মই সুদাই এৰিছো? এবাৰ মেজি ভোজত তাৰ বাৰীৰ আলু কবি কোনোবাই চুৰ কৰিলে। বিহুৰ দিনা ৰাতিপুৱা মেজি পুৰাই থাকোতে সোধ নাই পোছ নাই, ঠাঁচ কৰে কাণতলীয়া চৰ এটা মাৰি দিলেহি। মই অকলশৰীয়া কাৰণে মোৰ সাহ-পিতৃ নাই বুলি ভাবিছিলে। ময়ো বাপেকে মেজিৰ আধা পোৰা এডাল উলিয়াই আনি দিলো তাৰ মূৰতে। কাপোৰে কানিয়ে পুৰি মৰিলহেঁতেন। ৰাইজেহে তাক ৰক্ষা কৰিলে। আৰু এইটো মনবৰ কুকুৰে মোক পিছফালৰ পৰা গবা মাৰি ধৰি মোক হাত বান্ধি পুলিচলৈ পঠিয়াইছিল। এতিয়া সেইটোৱেই মোক পেৰেতৰ কাম কৰি উদ্ধাৰ হ'বলৈ পৰামৰ্শ দিছেহি। সেইটো কংসই আধাপোৰাকৈ মাৰ খোৱাৰ পাচত মোক মিলিটেৰী চাকৰিলৈ পঠিয়াবৰ কাৰণে খুব ভাল ল'ৰা বুলি চাৰ্টিফিকেট লিখি দিছিল।"

কোৰৰ নালত ধৰি বংশীয়ে কথাবোৰ কৈ আছে; কিন্তু কংস ৰামধাৰী, মনবৰৰ কীৰ্তি কাহিনী শুনি মাষ্টৰে মুঠেই ভাল পোৱা নাই। সেই কাৰণে চকীৰ পৰা উঠি ইফাল-সিফাল কৰি ক'লে— "তই দদায়েৰৰ ঘৰত ভাত খাবলৈ যোৱাৰ কথা আছিল নহয়?" কোৰখন হাতত লৈ বংশী পাচফালে গ'লগৈ।

গা-পা ধুই বংশীয়ে ভূধৰৰ ঘৰত ভাত খাবলৈ ওলাই যোৱাৰ পাচতো মাষ্টৰে বংশীৰ কথাবোৰ চিন্তা কৰিয়েই থাকিল। পঢ়া-শুনা বিশেষ নথকা এটা ল'ৰাই শিক্ষিত, বিজ্ঞ মানুহ এজনৰ দৰে কথা ক'ব জনা হ'ল কেনেকৈ? আলোচনা কৰা শুনি শুনি সি বহুত কথা শিকিছে বুলি কৈছে যদিও ফৌজত চাকৰি কৰা মানুহবোৰৰ মাজত বহল ভাৱধাৰাৰ আলোচনা কৰা মানুহ থাকে কিমান? আজৰি সময়ত সি কিবাকিবি কিতাপ পঢ়ি থাকে বুলিও কৈছিল। পঢ়ি আলোচনা কৰা কথাটো তেওঁ কেতিয়াও ভৱা নাই। আলোচনা কৰিলে ধাৰণাবোৰ স্পষ্ট হয়? তেওঁ নিজেও কম কিতাপ পঢ়া নাই। কিন্তু সেই

কিতাপবোৰৰ কথাবোৰ কোনো দিনে, কাৰো লগত কেতিয়াও আলোচনা কৰা নাই। বংশীক কোৱা কথাবোৰ শুনিবলৈ বেয়া যদিও নিৰ্ঘাত সত্য কথা। মাক-বাপেকে সন্তান জন্ম নিদিও বুলিলে জন্ম নিদিয়াকৈ থাকিব পাৰে। তাৰ প্ৰমাণ নিজেই। নিৰ্ম্মলাই লগত লৈ অহা ছোৱালীজনী থাকোতে, তেওঁৰ ফালৰ আৰু সন্তান জন্ম হ'লে পাৰিবাৰিক অশান্তি হয় বুলি ভাবি তেওঁ জীৱনটো সংযম কৰিলে। অৱশ্যে সেই সমস্যাৰ ফলতেই নিৰ্ম্মলাই হা-হুতাহ কৰি কৰি শেষত ধুবীজনৰ লগত গুচি গ'লগৈ। আজীৱন সংযমৰ বিপৰীত ফলত তেওঁ আজি অকলশৰীয়া।

সাধাৰণ মানুহবোৰে বাস্তৱ জগতখনৰ অস্তিত্বক বাদ দি আধ্যাত্মিক ভাৱনাৰে সকলো কথা ভাৱে। ভাৱে নহয়; সমাজখনকো ভবায়। অলৌকিক কথাত বিশ্বাস স্থাপন কৰিবলৈ বাধ্য কৰায়। পৃথিৱীৰ স্বাভাৱিক গতিটোকে ঈশ্বৰ বুলি, মানুহৰ ধ্যান-ধাৰণাক বিপথে পৰিচালনা কৰা হৈছে। সেই কথা শিক্ষিত চামৰ ভিতৰত শতকৰা পাঁচজনেও বুজিবলৈ চেষ্টা নকৰে। বিশ্বাস অবিশ্বাসৰ কথাটোক উপৰোৱা কথা বুলি আৰ্থিকভাৱে স্বচ্ছল অৱস্থাৰ মানুহবোৰে ভাবে। কিন্তু হাড় ভঙা পৰিশ্ৰম কৰি দেহাৰে খাতি খোৱা মানুহবোৰৰ ওপৰত ঈশ্বৰৰ বিশ্বাসটো আৰু বেছিকৈ বিভিন্ন কৌশলেৰে জাপি দিয়াৰ কাৰণেই সিহঁত দিনে দিনে তললৈ গৈ আছে। খাতি খোৱা মানুহক চিন্তা কৰিবলৈ সমাজে সময় দিয়া নাই। আনহাতে মানুহবোৰ সচেতন নোহোৱাৰ কাৰণে আৰু বিভিন্ন আৰ্থিক সমস্যাই হেঁচি ধৰি থকাৰ কাৰণেই কংস, ৰামধাৰীৰ দৰে কেইটামান মানুহে মানুহবোৰৰ দুৰ্ব্বলতাৰ সুযোগ গ্ৰহণ কৰি সিহঁতক হাড়ৰ মাজৰ মজ্জালৈকে শুহি খাইছে। কৃষকৰ তেজ শুহি সিহঁতে নিজৰ মুখৰ ৰং জিলিকাইছে। আনহাতে শোষণত জৰ্জৰিত হোৱা অসহায় মানুহবিলাকে অন্তৰৰ ক্ষোভ, ঈৰ্ষা অন্তৰতে মাৰ নিয়াইছে। জীয়াই থকাৰ অধিকাৰকণো কাঢ়ি নিয়া বংশীৰ দৰে লাখ লাখ কৃষকৰ সঞ্চিত ক্ষোভ বিলাক গোটাব পাৰিলে এদিন আগ্নেয়গিৰিৰ উদ্‌গীৰণ হ'ব। কিন্তু সিহঁতক যুগে যুগে বঞ্চিত কৰা শত্ৰুবোৰক আঙুলিয়াই দেখুৱাই নিজৰ প্ৰাপ্যৰ কাৰণে দাবী কৰিবলৈ সিহঁতক সংগঠিত কৰে কোনে?

আজিৰ আত্মকেন্দ্ৰীক সমাজ ব্যৱস্থাত দলীয় ৰাজনীতিৰ পাণ্ডাহঁত ক্ষমতাৰ খঁকত, মগ্ন, শ্ৰমিক কৃষকৰ দুৰ্দশাৰ গীত গাই শিল্পীয়ে বিশ্বত খ্যাতি অৰ্জন কৰিছে; ক'তা—এখন গাঁৱত কৃষকৰ কাৰণে শিক্ষানুষ্ঠান পাতিবলৈ, হস্পিতেল

এখন পাতিবৰ কাৰণে সেইসকলে গীত গাই আৰ্থিক সাহাৰ্য্যৰ কাৰণে ত্যাগ কৰাৰ উদাহৰণ কিমান? জ্যোতি, বিষ্ণুৰ আদৰ্শৰ কথা টেটুফালি চিঞৰি প্ৰচাৰ কৰা শিল্পীসকলে কাৰ্পেটৰ পৰা নামি কৃষকৰ লগত ধান খেৰত কেইজনে বহিছেগৈ? একেলগে বহি "আপং" খোৱাটোকেই জনগোষ্ঠীয় ৰাইজৰ লগত একাত্ম হোৱা বুজাই নেকি? ড্ৰইং ৰুমত বহি কান্দি কান্দি কৃষকৰ দুখত লিখা নাট্যকাৰে কেইখন নাটক বিনামূল্যে গাঁৱৰ মানুহৰ কাৰণে মঞ্চস্থ কৰি দেখুৱাইছেগৈ? উপন্যাস লিখি বঁটা পোৱা খ্যাতিসম্পন্ন মুধাফুটা সাহিত্যিকবোৰে কৃষকক দেখিছেনে? নাই, কোনেও একো কৰা নাই। কৃষকৰ ঋণ দিবলৈ যোৱা ইউনিফৰ্ম" পিন্ধা দেশ কৰ্ম্মীসকলৰ অধিক অংশই আজিলৈকে চৰকাৰীভাবে দৰিদ্ৰ সীমাৰেখাৰ তলত থকা ভাৰতৰ জনসংখ্যাৰ হিচাপ পৰ্য্যন্ত দিব নোৱাৰে। চিন্তা আৰু কৰ্মৰ সংহতি নথকা এজাক শিল্পী, সাহিত্যিক, ৰাজনীতিজ্ঞ আৰু বুদ্ধিজীৱিক লৈ দেশখন চলি আছে। তাৰ মাজত বংশীয়ে চাকৰি এৰি নিজৰ অধিকাৰৰ দাবী কৰিবলৈ আহিছে? সি জেলত পঁচি মৰিব। তাক আগবঢ়াই দিব নোৱাৰি। বংশীয়ে ভাত ৰান্ধি থৈ যোৱা নাই। মাষ্টৰ ভিতৰলৈ গ'ল।

মাষ্টৰে ৰন্ধাত লাগি থাকোতেই মুহিৰাম আহি পালেহি। বংশী অহাৰ পৰা ইটো-সিটো মানুহ মাষ্টৰৰ ঘৰলৈ সময়ে অসময়ে অহা হৈছে। কেতিয়াবা মাষ্টৰে দিগদাৰি পায়। মুহিৰামক মাষ্টৰে ভাল নাপায়। সি খুব মদ খায়। সি য'তে ত'তে গুণ্ডামি কৰি ফুৰা ল'ৰা, তাৰ লগত মাষ্টৰৰ কোনো সম্পৰ্কও নাছিল। দুপৰীয়া আহিছে -যেতিয়া অনিচ্ছা সত্বেও তাৰ ওচৰত বহিলহি। মুহিৰামে নিশ্চয় বংশীকহে বিচাৰি আহিছে। তাৰ লগত পাতিবলগীয়া কথাও মাষ্টৰৰ নাই। তথাপি বংশীৰ প্ৰসংগ উলিয়াই মুহিৰামক মাষ্টৰে সুধিলে—

"মুহিৰাম তুমিটো জাপিসজিয়াৰ ল'ৰা, বংশীৰ সৈতে তোমাৰনো বন্ধুত্ব কেতিয়াৰ পৰা হ'ল?"

"নাই ছাৰ, আমি একেলগে ফুটবল খেলিছিলো। আগতে আমিকেইটা সদায় লগতেই ফুৰিছিলো। সি মিলিটেৰীলৈ যোৱাৰ পাছত আমাৰ ফুটবলৰ টিমটো ভাগি গ'ল যদিও সি ছুটীত আহিলে আমি লগ হওঁ। আমালৈ সি চিঠি পত্ৰ দি থাকে নহয়। ৰামধাৰীৰ পৰা মাটি দখল ল'বলৈ সি আমাক লগ বিচাৰি চিঠি লিখিছিল। তাৰ লগতে আমি ৰামধাৰীৰ ঘৰলৈ যাম বুলি তাক কৈ থৈছো। যাম ছাৰ, এইকেইটাৰ মতমতনি নাভাঙিলে ন'হব। চাকৰি এটা বিচাৰি কংসৰ ওচৰলৈ কেইবাদিনো গৈছো। দিম বুলি কয়। নিদিয়ে, কিন্তু বিহাৰী

মানুহ লৈয়ে আছে। আমি অসমীয়া জাক হেনো এলেহুৱা। আমাৰ ৰৰঘৰৰ ভিতৰত বিহাৰী মানুহে চাকৰি কৰি খাইছেহি আমি হাবো-কাবো কৰি ফুৰিছো। ৰামধাৰীকো দিম চাৰ। সি তাৰ অঙহী-বঙহী এটা এটাকৈ আনি আছে। কংসই গাড়ীৰ যোগালি, কাঠ কটাৰ কামতো সিহঁতকে মিলত সুমুৱাই আছে। বংশী আহিলে যেতিয়া আমি লগ লাগি কিবা এটা কৰিমেই। তাক কেইবাদিনো লগ পোৱা নাই। ঘৰত আইৰ অসুখ কাৰণেই মইও ঘৰ এৰি আহিব পৰা নাই।"

বংশীয়ে দদায়েকৰ ঘৰত ভাত খাবলৈ গৈছে বুলি মাষ্টৰে কলত মুহীৰামে বোলে "মই তেন্তে বৈ থাকি লাভ নাই, গধূলিভাগে আহিম বুলি বংশীক কৈ দিব।" মুহীৰাম গ'লগৈ। মুহীৰামক মাষ্টৰে বেয়া ল'ৰা বুলিয়ে ভাবিছিল কিন্তু তাৰ কথাবোৰটো বেয়া নহয়। "সি বংশীৰ লগত লাগি যাব।" কংসহঁতৰ মত্ মতনি ভাঙি দিব" ৰীতিমতে কামত লগাই দিব পাৰিলে এই ক্ষোভবোৰৰ ভাল ব্যৱহাৰ হ'ব। ইমান দিনে বেয়া বুলি ভাবি থকা ল'ৰাটোৰ ভিতৰতো তেন্তে ভাল চিন্তা আছে?

কিন্তু তেওঁৰ নিজৰ?

ইমান দিনে তেওঁ বিপ্লৱৰ অসংখ্য কিতাপ পঢ়িলে; অসংখ্য কিতাপ তেওঁৰ আলমাৰিত ভৰি আছে ; তেওঁ কিতাপৰ পোক, কিন্তু পঢ়ি কি কৰিলে?

এই ল'ৰাবোৰক কিতাপবোৰকে পঢ়ি শুনাব পৰাহেঁতেন সিহঁত বহুত আগবাঢ়িলে হয়। তেওঁ একোকে নকৰিলে। বিপ্লৱী মনোভাব এটা তেওঁৰ অন্তৰত কোনো দিনেই জাগি নুঠিল। কংসই তওঁৰ জীৱনটো গ্লানিৰে ভৰাই দি বহুত নিৰ্যাতন কৰিলে। কংসৰ বিৰুদ্ধেও তেওঁ কোনোদিনে কোনো প্ৰতিবাদ নকৰিলে। গোটেই জীৱন গাঁৱতে শিক্ষকতা কৰি বহুতক শিক্ষা দিলে। সামাজিক দায়বদ্ধতা বহন কৰা এটি দল তেওঁ তৈয়াৰ কৰা নাই। বৈপ্লৱীক কিতাপবোৰ পঢ়ি এদিনলৈ হ'লেও কৃষকৰ মাজত কিবা কৰাৰ কথা তেওঁ চিন্তাকে কৰা নাই। তেওঁ নিজকে বিশ্লেষণ কৰিব নজনা এটা মানুহ। গোটেই জীৱনটো একো নকৰাকৈ শেষ কৰি দিলে। তেওঁ আজিৰ শিল্পী সাহিত্যিক ৰাজনীতিকক ঘিণ কৰে। অথচ তেওঁ নিজেও সেই জাকৰ মাজৰে এটা ধুৰন্ধৰ। ধুৰন্ধৰ মানে? ধুৰন্ধৰেই নহয়! তেওঁৰ মানবীয় বোধ নাই। থকাৰ প্ৰমাণ কৰা নাই।

তেওঁ বদমাচ। চিগাৰেট এটা জ্বলালে। আজি তেওঁ নতুন কথা ভাবিছে। সঁচা কথা, তওঁৰ সাংসাৰিক দায়-দায়িত্ব নাই, অভাৱ নাই। অফুৰন্তভাৱে সময় আছিল, এতিয়াও আছে। গোটেই জীৱনটো জন্তুৰ দৰে খোৱা-শোৱাতে শেষ

কৰা তেওঁ এটা নামধাৰী শিক্ষিত বদমাছ। তেওঁৰ মূৰত হাতুৰীৰে টুকুৰীয়াই টুকুৰীয়াই বংশীয়ে তেওঁৰ মগজুবোৰ জোকাৰি দিয়াৰ কাৰণেহে তেওঁ যেন এই কথাবোৰকে ভাবিব পাৰিছে। প্ৰকৃততে কথাবোৰ সঁচাও। শিক্ষাগত জ্ঞান নাছিল যদিও বাস্তবৰ সংঘাতেই হওঁক বা বিভিন্ন মানুহৰ সান্নিধ্যলৈ অহাৰ কাৰণেই হওঁক বংশীৰ চিন্তা, সাহস যুক্তিৰ ওচৰত মাষ্টৰ নতশিৰ হৈছে। সি সম্পত্তিৰ লোভত চাকৰি এৰি অহা নাই। আহিছে জেদত। সি আহিছে তাৰ অন্তৰত জমা হৈ থকা ক্ষোভৰ জুই নুমুৱাবলৈ। বংশীয়ে জীৱ শ্ৰেষ্ঠতাৰ প্ৰমাণ দেখুৱাবলৈহে আহিছে।

সঁচাকৈয়ে সি এটা সঁচা মানুহ। আৰু বংশী অহাৰে পৰাই মাষ্টৰে ক্ৰমে চিন্তাশীল হৈ পৰিছিল যদিও কথাবোৰ বিশ্লেষণ কৰি চোৱাৰ পিছৰে পৰা মাষ্টৰে গাত পোৰণি এটা বেছিকৈ অনুভৱ কৰিবলৈ ধৰিছে। দাইল জুইৰ ওপৰত তুলি থৈ অহা মনত পৰি মাষ্টৰ ভিতৰ সোমাই গ'ল। দাইল আকৌ বঢ়াব লাগিব। তাতকৈ মস্কিলৰ কথা হ'ল কেৰাহীখনৰ ডেই যোৱা দাইলবোৰ গুচোৱাটো। তেওঁৰ ভোক লগা অনুভৱ নহ'ল। বিছনাখনত দীঘল দি পৰিলগৈ।



## ।। তিনি ।।

বংশী মাষ্টৰৰ লগত থকা পোন্ধৰ দিন মানেই হ'ল। মাষ্টৰে এটা কথা লক্ষ্য কৰিছে সি তাৰ বহুত হিন্দী কিতাপ মাষ্টৰৰ আলমাৰীৰ ভিতৰত সজাই থৈছেহি। মাষ্টৰে হিন্দী ভালকৈ পঢ়িব নাজানে কাৰণে কিতাপবিলাক কোন ধৰণৰ কিতাপ বুজা নাই। আৰু এটা কথা বিশেষভাৱে লক্ষ্য কৰিছে যে সি মাষ্টৰৰ আলমাৰীৰ পৰা কিতাপবোৰ উলিয়াই পঢ়িছে। মাষ্টৰৰ আলমাৰীৰ দৰ্শনৰ কিতাপবোৰ পঢ়ি সি কিবা বুজিব পাৰিছে বুলি মাষ্টৰৰ ধাৰণা হোৱা নাই। সি যদি বুজি নাপালেহেঁতেন কিতাপবোৰ পঢ়ি আছে কিয়? কিবা নুবুজিলেও তেওঁক সুধিবলৈ ক'ম ক'ম বুলিও কোৱা হোৱা নাই। তেওঁৰ বাহিৰে বংশীয়েই প্ৰথম মানুহ যি মাষ্টৰৰ কিতাপবোৰ পঢ়িছে। বংশীক মাষ্টৰৰ ভাল লাগিছে। গধূলিৰ আগে আগে সি সদায় ওলায় যায়। এন্ধাৰ হোৱাৰ পাছত ঘূৰি আহে। সি ঘূৰি আহোঁতে আকবৰহঁতৰ যি কোনো এটা তাৰ লগত আহে। ডেকা মানুহ। তাতে বান্ধৰ পৰা মুকলি হৈ আহিছে। সেই কাৰণেই ফুৰাৰ বাবে মাষ্টৰে তাক একোৱেই নকয়। কিন্তু সাধাৰণতে ল'ৰাবোৰে গোট খাই পতাৰ দৰে টুলুঙা কথা পাতি সময় নষ্ট নকৰিবি বুলি মাষ্টৰে তাক সাৱধান কৰি দিছে। গধূলি ল'ৰাকেইটাৰে সৈতে একেলগে বহি আলোচনা কৰি আলমাৰীৰ কিতাপ একোখনকে পঢ়িবলৈ কওঁ কওঁ কৰিও বংশীক কোৱা হোৱা নাই। খবৰ কাগজ-আলোচনী মাষ্টৰৰে নাই। সিহঁতে ক'ত পঢ়িবলৈ পাব? আজিকালি খবৰ কাগজ পঢ়ি ল'ৰা-ছোৱালীয়ে একো বুজিয়েই নাপায়। পঢ়াৰ পৰিবেশো লাগে। পঢ়াৰ পৰিবেশ এটাও সৃষ্টি কৰিব লাগিব।

যোৱা দিনকেইটাৰ ভিতৰত বংশীয়ে মাষ্টৰৰ বাৰীখনৰ হাবি-জংঘলবোৰ কাটি চাফা কৰি পেলালে। সি হেনো ডবল কোৰ মাৰি বাৰীখনত শাক-পাচলিৰে ভৰাই দিব। মাষ্টৰ চামগুৰিলৈ যোৱাৰ পৰা বাৰীৰ লাগনি গছ কেইজোপাই এতিয়াহে জাবৰ-জোথৰৰ মুখ দেখিছে। মাষ্টৰৰ নিজৰ .বুলিবলৈ কোনো নাই। তাকে নিজৰ ল'ৰা বুলি সাৱটি ল'ব। স্কুল-কলেজৰ শিক্ষা দিয়াৰ বয়স এতিয়া তাৰ নাই, যদিও চৰ্চাৰ মাজেৰে তাক অন্ততঃ এশজনৰ ভিতৰত প্ৰথমজন কৰি মাষ্টৰে গঢ় দিব। চিগাৰেটৰ ধোঁৱাবোৰে মাষ্টৰৰ চকুৰ টোপনিৰ

জাল কাটিলে। সি চিগাৰেট, বিড়ি, মদ, চাৰাপ এৰিলো বুলি আকবৰহঁতক কোৱা মাষ্টৰে এদিন শুনিছিল। সঁচাকৈ এৰিলে। জিকা পুলি এটা ৰুইও তাক *বগাবলৈ জেং এডাল দিয়ে। নহ'লে হাবিয়ে-বননিয়ে বগাবলৈ বিচাৰিব। ল'ৰা-ছোৱালী জন্ম দি সিহঁতকো জিকাত দিয়া জেঙৰ দৰেই পথৰ নির্দেশনা দিয়া* দৰকাৰ। কোমলমতিয়া বয়সে বিভিন্ন খোৰাক বিচাৰে। সস্তীয়া প্ৰেমৰ কাহিনীৰ গল্প, উপন্যাস, ভৌতিক কাহিনী, ৰহস্য, সন্ত্রাস আদি লৈ সহজতে সিহঁতৰ মন আকৰ্ষিত হয়। যিহেতু সেইবোৰ বিষয়ত গভীৰ ভাবৰ জটিলতা নাথাকে। সমাজ বিজ্ঞানৰ তত্ব-গধুৰ বিষয় লৈ সৰুৰে পৰাই আকৃষ্ট কৰাৰ ব্যৱস্থা নল'লে, লঘু বিষয়লৈ ল'ৰা-ছোৱালীৰ মন ঢাল খাবই। ল'ৰা-ছোৱালীৰ কথা বাদেই শিক্ষকসকলেনো কিমান তত্ব গধুৰ কিতাপ পঢ়ে? পঢ়ি বুজি পায় কেইজনে? সমাজ সচেতনতাবোধ দিব পৰা কিতাপ অসমীয়ালৈ অনুবাদ কৰিছে কিমানে? লেখকৰ কথা বাদ, মাষ্টৰে নিজেওটো কিবা-কিবি কৰিব পাৰিলেহেঁতেন। একোকে নকৰিলে। এৰি অহা তেওঁৰ জীৱনৰ দিনবোৰ মাথো খাম-খেয়ালি কৰি নষ্ট কৰিলে।

কেইদিনমানৰ পৰা মাষ্টৰে ভুলৰ শুধৰণি কৰাৰ পথ বিচাৰি খেপিয়াই ফুৰিছে। আংশীকভাৱে হ'লেও ভুলৰ শুধৰণি কৰি জীৱনৰ বাকী থকা দিনবোৰ সদ্ ব্যৱহাৰৰ মনস্থ কৰিছে। কিন্তু কেনেকৈ? কিহৰ পৰা আৰম্ভ কৰিব? তাৰ আঁত বিচাৰি মাথো মনৰ ভিতৰতে পাক্‌ঘূৰণি খাই ফুৰিছে।

বাহিৰত চিপ্‌চিপিয়া বৰষুণৰ উমান পালেই ম'হবোৰ বেছি হয়। মাষ্টৰে আঁঠুৱাখন তৰি লৈ লেমটো কমাই বিচনাত দীঘল দি পৰোতেই বংশী, মুহিৰাম আৰু বকুল সোমালেহি। বংশীয়ে অন্য এটা লেম জ্বলাই পাকঘৰ আৰু মাজৰ কোঠাত পোহৰ পৰাকৈ থলেহি। চাহৰ কেটলিটো জুইৰ ওপৰত তুলি দি "চাৰে আবেলি চাহ খোৱাই নাই" বুলি বংশীয়ে কোৱা মাষ্টৰৰ কাণত পৰিলেহি। ক্ষন্তেক পৰৰ পিচত মাষ্টৰক চাহ একাপ দি "বৰষুণৰ কাৰণেই আতকাই গ'লো ছাৰ" বুলি বংশীয়ে অনুশোচনাৰ সুৰত ক'লে। আকবৰহঁত আটাইকেইটা আহিলে আমি বহিম বুলি বংশী আৰৌ বকুলহঁতৰ ওচৰলৈ গ'ল।

মাষ্টৰে আটাইকেউটা ল'ৰা আহি পোৱালৈ অপেক্ষা কৰি আছিল। সিহঁত আহি মাষ্টৰ শোৱা বিচনাখনৰ ওচৰৰ খাতিয়াখনতে বহিলহি। আহিলিহঁক? "হয় ছাৰ" বৰষুণজাক বাটতে নোপোৱা হ'লে কেতিয়াবাই পালোহিহেঁতেন। আমি বংশীৰ কথাটোৰ কি কৰো? ইদিন সিদিনকৈ ভালেদিন পাৰ হৈ গ'ল।

আমি আটাইকেইটাই গোটখাই দহখনমান হালেৰে এফালৰ পৰা হাল বাই দিওঁ বুলি ভাবিছো ছাৰ! আকবৰে হালবাই দিওঁ বুলি ক'লত মাষ্টৰে চক্ খাই উঠিল। আকবৰে কৰিম বোলাটো কৰিবই। সিহঁতি কিবা এটা সিদ্ধান্ত লৈ আহিছে। *"ক'ত হালবাই দিবি?" "আমাৰ মাটিখিনিত এটিয়াও হাল বোৱা নাই চাৰ, সেই কাৰণে হাল বাই দি দখল কৰি পেলাওঁ বুলি ভাবিছো চাৰ।"* বংশীয়ে ক'লে।

আকবৰ আৰু বংশীৰ কথা শুনি মাষ্টৰে ক্ষন্তেক চিন্তা কৰি থাকি চাহৰ কাপটো আঠুৰাৰ বাহিৰলৈ উলিয়াই মাটিত থৈ ক'লে "বাপেৰৰ মাটি কাঢ়ি লৈ তাত ৰামধাৰীয়ে জানো নিজে হাল বাই খেতি কৰিছে? নাই কৰা। যিটো মানুহে ৰামধাৰীৰ পৰা আধি খন্দুৱাঁত লৈ মাটি ডোখৰত খেতি কৰিছে সেইটো কোনোবা এটা দুখীয়া খেতিয়ক। গতিকে সেই মানুহটোৰ লগত যুদ্ধ কৰিবলৈ নাযাবিহঁক।" বকুলে বোলে "যুদ্ধ নকৰো চাৰ।" জাপিসজিয়াৰ কেহোঁৰামে সেইখিনি মাটি আধিত কৰইছে। আমি কেহোঁৰামক কৈছো, বোলে— "মাটিৰ ধান আমি গোটেইখিনি তোমাকে দিম।" যোৱা বছৰ মাটিখিনি আমাৰ গাঁৱৰ নাৰদে কৰইছিল। এই বছৰ নাৰদৰ পৰা এৰুৱাই কেহোঁৰামক দিছে। দিছে যদিও কেহোঁৰামে মাটিত হালকে বোৱা নাই।" নাৰদৰ লগত ধান দিয়াৰ সময়ত যোৱা বছৰ মহা কাজিয়া লাগিছিল নহয়, ৰামধাৰীৰ মহৰীৰ হিচাবত নাৰদে বছৰটো খেতি কৰি তাৰ ভাগত ধান পাই বাৰ মোন। তাকে লৈ মাৰপিট হয়েই নাৰদে বোলে "তোমাকে গোটেইখিনি দি দিছো লৈয়ে যোৱা" পিচত যেনিবা ভবধৰ মাষ্টৰে আহি কোনোবা কোনোবা কেইজনমানক মাতি আনি নাৰদৰ বাৰমোনৰ ঠাইত বিশমোন ধান দিয়ালে। তেহে গণ্ডগোলখন নোহোৱাকৈ সিমানতে ৰ'ল। আধিত ৰোৱা হ'লে ধানৰ আধাভাগ দিয়ে, খন্দুৱাকৈ ল'লে, ধান হ'লে ভালেই, নহ'লে চাৰিভাগৰ তিনিভাগ ধান মাটিৰ মালিকে লৈ যায় চাৰ। সেইটো খণ্ডতে নাৰদে মাটি এৰি দিলে।

এৰিলে কি হ'ব! শত্ শগুণ পৰাৰ দৰে মানুহে মাটি বিচাৰে নহয়। এইবাৰ কেহোঁৰামে লৈছে যদিও আমি কোৱা কথাত তেওঁ ৰাজি হৈছে। আমি কেহোঁৰামক কৈ দিছো, ৰামধাৰীৰ হাতৰ পৰা এৰুৱাই যিমান বছৰ খাব, তোৰ হাতৰ পৰা মাটি আমি এৰুৱাই নলওঁ। বকুলৰ কথাবোৰ শুনি মাষ্টৰে দীঘলকৈ হুমুনিয়াহ এটা পেলাই বৈ আছিল। আকবৰে বোলে আমিকেইটাই কথাটো খামাখা ফাইনেল কৰিছো চাৰ, আপুনি কি কিয় সেইটো শুনিবলৈহে বৈ আছে।"

"হাল কিনি মাটি দখল লোৱাতো ধেমালিৰ কথা বুলি ভাবিছ, সেই কাৰণে ফাইনেল সিদ্ধান্তও কৰিব পাৰিছহঁক। দেচুৱালীৰ লাঠিৰ আগত হালোৱা ছিটিকি পলাব। তহঁতকেইটা অকলশৰীয়া আৰু সুবিধা পালে ৰামধাৰীয়ে তহঁতক জীৱনলৈ ঘৃণীয়া কৰি পেলাব। আধি খন্দুৱাত মাটি খোৱা সকলো মানুহে লগলাগি হালবোৱা হ'লে এটা জাগৰণ হ'লহেঁতেন। মই ভাবো ইমান সোনকালে কামটো আৰম্ভ নকৰি তহঁতৰ পক্ষলৈ কিছুমান মানুহক টানিলৈহে কামটোত হাত দিয়া ভাল হ'ব। অকল ৰামধাৰীৰে নহয়, কংস বেজবৰুৱা, মধুসোধন গোস্বামী, গদাধৰ কেৰেণীৰো বহুত মাটি গাঁৱৰ ৰাইজে আধি খন্দুৱাত ৰুই আছে। ৰোৱতি মাটি দখললৈ অনাটোৱেই যেতিয়া মূল উদ্দেশ্য, খেতিয়কসকলে ৰুই থকা সকলো মাটি খেতিয়কৰ দখললৈ আনিব লাগিব আৰু সেইটো কাম কৰিবলৈ সকলো খেতিয়কক প্ৰথমতে একগোট কৰিবই লাগিব। পৰিকল্পনা কৰি কাম আৰম্ভ কৰিলে পিছৰ স্তৰত কি কৰিব লাগিব সেইটোও ঠিক হৈ যাব।"

আকবৰহঁতৰ উদ্যোগটোত মাষ্টৰে চেঁচাপানী ঢালি দিলে। সিহঁতৰ মনবোৰ সেমেকি গ'ল। কাৰো মুখৰ মাত নাই। আঠ দহদিন আলোচনা কৰি কৰি সিহঁতি এটা কাম কৰিবলৈ আগবাঢ়িছিল, মাষ্টৰে এক মুহূৰ্ত্তে সকলো ওলট-পালট কৰি পেলালে। আকবৰ বাহিৰলৈ ওলাই গ'ল। মুহিৰামৰ চকুদুটা লেমৰ পোহৰটো ৰঙা হোৱা যেন দেখাইছে। সি বোলে, "ছাৰে, পোন কোবেই আমাক বাধা কৰিছে হয়, পিছে আপুনি কোৱামতে গোটেই আধি খন্দুৱা খোৱা মানুহজাকক একেলগ কৰেগৈ কোনে? মইযে সেইমতে কাম কৰিব নোৱাৰিম দেই বংশী। শৰাই সঁফুৰা আগবঢ়াই মাতিলেও আমাৰ এইকেইখন গাঁৱৰ মানুহ যুঁজ কৰিবলৈ ওলাই নাহে। বংশীয়ে চাকৰি এৰি আহিলে বাপেকৰ মাটি মোকোলাম বুলি। তাৰ সাহসৰ চোকটো দিন দিনকৈ কমি গ'লে পিচত একোডাল নহ'বগৈ। আপোনাক গুৰি ধৰি আমি বুদ্ধি সন্ধি ল'ম বুলি ভাবিছিলো, আপুনিও আমাৰ বুঢ়াজাকৰ দৰে পোন কোবেই আমাক পাচলৈ টানিহে ধৰিলে।" বকুলে মুহীৰামক ধমক দিয়াৰ দৰেই ক'লে।

"তইনো নভবা নিচিন্তাকৈ কিবোৰ কৈ আছ অ'। চাৰে কোৱা কথাটো কি মিছা কৈছে? বংশীৰ মাটিখিনি মোকোলালেই হ'ব নেকি? আকবৰ মাটিখিনিও কংসৰ নামত আছে। গাঁওকিখনৰ সৰহভাগ মানুহে হয় আধি নহয় খন্দুৱাকৈ মাটি ৰুইছে। গাওঁখনৰ এফাল পথাৰ মাটি মাটিগিৰিয়া কেইটাৰ

হাতলৈ গ'ল। সেই মানুহবোৰৰ মাটিও দখল ল'ব লাগিব। আজি অত বছৰে বংশীৰ মাটি ৰামধাৰীয়ে খাই আছে। আৰু এবছৰ খাওঁক।" বংশীয়ে বোলে "আকবৰ ববাকেও কৈছে, বোলে "মাউথে উটিলে গুৰি পৰুৱাৰো মৰণ নাই।" লাগিছ যদি এঘৰীয়াকৈ নালাগিবি, জাকে জুমে হেঁচা মাৰি ধৰ।"

আকবৰ সোমাই আহিল। সি বোলে, আমি চাৰক কথাটো সুধিলো কাৰণে চাৰে তেখেতৰ মনৰ কথাটো কৈছে। আমিও কথাটো আকৌ আগ গুৰি ভাবি আলোচনা কৰি চাওঁ। হৰ বৰ কৰি কাম কৰিলে পিচত বিপদত পৰিম বংশী!" মাষ্টৰে বোলে ভাবিবলৈও সময় লাগিব। কামত হাত দিবলৈ আৰু সময় লাগিব। লাগক। কাম কৰাৰ আগতে ভাবি-চিন্তি ল'লে পিচত বিপদত পৰিব নলাগে। মানুহ গোটাইহে কাম আৰম্ভ কৰিব লাগিব। আৰু মানুহ গোটাই মন মিলাই লওঁতেও সময় ল'ব। সেইখিনি সময়তে মানুহে মাটিও ৰুব। ধানো পকিব। পকা ধানৰ ভাগ মালিকক দিব নালাগে। ৰাইজে ভঁৰালত ধান সুমুৱাই দিয়ক। নিজে কষ্ট কৰি উপাৰ্জন কৰা ধান ভঁৰাল ভাঙি নিবলৈ আহিলে ৰাইজে দেহাকে দিব, তথাপি ধান নিদিয়ে। মাটিৰ মালিকহঁতেও ভৰাঁলৰ পৰা ধান উলিয়াই নিয়াতো সমস্যা হ'ব। গতিকে মোৰ ফালৰ পৰা কিছুদিন অপেক্ষা কৰি কামত হাত দিবলৈহে কৈছো। কাম কৰা মানুহ তহঁতিহে, সেই কাৰণে তহঁতি যি ভালদেখ' চিন্তা কৰিল।"

বংশীয়ে ইমান সময় মনে মনে থাকি মাত দিলে, "চাৰে খুব ভাল কথাকে কৈছে জানিছ মুহী, কিন্তু মোৰ যে এদিনেই এমাহ যেন লাগিছে পায়। গাঁৱৰ মানুহখিনিক একগোট কৰাটোও কম ডাঙৰ কথা নহ'ব।" মুহীয়ে বোলে "মই চাওঁতে সেইটো কাম কোনো কাহানিও কৰিব নোৱাৰে। কাৰণ কেলেই, গাঁওখনে পতি দুই তিনিটাকৈ বেলেগ বেলেগ নামঘৰ পাতি মানুহবোৰ ভাগ ভাগ হৈ আছে।" মাষ্টৰে বোলে "ধৰ্ম্মৰ কথাত ভাগ হৈ থাকিলেও পেটৰ ভাত মুঠিৰ চিন্তা সকলোৰে একেই আছে। চুবুৰীয়ে প্ৰতি দুই-তিনিজন মানুহ বিচাৰি উলিয়াই তহঁতৰ উদ্যোগটোৰ কথা গোপনভাৱে সিহঁতক ভালকৈ বুজাব লাগিব। দুই-তিনিজন মানুহেই দুকুৰি তিনিকুৰি মানুহক কথাবোৰ বুজাই উলিয়াই আনিব। সেইটো কাম কৰিবলৈ যোৱাৰ আগতে তহঁতি কি কৰিবলৈ আগবাঢ়িছহঁক, আৰু কেনেকৈ আগবাঢ়িবি সেইটো কথা মুখিয়াল মানুহকেইটাই নিজে ভালকৈ বুজি পাব লাগিব।

টান অঙ্ক এটা আগত দি যেন আকবৰ মুহীৰাম বকুলহঁতক উত্তৰ উলিয়া

বুলি, হাতত এচাৰি এডাল লৈ মাষ্টৰে শাস্তিহে দিব খুজিছে। আটাইকেইটাই তলমূৰ কৰি ভাবি আছে। বিচনাৰ পৰা উঠি আহি মাষ্টৰে চকীখনত বহিলহি। “তহঁতি গধূলি সময়ত আটাইকেউটা ল'ৰা এঠাইত লগ খোৱাৰ ব্যৱস্থা কৰ। গাঁৱৰ মানুহৰ খেতিৰ মাটিৰ সমস্যাটো কেনে অৱস্থাত আছে প্ৰথমতে সেইটো কথা তহঁতি বুজি পাব লাগিব আৰু সেইবোৰ কথা জানিবলৈ প্ৰতিটো চুবুৰীৰ মানুহ দুই-এজনক তহঁতৰ আলোচনালৈ আনিবই লাগিব। গাঁওখনৰ ভূমিৰ সমস্যাটো নজনাকৈ একো আলোচনা কৰিব নোৱাৰাইঁক। কাৰো মুখলৈ নোচোৱাকৈ মাষ্টৰে ক'লে। কিছু সময় ভাবি থাকি আকৌ আৰম্ভ কৰিলে, চৰকাৰে চিলিং আইন প্ৰবৰ্ত্তন কৰি ৰামধাৰী কংসহঁতৰ বহুত মাটি অধিগ্ৰহণ কৰিছিল। সেই মাটিবোৰৰ দখল এতিয়াও সিহঁতৰ হাতভেই আছে। তাৰ অৰ্থ চাকৰৰ নামত কিম্বা কাৰোবাৰ নামত বুদ্ধি সন্ধি কৰি সিহঁতি মাটিবোৰ পুনৰ নিজৰ নামতে ৰাখিলে। চিলিং আইনত যোৱা কংসহঁতৰ মাটিবোৰ মাটি নথকা গাঁৱৰ মানুহক চৰকাৰে বিতৰণ কৰা হ'লে কিছুমান খেতিয়কে বামখেতিকে কৰিব পাৰিলেহেঁতেন। বাম মাটিত আহু খেতিও কৰিব পাৰিলেহেঁতেন। প্ৰথম অৱস্থাত আমি চিলিং আইনত অধিগ্ৰহণ কৰা মাটি ৰাইজক মাজত বিতৰণ কৰাৰ কথাটোকে লৈ ৰাইজক গোটাই কিছু সচেতন কৰি লওঁ। তাৰ পিচতেহে আমি খেতি কৰি থকা পথাৰ আমাৰ নামলৈ অনাৰ প্ৰশ্নটো ৰাইজৰ আগত দাঙি ধৰিম। চিলিং আইনৰ মাটিৰ বিষয়ে এচ-ডি-চিৰ ওচৰলৈ যাব লাগিব। তহঁতৰ সৈতে সময়তে মই নিজে এছ.ডি.চিৰ ওচৰলৈ যাম। সেইবোৰ নথিপত্ৰ সংগ্ৰহ কৰিবলৈকো বহুত কষ্ট কৰিব লাগিব। কৰিম। আৰু কিছুমান কথা তহঁতি নাজান, ৰামধাৰী আৰু কংস বেজবৰুৱাই কিছুমান মানুহকে কাম দি সিহঁতৰ লগত ৰাখিছে। আচলতে সেই মানুহবিলাকক সিহঁতি সময়ত নিজৰ প্ৰতিৰক্ষাৰ কাৰণে ব্যৱহাৰ কৰিব।” কংস বেজবৰুৱাই তেওঁৰ মিলত আৰু ৰামধাৰীয়ে মহলবোৰত কাক ক'ত ৰাখিছে, মাষ্টৰে সেইটো খবৰো নাজানে। বংশীহঁতে ভয় কৰক বুলি সেই কথাটো কোৱাও নাই। কথাটো কৈছে, বিপক্ষৰ শক্তিৰ জোখাৰে নিজকে যাতে ল'ৰাকেইটাই শক্তিশালী কৰিব পাৰে, সেই উদ্দেশ্যই কথাটো সাজি ক'লে।

“আমি সিমানবোৰ খবৰ ৰখা মানুহেই নহয় চাৰ, আৰু আপোনাৰ মতে চলিবলৈ হ'লেচোন হাতত খাতা বহি লৈ কাৰ কিমান মাটিবাৰী আছে সেইবোৰো লিখি যাব লাগিব। মই হ'লে সিমানখিনি কৰিব নোৱাৰো দেই। মই মানুহো

গজং গজং, মোৰ কামো গজং গজং। মই লাগহি বুলি মাতিলে হাত কোচাই লাগিযোৱা মানুহ।" মুহীৰামৰ যে খং উঠিছে সেইটো কথা বংশীহঁতে আটাই কেউটাই বুজি পাইছিল। সি হাল গৰু বন্দবস্ত কৰি আহি, মাষ্টৰৰ এই হুকাবধা সমূলি ভাল পোৱা নাছিল। সেয়ে বকুলে আলোচনাটো বন্ধ কৰিবৰ মনেৰে বোলে, "ছাৰ বতৰো ভাল নহয়, আৰু কষ্ঠি মুহিৰামহঁতৰ ঘৰো ভালেখিনি দূৰ। এতিয়া কথাটো ইমানতে থওঁ ছাৰ।" আকবৰে বোলে "তহঁতি যাঁগে কষ্ঠি, আমি অলপ সময় বহিম।" মুহীৰামে যাওঁ যাওঁ বুলি আকবৰক মাজে মাজে, কৈ আছিল। "যা" বুলি কোৱাৰ লগে লগে কষ্ঠি মুহীৰামৰ লগত বলোৰাম গ'লগৈ।

মুহীৰামহঁত যোৱাৰ পিচত মাষ্টৰে বোলে "বকুল তহঁতি এই মুহীৰাম বোলা মানুহটোক লগত লৈ ভাল কৰিছ জানো? ইমান উগ্ৰ মানুহ, লগত থাকিলে, কেতিয়াবা চম্ভালিব নোৱাৰি তহঁত বিপদত পৰিব লাগিব যেন দেখিছোঁ।" "ছাৰ, মুহীৰামৰ অৱস্থাইহে তাক তেনেকুৱা হ'বলৈ বাধ্য কৰিছে। পকাঘৰ সাজিম বুলি সি জুৱা নেখেলে। খেতি পথাৰ নাই, ইফালে ঘৰখনত খাওঁতা চাৰি পাঁচোটা। জুৱাখেলি সি ঘৰ চলাইছে বুলি ক'লেও মিছা কোৱা নহয়। কেইদিনমান জুৱাখেলি টকা পাইছিল কাৰণে জুৱা খেলাটো সি এৰিবই নোৱাৰা হৈছিল। এতিয়া অৱশ্যে এৰিলে। জুৱাত বহা মানুহে মদ খায় কাৰণে সি খুব মদ খাবলৈও ধৰিছিল। বিয়া কৰোৱাৰ পিচত মদ খাবলৈও এৰিছে।" আকবৰে ক'লে।

বংশীয়ে বোলে "মোকো দেখোন সকলোৱে গুণ্ডা, বদমাচ বুলিছিল। মইনো কেতিয়া ডকাইতি কৰিছিলো? উৎপাত কৰিছিলো হক কথাৰ কাৰণে। মুহীৰামৰ তেনেকুৱাই অৱস্থা ছাৰ, সি সঙ্গত পৰি ডকাইতিত নামিছিল যদিও আমি আটাইকেউতা ল'ৰাৰ ভিতৰত সি ভাল ল'ৰা। তাৰ সমান সাহসী ল'ৰা কিজানি এইকেইখন গাৱঁত এটাও নোলাব ছাৰ। তাক মদপী বুলিলে কি হ'ব। ঘৰৰ চাৰিসীমাত মদ, চেৰাপ সুমুৱালে চক হাৰি পেলোৱা গাৱঁৰ মানুহে, ঘৰে ঘৰে মদ চেৰাপ বনাই বাগিছাৰ লাইনত বিক্ৰী কৰিছেগৈ। সেইবোৰ বেয়া কাম সমাজত চলি আছে। নিবনুৱা, মাটিহীন খেতিয়কৰ ল'ৰাই উপাৰ্জনৰ পথ বিচাৰি নাপায় মদ বিক্ৰী কৰিছে, নিজে মদ খাবলৈ লৈছে।" "মদ বনোৱাটোকে বন্ধ কৰি দিব লাগে চাৰ।" বিচনীখন টেবুলত থৈ আকবৰে মাত মাতিলে।

"হেৰ' চপাতল চাৰিআলিৰ মদৰ দোকানখন কিবা গাঁৱৰ মানুহে দিছে

নেকি? গাঁৱৰ মানুহে মদ বনোৱা কৰিলেও সেই চৰকাৰী মদৰ দোকানখন থাকিব দেখোন। আৰু গাঁৱৰ চাকৰি-বাকৰি নোহোৱা ল'ৰাজাকক উপাৰ্জনৰ কিবা অন্য উপায় এটা নিদিয়াকৈ সেইটো কথা চিন্তা কৰাৰো অৰ্থ নাই। বাগিছাৰ মজদুৰখনক যি কৰিছে কৰিছেই, গাঁৱৰ মানুহখনকো ব্যভিচাৰী কৰিছে।" কথাকেইটা কৈ বংশী ভিতৰফালে গ'ল। লেমটোত তেল নাই, পোহৰ কমি আহিছে। বংশীয়ে তেলৰ বটলটো আনি লেমত তেল ভৰাইছেহি।

বংশীৰ মাটিত দহবাৰখন হাল বায় মাটি দখল কৰাৰ কথা খন্তেকৰ কাৰণে তলপৰি গাঁৱৰ ল'ৰাই মদ খোৱা, মদ বনোৱা কথাটোৱে ঠাই ল'লেহি। ইটো কথাৰ লগত সিটোৰ সামঞ্জস্য ৰাখি মাষ্টৰে বোলে "আমি মদৰ মহলটো ইয়াৰ পৰা তুলি নিবলৈ ৰাইজৰ চহী লৈ এখন দৰখাস্ত দিওঁ। খেতিৰ মাটিৰ বিষয়টো যদিও আমাৰ মূল সমস্যা তথাপি বিভিন্ন উন্নয়নমূলক কামত হাত দিলে আমি গাঁৱৰ ৰাইজৰ সমৰ্থন সহজতে পাব পাৰিম। মইও কথাবোৰ ভাবি চিন্তি চাওঁ আৰু তহঁতিও গভীৰভাৱে ভাবি লহ'ক। যি কৰিব লাগে সকলোৰে চিন্তাৰ পৰা ওলাই অহা মতে, যুক্তিপূৰ্ণ সিদ্ধান্ত লৈহে আমি কামত হাত দিম। তহঁতি এতিয়া ঘৰাঘৰি যাহঁক, আমাৰ ভাত ৰন্ধাৰ ব্যৱস্থা কৰ বংশী।" মাষ্টৰে আঠুৱাখন নমাই লৈ বিচনাত দীঘল দি পৰিল।

বংশীয়ে তলে তলে মাটি দখল ল'বলৈ পৰিকল্পনা কৰি মাত্ৰ এইকেইদিনতে ইমান আগবাঢ়ি যোৱা কথাটো ভাবি মাষ্টৰ নিজে আচৰিত হৈছে। আৰু তাৰ লগৰ ল'ৰাকেইটাও বংশীৰ সৈতে আগপিছ নুগুণি সংগ্ৰামত জপিয়াই দিবলৈ সাজু হৈ আহিছে। সিহঁতৰ সাহস আৰু দৃঢ়তাৰ কথা ভাবি মাষ্টৰৰ অৱশ্যে প্ৰত্যয়ৰো জন্ম হৈছে। সিহঁতি সহায় পালে কিবাকিবি কৰিবই। মাষ্টৰে সিহঁতক আগবঢ়াই দিব। আগবঢ়াই দিলেই নহ'ব। সিহঁতৰ পিচত যাবলৈ আৰু এজাক মানুহক গোট খুৱাব লাগিব। নহ'লে এখোজ আগবাঢ়ি গৈয়ে সিহঁতি থমকি ৰৈ যাবলৈ বাধ্য হ'ব। সংগঠন এটা কৰিবলৈ মাষ্টৰে বিশেষ ভূমিকা ল'ব নোৱাৰে, কাৰণ পোনপটীয়াভাৱে ৰাইজৰ লগত মাষ্টৰৰ কোনো ঘনিষ্ঠতা নাই। দীঘলা বসন্ত, ভৱধৰ মাষ্টৰ এই দুটা মানুহৰ লগত মাষ্টৰৰ এটা বাহ্যিক সম্পৰ্ক আছে যদিও ভৱধৰ মাষ্টৰ ভয়াতুৰ। তথাপি এই দুজন মানুহকো মাষ্টৰে যিকোনো উপায়েৰে বংশীহঁতৰ লগত যুক্ত কৰি দিব। কলিমন গোহাঁই বোলা মানুহটোৱেও বাট দেখুৱাই নিলে কাম কৰিব পাৰিব, আৰু সি ওলাবও। দীঘলা বসন্তক হাতত লৈ মাষ্টৰেই আৰু বহুতক এনে কামত যুক্ত কৰিব লাগিব।

বংশীয়ে চাকৰি এৰি অহাৰ পিচৰ পৰাই, তাক ৰাইজৰ কামত কেনেকৈ যুক্ত কৰিব পৰা হয় সেই কথাটো প্ৰতিদিনেই মাষ্টৰে ভাবি আছিল। বাপেকৰ মাটি ৰামধাৰীৰ হাতৰ পৰা দখল ল'বলৈ বংশীয়ে বাকী ল'ৰাকেইটাক লৈ আগবাঢ়ি অহা কথাটোৱে যেন মাষ্টৰৰ চিন্তাৰ আঁতডাল আজি উলিয়াই দিলে। মাষ্টৰে এই সংগ্ৰামত নিজকে যুক্ত কৰিবই। ঘৰৰ ভিতৰত বহি শুই পুৰণা কিতাপবোৰ পঢ়ি পঢ়ি মাষ্টৰে আৰু সময় নষ্ট হ'বলৈ নিদিয়ে।



## ।। চাৰি।।

আহাৰৰ সাঠ লাগোতেই বংশী আহিছিল, শাওণৰ এসপ্তাহ পাৰ হ'ল। দুই-এঘৰে বাম মাটিত গোছ লৈছেই। খেতিয়ক ৰাইজৰ ব্যস্ততা বাঢ়িছে যদিও দ মাটি এতিয়াও কোনেও কঢ়োৱাই নাই। বাম ৰোৱতি মাটি ৰুইহে মানুহে দ মাটিত হাত দিবগৈ। দ মাটি মানে, জলদোবা মাটি। তাত হাল ন'চলে। দল গুছাই ৰুই গ'লেই হ'ব। তদুপৰি সেইবোৰ মাটি আগতিয়াকৈ ৰুলে বানপানীয়ে পুতি পেলাব। আকবৰে সিহঁতৰ ঘৰৰ দাঁতিৰ মাটি টুকুৰাত বোকা দিছে। দিনৰ ভাগত মানুহক ঘৰত পাবলৈকে নাই। সকলো কামে কামে ব্যস্ত। আনহাতে আকবৰ, মুহী, কণ্ঠিহঁতৰো নিজৰ মাটি নাথাকিলেও লোকৰ মাটি খন্দুৱা, বন্ধকি, আধিত লৈ পথাৰৰ কামত দিনটো ব্যস্ত থাকিব লাগে। গধূলি সিহঁত সকলো আজৰি হয়, আৰু গাঁৱৰ মানুহক ঘৰে ঘৰে পোৱা যায়। সেই কাৰণে গধূলি সময়ত হাতত বহী এখন লৈ বকুল, বংশীহঁত গোট খাই মাষ্টৰৰ পৰামৰ্শ মতে ভূমি সমস্যাৰ লিখিত বিৱৰণ সংগ্ৰহ কৰাৰ কামত কেইদিনমানৰ পৰা ঘৰে ঘৰে ঘূৰিছে।

আকবৰে কিন্তু সিহঁতৰ লগত ওলাব পৰা নাই। দিনটো খেতিৰ পথাৰত কাম কৰি ভাগৰে-যোগৰে থকা মনুহক আমনি দিয়াৰ কাৰণে বংশীয়ে মনে মনে বেয়া পাইছে। গাঁৱৰ মানুহ সন্ধিয়াতে খাই-বৈ শুই পৰে। ৰাতিপুৱাই হাল নিব লাগিব। ৰ'দ উঠিলে গৰুৱে কষ্ট পায়। ঘৰ-চোতাল সৰা, বন্ধা-বঢ়া কৰা, ধান সিজোৱা, ঢেকি কোবোৱাৰে পৰা সকলো কাম কৰি, মাইকী মানুহেও সোনকালে শেতেলীলৈ যোৱাৰ কাৰণে ব্যস্ত হৈ থাকে। তদুপৰি চাকি জ্বলাই ৰাতি এডোখৰলৈ বহি থাকিলে কেৰাচিন তেলৰ খৰছ বাঢ়ে। ইত্যাদি বিভিন্ন ঘৰুৱা সমস্যা প্ৰতিঘৰ মানুহৰ আছেই। সেই কাৰণে একোঘৰ মানুহৰ ঘৰলৈকে বংশীহঁত কেইবাদিনো যাবলগীয়া হৈছে। ভৱধৰ মাষ্টৰ আৰু দীঘলা বসন্তই মাষ্টৰৰ কথামতে বংশীহঁতক সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিছে যদিও এই পৰ্যন্ত সেই দুজনৰ এজনো বংশীহঁতৰ ওচৰলৈ অহা নাই।

দীঘলা বসন্তই বকুলক হেনো কৈছে বোলে "বংশীয়ে ৰাইজৰ টকা

খাবলৈ কিবা ফন্দিহে পাতিছে” বুলি কোনোবাই কোনোবাই কোৱাকুই কৰিছে। ঠগী, দীননাথহঁতেটো এদিন বকুল আৰু বলোৰামক কামেশ্বৰৰ ঘৰলৈ যাওঁতে বাটতে ধৰি ভাবুকি দিছিল, “এই তহঁতে যে মাটি-বাৰীৰ হিচাব লিখি ফুৰিছ, চাওঁ, চৰকাৰৰ ঘৰৰ কি কাগজ লৈ আহিছ?” বকুলে “ৰাইজৰ কাম কৰিছো” বুলি কোৱাত হেনো দীননাথে খবৰদাৰ কৰি কিবা-কিবি ধমকি দিছিল। বংশীয়ে জানে সি লগত থাকিলে কোনেও একো গৰম কথা ক'ব নোৱাৰে। সেই কাৰণে বকুলহঁতে ভাবুকি খোৱাৰ পৰা সদায় বংশী সিহঁতৰ লগত যোৱা হৈছে। তথাপি বংশীহঁতে কামটো বন্ধ কৰা নাছিল। এদিন টিখৰে নগুলাডাল খুলি লৈ বংশীকো চোঁচা মাৰি আহিছিল। টিখৰে চিঞৰি চিঞৰি বংশীৰ গোষ্ঠীত ধৰি গালি সোধাই বোলে “নামকটা চিপাহী, তই মৌজাদাৰ নে মণ্ডল, নে কাননগুগৈ? কি এক্তিয়াৰত তই মোৰ মাটি-বাৰীৰ হিচাব বিচাৰি মোৰ ঘৰত সোমাইছিলি?” বংশীয়েও খং দমাই ৰাখিব নোৱাৰি ফেপেৰি পাতি ধৰিছিলে। মাৰপিট এখন নোহোৱাকৈ আকবৰে বংশীক টিখৰৰ ঘৰৰ পৰা উলিয়াই লৈ গ'ল। তাৰ পিছৰ পৰা সিহঁতে কামত ওলোৱা নাই। বংশীহঁতে মাষ্টৰক সেইদিনাৰ ঘটনাটোৰ বিষয়ে একো কোৱাও নাছিল। গধূলি কেইবাদিনো ওলাই নোযোৱা কাৰণে বংশীক মাষ্টৰে সোধাতহে কথাটো বংশীয়ে মাষ্টৰক কৈছিল। বংশীহঁতে গাঁৱৰ মানুহৰ লগত কাজিয়া হোৱাৰ ভয়ত মাটি-বাৰীৰ হিচাব লিখা কামটো বন্ধ কৰি দিছে বুলি বংশীয়ে ক'লত মাষ্টৰে বহুত বুজনি দিব লগা হ'ল। তথাপি মুহীৰাম নাযায়। বকুলেও গঞ্জা-গিয়াতিৰ সৈতে দন্-হাই লাগিব বুলি আগ নাবাঢ়ে। ইমান দিন বাহিৰত থাকি গাঁৱলৈ ঘূৰি অহা বেছি দিন নৌহওঁতেই বংশীয়েও কাৰোবাৰ সৈতে তথিয়াতথি লাগে বুলি আগবাঢ়িবলৈ মন কৰা নাছিল।

পিছদিনা বিবেকা মাষ্টৰে বংশীক অকলশৰে বহুৱাই লৈ বুজালে যে, “গাঁৱত শলমাৰি ভত্তা, আঁহফলা কথা কোৱা, টুটকীয়া লগনীয়া মানুহ আছে যদিও শিক্ষিত নামধাৰী নগৰবাসীবোৰতকৈ মানুহখিনি বহুত সৎ হৈ আছে। ফৈদে ফৈদে নামঘৰ হৈছে যদিও গাঁৱৰ মানুহৰ মাজত সেই নামঘৰবোৰেই একতাৰ ভাব এতিয়াও বহু পৰিমাণে জীয়াই ৰাখিছে। কংস, ৰামধাৰীহঁতৰ দৰে পাবত গজা ৰাজনীতিজ্ঞ কেইটামানে টিখৰহঁতৰ দৰে দুই-চাৰিটাক দালাল হিচাপে হাতত ৰাখি, গাঁৱৰ মানুহবোৰৰ মাজত মিলা-মিলি ভাব নাইকিয়া কৰাৰ চেষ্টা কৰি আছে। কোনো সময়ত সেই দালালবোৰৰ নেগুৰত ধৰি ফুৰা

কেইটামানে তহঁতৰ লগত হতাহতি কৰিবলৈ আগবাঢ়ি আহিব। ভাল কাম কৰিবলৈ যাওঁতে প্ৰতিবন্ধকতা বেছি হয়। ৰাইজৰ কাম কৰিবলৈ গ'লে অপ্ৰিয়ভাজন নোহোৱাকৈয়ে সকলো কাম কৰিব লাগিব। বাধা অতিক্ৰম কৰিবলৈ ধৈৰ্য, সংযম প্ৰধান কথা। তদুপৰি মানুহৰ চৰিত্ৰ বুজিবলৈও চেষ্টা কৰিব লাগিব।"

মাষ্টৰৰ বুজনিত বংশীয়ে 'আকৌ ওলাম' বুলি মাষ্টৰক কৈছিল যদিও কেইবাদিনলৈকে বংশী ঘৰৰ বাহিৰ ওলোৱা নাছিল। তাৰ মনৰ ভাব সলনি হৈছিল। সি কি কৰিম বুলি চাকৰি এৰি আহিছিল আৰু কি কৰিবলৈ লাগিছেহি, তাকে ভাবি ভাবি কেইবাদিনো মাষ্টৰৰ লগতো কথা নপতাকৈ আছিল। মাষ্টৰে বলোৰামক পঠিয়াই আকবৰ, বকুল, মুহীৰাম, কণ্ঠি আনকি দীঘলা বসন্তকো তেওঁৰ ঘৰলৈকে মাতি আনিলে। সেইদিনা গধূলি মাষ্টৰৰ ঘৰত সৰু-সুৰা আলোচনা সভা এখনেই হৈছিল।

* * * *

বিবেকা মাষ্টৰৰ ঘৰত হোৱা আলোচনাৰ পিচত সেইদিনা আকবৰ, বংশী, বকুল, আৰু বলোৰাম এই চাৰিটাই হাতত বহী-পত্ৰ লৈ ওলাই আহিছে। মুহীৰামৰ এক কথা, নাহো বুলি এবাৰ ক'লে সেই কথা সি নেৰে। মুহীৰামে কণ্ঠিকো বন্ধ কৰিছে। আকবৰহঁতেও কণ্ঠি, মুহীৰামক মাতি আনিবলৈ চেষ্টা কৰা নাই। মাষ্টৰৰ ঘৰৰ আলোচনালৈ সিহঁত দুটাক আনিব পৰা হ'লে সিহঁতে হয়তো কথাবোৰ বুজি আকৌ কাম কৰিবলৈ ওলাই আহিলহেঁতেন। বংশীয়ে নিজে গৈ মাতি অহাৰ পিচতো মুহীৰামে নাযাওঁ বুলি বংশীক স্পষ্ট জবাব দি দিলে। দীঘলা বসন্তহঁতে আহিম বুলি কৈও নাহিল। বসন্তই হেনো বলোৰামক ক'লে বোলে কাহানিও নকৰা কামত হাত দিবলৈ বসন্তৰ হেনো কিবা ভাল লগা নাই। "কেইদিনমানৰ পিচত ওলাম বাৰু" বুলিও সেইদিনা নাহিল।

আকবৰহঁতে মোলোকৰ দোকানৰ ওচৰ পাওঁতেই মোলোকৰ দোকানৰ আগৰ বেঞ্চখনত ল'ৰা কেইটামান বহি আছিল। আকবৰহঁত দোকানৰ আগেদি পাৰ হৈ যোৱা দেখি মোলোকে দোকানৰ গাদীত বহি থকাৰ পৰা বংশীক মাত দিলে। সিহঁত আটাইকেইটা বংশীৰ লগতে দোকানলৈ আহিল। "তহঁতে যে মাটি-বাৰীৰ হিচাববোৰ ঘৰে ঘৰে গৈ লিখা লিখি কৰি আনিছ, সেইবোৰ চৰকাৰৰ

ঘৰৰ পৰা বিচাৰিছে নেকি অ'?" মোলোকৰ প্ৰশ্নটো শুনি বংশীয়ে হাঁহি এটা মাৰিলে। এইটো প্ৰশ্ন নতুন নহয়। বহুতেই এই প্ৰশ্নৰ উত্তৰ যোৱা কেইদিনত বিচাৰিছে। বংশীহঁতে যেনেকৈ পাৰে দি আহিছে। আজি যেনেকৈ পাৰে সেইদৰে নিদিয়ে, সিহঁতে সেইদিনাৰ আলোচনাৰ পৰা মানুহক মিছা কথা কৈ আভুৱা ভৰা কামটো আৰু কেতিয়াও নকৰো বুলি ভাবি লৈছে। বংশীয়ে বোলে "মোলোক ককাইদেউ, চৰকাৰৰ পৰা এইবোৰ কাম কৰিবলৈ আমাক কোনেও একো কোৱা নাই যদিও, এইবোৰ কামক নিজৰ ঘৰৰ কাম বুলি ধৰিছো। গাঁৱৰ ৰাইজে নকৰা কাৰণেই আজি ইমানদিনে খাই থকা মাটিও ৰাইজৰ নামলৈ অহা নাই। সুমথিৰা টেঙাৰে ভৰ্তি বাৰী এখন বিক্ৰী কৰিলেও বাৰীৰ পৰা মানুহজনে ফচলৰ দামটোহে পায়। মাটিৰ দাম নাপায়। জলদোৱা মাটিবোৰৰ কথা বাৰু এৰি দিছো, এই ঘৰ-দুৱাৰ সাজি ইমান বছৰ বহি থকা বাৰী মাটিবোৰৰ পট্টা ৰাইজক চৰকাৰে কিয় নিদিব বাৰু কোৱাচোন?"

বংশী অলপ ৰোৱা দেখি বকুলে বোলে, "খেতিয়কক মাটিৰ মালিক হ'বলৈতো নিদিয়েই, সেই চিলিং আইনত মাটিগিৰীয়া কেইটাৰ আৰু গেৰেকী বাগিছাৰ মাটি অধিগ্ৰহণ কৰি ৰাইজক দিয়াৰ কথা যে ওলাইছিল সেইবোৰ কথাৰ কিডাল হ'ল মোলোক মোমাই? সেই মাটিবোৰচোন এতিয়াও আগৰ মালিকবোৰে খাই আছে? আমি চৰকাৰী আইনখনৰ মতে অধিগ্ৰহণ কৰা মাটিৰ কি হ'ল, সেইটো কথাত লাগিছো। আৰু যাতেকে মাটি নথকা খেতিয়ক কিমান আছে, লোকৰ খেতি মাটিত কিমান মানুহে আধি খন্দুৱা খাই আছে এই হিচাবটো আগতে উলিয়াই লওঁ। তাৰ পিছত ঘুলুকি পানী ঘোদা কৰি পেলাম মোমাই।" ডিম্বেশ্বৰে বকুলৰ মুখত শুনা কথাকেইটা কিবা নতুন কথা শুনা যেন পালে। বংশীয়ে বাৰু দেশ-বিদেশ ঘূৰি দুই-চাৰিটা কথা জানি আহিছে। কিন্তু বকুলে হঠাৎ এইবোৰ কথা ক'বলৈ কেনেকৈ শিকিলে। ডিম্বেশ্বৰে ভাও লগাই কথা পাতিব নোৱাৰিম বুলি একো নক'লে।

মোলোকৰ নতুন দোকান। দিনটো কামে কামে লাগি থাকি অৱসৰ নোপোৱা খেতিয়কৰ দোকানলৈ অহাৰ সময়। বংশীৰ সৈতে কথা আৰম্ভ কৰিছিল যদিও, কথা পতাতকৈ দোকানৰ মাল দিয়া, পইচা লোৱা, বাকী খোৱাবিলাকৰ খাতা উলিয়াই সেইদিনাৰ বাকী পইচা লিখা কামবোৰে মোলোকক ব্যস্ত কৰি ৰাখিলে। হাতত মিঠাতেলৰ বটলটো লৈ ডিম্বেশ্বৰো দোকানৰ ভিতৰলৈ সোমাল। দোকানৰ বাৰাণ্ডাত বহি কথাৰ আড্ডা দি থকা

ল'ৰাকেইটাই সেই সুযোগতে বংশীৰ লগত কথা আৰম্ভ কৰিলে। ধনেশ্বৰে ৰসিকতা আৰম্ভ কৰি বোলে, "বংশী কাইটি, তোক কোনোবাই ভোটত উঠিবলৈহে উঠাই দিছে যেন পাইছো দেই। লোকৰ কথা শুনি মিছামিছি সাঁচতিয়া পইচাকেইটা পানীত নেপেলাবি ঐ।" ভোকোন্দে বোলে, "নোৱাৰ দেই বোপাই, কংস মহাৰাজেও বোলে এইবাৰ ভোট খেলিবলৈ ঠাই চিকুনাইছে। সেইটো মানুহৰ লগত টকা খৰচ কৰিবলৈ গ'লে তোৰ কানি-কাচুতি সোপাও যাব বুলি ক'লো। হয়তো ফুকলিয়া কালৰে পৰা আৰ এঠোঙোনা তাৰ এঠোঙোনা খাই কষ্টত উঠা ল'ৰা। মেলতৰী চাকৰিৰ পইচাকেইটা, তই জুৱা খেলি শেষ নকৰিবি বোপাই।" মাজতে ধৰি বংশীক পৰামৰ্শ এটা দি ভোকোন্দ বুঢ়াই তেল, নিমখ কিবাকিবি লৈ এন্ধাৰৰ মাজৰ চিনাকি বাটেদি আগবাঢ়িল।

দোকানত সোমাই সময় নষ্ট কৰিবলৈ বংশীৰ ইচ্ছাই নাছিল। উপায় নাপায় ক্ষন্তেকৰ কাৰণে সোমাওঁ বুলি আহিছিল, আহি যাবওঁ নোৱাৰা হ'ল। ধনেশ্বৰে আগৰ প্ৰসঙ্গ টানি আকৌ আৰম্ভ কৰিলে "বুইছ বংশী কাইটি, কংস হোৱাতকৈ তই এম. এল. এ. হ'লে আমি ভালকে পাওঁ। কাৰণ কেলেই, হেজাৰ হ'লেও তই খেতিয়কৰ ল'ৰা, গাঁৱৰ মানুহৰ কাৰণে তই কিবা নহয় কিবা এটা কৰিবিয়েই।" "কিন্তু ৰাজনীতি নিশিকাকৈ ধেইতাক বোলোতেই তিনিপাক মাৰিবলৈ গ'লেই যে কৰ্ফাল খাই ক'ৰবাত পৰিবিগৈ সেইবাৰ কথাও মনত ৰাখিবি পাই।" নগেনে বোলে, "তেওঁ কিজানি ভোটত জিকিয়েই যায় সেইটো কথা তই কেনেকৈ কলি? মানুহক আগবঢ়াইহে দিব লাগে মোমাই! তইঁতি পোনচাটেই হাৰিবি বুলি কৈ দিব নাপায় দেই।" নগেনৰ কথাত উৎসাহ দি মোহনে বোলে, "তুমি পিচ হুহুকি নাযাবা বংশী কাইটি, আমি ডেকাল'ৰা মখাই তোমাৰ ফালে খাটি দিম। আমাক কম্বল, মদৰ বটল দিব নালাগে। ল'ৰা জাকক গোটাই দিম ভোজ এটা ভালকৈ খুৱাই দিবা বচ্, গোটেইখনে জাকে-জুমে লাগি যাম।"

বংশীয়ে ইমানপৰে মুখেৰে মাতিবলৈ সুবিধাকে পোৱা নাছিল। অলপ সময় কথা বন্ধ হোৱাৰ সুবিধাতে মাত মাতি বোলে, "এইবোৰ কথা তইঁতি এনেয়ে কৈছ দেই। মই এম. এল. এ. হ'বলৈ মনো কৰা নাই আৰু কোনোবাই ঠেলি হেছুকি মোক এম. এল. এ. হ'বলৈ আগবঢ়াইও দিয়া নাই। আৰু এম. এল.এ. হোৱাবোৰে কিমান ৰাইজৰ কাম কৰিছে সেইটো দেখিছো, শুনিছো কাৰণে নিজে আগবাঢ়ি ওলাই আহিছো। বেছি নহ'লেও আমি ডেকা ল'ৰাবোৰৰ মাজত

ৰাজহুৱা কাম কৰিবলৈ একতাবদ্ধ হোৱাৰ কাৰণে সংগঠন এটা কৰি লওঁ।"

দোকানৰ গাদীৰ পৰা মোলোকে মাত লগালে "ৰাজনীতি কৰ যদি কংগ্ৰেছী ৰাজনীতিত আজিকালি সোমাইও লাভ নাই দেই বংশী। নগাঁৱৰ ফালৰ কোনোবা এটাই এম.এল.এ. হৈয়ে হেনো ৰাইজৰ কাম কৰিম বুলি পোন প্ৰথমেই মদৰ দোকানবোৰ বিদেশী মানুহৰ হাতৰ পৰা কাঢ়ি লৈ গাঁৱলীয়া ল'ৰাক দিবলৈ লৈছিল। ইফালে লাগি গ'ল হুলস্থূল। যিকেইটা মদৰ মহলদাৰৰ পৰা টকা লৈ মানুহটোৰে ভোটত জিকিছিল সেইকেইটাই এম. এল.এ. ডাঙ্ক বোলে ৰঙা চকু দেখুৱাই হুমকি দিলেগৈ। এম. এল.এ.টোও ছাগৈ তোৰ দৰে খঙাল আছিল হ'ব পায়। সি হেনো সদায় তহঁতিবোৰেই টকা ঘটিবি নেকি? আসামতে থাকি অসমীয়া ল'ৰাই তহঁতৰ তলত হাজিৰা কাম কৰিয়েই থাকিব লাগিব নেকি? কেইটামান মহলত তহঁতি টেণ্ডাৰ নিদিবিহঁক। গাঁৱৰ ল'ৰাকেইটামানক এইবোৰ বেপাৰ কৰিবলৈ মই সুবিধা দিওঁ।" নাই, মহলদাৰ কেইটাই বোলে একে কোবেই গৈ দিল্লীত ধৰিলেগৈ। নগঁয়া এম.এল.এ. টোৰে বোলে নেগুৰ মোটোকাই শুই থাকিলগৈ। মই এইবোৰ দোকানতে নগঁয়া মানুহৰ মুখত শুনা কথাহে কৈছো দেই বংশী। গতিকে দেশৰ কাম কৰিবলৈ মন থকা মানুহে এম.এল.এ নোহোৱাকৈও কাম কৰিব পাৰে ঐ।" মোলোকৰ কথা শেষ হ'ল। সি আকৌ মানুহক দোকানৰ মাল দিয়াত লাগিছেগৈ।

আকবৰে বংশীক খোচ এটা মাৰি দোকানৰ পৰা যোৱাৰ কথা ক'লে। বংশীয়ে আগৰ পৰাই কেতিয়া যাওঁ, কেতিয়া যাওঁ ভাবি আছিল। মোলোক কাইটি, আমি এতিয়া আহিছো দেই, তোমাৰ ওচৰলৈ আহিম, কথা পাতিব লাগিব বুজিছা। মোলোক দোকানী বাহিৰলৈ ওলাই আহিল। "তই ক'লৈ যাব অ'? তোক মই কথা কেইটামান সুধিম বুলি মাতি আনিছো, বহচোন, বহ। মোৰ হ'লেই।" বকুলে বোলে "তোৰ দোকানলৈ আমি এদিন কথা পাতিবলৈকে আহিম বুলিছো মোহাদেউ। আজি ওলাই আহি এঘৰ মানুহতো সোমোৱা নাই। ইয়াতে বহুত দেৰি বহিলো।" মোলোকে বকুলক চকু পোন্দোৱা কৰি ধৰিলে, "তহঁত যাগৈ, সি বহক।"

বংশীয়ে বোলে, "ককাইদেউ, বহুবালা যেতিয়া আজি হাঁহ এটা হজম কৰিহে যাম দেই।" "খাবি, কিনো বৰ কথাটো, মাঘৰ বিহুৰ সময়লৈ ৰাখিলে হাঁহতে হাজাৰ টকা আহিলেহেঁতেন। বৌৱেৰে এজাক পোৱালী তুলিছে। মই পিচে মোহাৰী থাকো বুজিছ।" বংশী দোকানৰ ভিতৰলৈ অহা দেখি আকবৰহঁত

আটাইকেউটা আহি দোকানৰ গাদীত বহিলেহি। ইতিমধ্যে বাহিৰৰ বেঞ্চখনত আৰু কেইটামান ল'ৰা আহি বহিলেহি।

"আজি যি বহিলো বহিলোৱেই মোমাই, হাঁহ নোখোৱাকৈ উঠি নাযাওঁ। নাযাওঁহে নাযাওঁ, হিন্দুৱে, মুছলমানে, খৃষ্টিয়ানে গোটেই কেইটাক একেলগে পাকঘৰত নুখুৱালে হাঁহো নাখাওঁ।" মোলোকেও বকুলক জব্দ কৰিলে, "হেৰ' দোকান ঘৰটোহে মোৰ, ইয়াত কোনে কি খাব খাই থাকিবি। পাকঘৰটো মাহীয়েৰৰহে। তাত মোৰ এক্তিয়াৰ নাই বোপাই। হাঁহ নাখালেও নাখাবিহঁক। কিন্তু মাহীয়েৰক মই সেইটো কথা ক'বগৈও নোৱাৰো পাই।" হাঁহ খোৱা সমস্যাটো তল পৰক বুলি বংশীয়ে বোলে, "ককাইদেউ, তোমাৰ বয়সবোৰ ক'ত থৈছাহে? টকা-পইচাৰে সৈতে তোমাৰ বয়সবোৰো বাকচতে ভৰাই থৈছা নেকি?" মোলোকে বোলে "মোৰ বয়সৰ কথালৈ বহুতে হিংসা কৰে ঐ। কৰিলে কি হ'ব? নমৰালৈকে এইদৰেই থাকিম জানিছ্‌। বকুলে ৰসিকতা কৰি বোলে, "মোমাইৰ লগত একেলগে গ'লে আমাক সৰু বুলি নকয় বংশী, আৰু মোহাদেউ জীয়াই থাকিবও বহুত দিন, তহঁতে চাই থাকিবি।" বংশীয়ে বোলে "থাকিবতো উশাহ লৈ থকালৈকে ককাইদেউ জীয়াই থাকিব।" বংশীয়ে উশাহ লৈ থকালৈকে জীয়াই থাকিব বোলা মাত্রকে বাহিৰৰ ল'ৰাজাকে ঢেক্‌ঢেকাই হাঁহি দিলে। তাৰে কোনোবা এটাই বোলে, "ভিনীহি তই উশাহটো বন্ধ নকৰিবিয়েই।" কথাত ৰস ওলোৱা দেখি ল'ৰাকেইটামান দোকানৰ ভিতৰলৈ সোমাই আহিল।

দোকানৰ ভিতৰলৈ আহি নগেনে বোলে, "বংশী ককাইদেউ, তই এম. এল. এ. হোৱাৰ মতলবত চাকৰিটো এৰি ঘূৰি আহিলি বুলিহে শুনিছো, কথাটো তেন্তে মানুহে এনেয়ে উলিয়াইছে বুজিছ্‌?" গোপালে বোলে, "টকা এগাল লৈ আহিছা বুলি শুনিছো। এম. এল.এ. হ'বলৈ আজিকালি চহীটো কৰিব পাৰিলেই হৈ যায়। বেছি নালাগে আমাৰ ল'ৰাজাকক আঢ়ৈ-কুৰিমানকৈ দি যোৱা, আমি তোমাক জিকাই দিম। আমি সেই কেইদিন ভালকৈ তোমাৰ পৰা খামও, কামো কৰি দিম।" মোহনে বোলে, হয়তো তোৰ সাহস হৈছে। এবাৰ এম. এল.এ. হ'ব পাৰিলেই মন্ত্রী হৈ যাব পাৰিবি বংশীকাই। মন্ত্রী হৈ তই টিং পাতেৰে গাঁৱৰ নামঘৰ জিলিকাবি নে আলকেতেৰা ঢালি আলিবোৰ ক'লা কৰিবি সেইটো কোনেও নাচায়। তই দিয়া আঢ়ৈ কুৰিকৈ টকাৰে কি কি লেঠা মাৰিব পাৰিব সেইটোহে চাব।"

ভোটৰ সময়ত ল'ৰাবোৰে টকা ঘটা, মদ, ভাত খোৱাৰ সুবিধা পাম বুলিয়েই যে বংশীক ওপৰলৈ উঠাইছে সেইটো কথা বংশীয়ে বুজি পোৱা নাছিল যদিও ধিটিঙা ল'ৰাকেইটাৰ উদ্দেশ্য মোলোকে ভালকৈ বুজি পালে। সেয়ে কথাৰ প্ৰসঙ্গ অন্যফালে টানি বোলে, "তই সঁচা কথাটো কচোন বংশী, চাকৰিটো তই কেলেই এৰি আহিলি?" মোলোকে সহৃদয়তাৰেই বংশীক কথাটো সুধিছে বুলি বংশীয়ে বুজিছে যদিও নগেন, গোপালহঁত ডেকা ল'ৰাৰ মাজত সঁচা কথাটো কোৱা মানে নিজক সৰু কৰাহে হ'ব। নিজৰ ওজনটো বঢ়াও বুলি ভাবি বংশীয়ে ক'লে বোলে "বুজিছা মোলোক ককাইদেউ, গাঁৱৰ গঞা-গিয়াতি লগৰ লগৰীয়াহঁতক এৰি পৰদেশত মৰ ভেশ ধৰি হাবিয়ে জংঘলে ঘূৰিবলৈনো মানুহ কিহৰ দুখত যায়হে? চকু মুদালৈকে দুই হাতেৰে ধন ঘটিলেও মানুহক মনে নাটে। জীয়াই থকা দিনকেইটালৈ যোৰাকৈ গোটালো, গুচি আহিলো।"

গদাধৰ কেৰেণীৰ ঘৰত বহি খোৱা উপাৰ্জন নোহোৱা পুতেক মহেন্দ্ৰই বোলে, আমাৰ দেউতাহঁতে ৰিটায়াৰ হোৱাৰ পিছতো চাকৰিৰ ম্যাদ বঢ়াইহে লৈছিল পায়। অইন চাকৰিয়ালবোৰকো দেখিছো, চাকৰিৰ ম্যাদ বঢ়াবলৈ ঘোচ-ঘাচ দি ওপৰবালাৰ ভৰিৰ ছাল চিঙে। তেনেস্থলত তইনো কেইলাখ কৰিলি যে, চাকৰিটো এৰি গুচি আহিলি?" "মিলিটেৰী চাকৰিত বাহিৰা এপইচাও নাই মহেন্দ্ৰ দাদা, নাই যদিও আছে। নেদেখাজনে ভাল সুবিধা এটা দিছিলে, ভয় পাদুৰা কেইটাই মানে টকাৰ ঠাকবোৰ দেখি ভয়ত কপিলে বুজিছা। কেম্প এৰি পলায়ন কৰাৰ পিচত বিদেশী টকাকে মই পিঠিত বোজাই কৰি লৈ আহিলো। ভাবিলো "যাইলাং থাকেলাং, ধৰা পৰিলে জেল খাম, টকা কাঢ়ি নিব। আৰু ধৰা নপৰিলে, চাকৰি এৰি গুচি আহিব পাৰিম। ধৰাও নপৰিলো। টকাও বদলি কৰি আনিলো, আৰু চাকৰিও এৰি থৈ গুচি আহিলো বাপেকে।" বংশীৰ দম্ভ মৰা কথা শুনি, অইনবোৰৰ কথা বাদেই মোলাকেও বিশ্বাস নকৰি নোৱাৰিলে।

মোলোকে বোলে, "মই আগতেই জানিছো ঐ, তই যে সুবিধা পালে ঘোকাজালি মাৰিবি। পিছে আনিলি কিমান সঁচা কথাটো কচোন।" "মাৰিব লাগে বুজিছ, ৰাইজৰ পইচা মন্ত্ৰী, এম.এল.এ. অফিচাৰ, কেৰেণীয়ে ওৱাদানী কৰিছে। অইন দেশৰহে টকা মাৰি আহিছ, সেইটো পাপৰ কথাও নহয়। নহয় যদিও কিমান টকা আনিলি সেইটো কথা যাকে তাকে কৈ ফুৰিলেও তোৰ বিপদ আছে দেই বংশী।" কেইবা লাখ টকা বংশীৰ নিচিনা মানুহ এটাই লৈ

আহিছে বুলি শুনিলে মনটো কেনেবা কেনেবা লাগিব বুলিহে মহেন্দ্রই টকাৰ হিচাবটো শুনিব নুখুজিলে।

ডিম্বেশ্বৰৰ ল'ৰা নৱমমান শ্ৰেণীত পঢ়া থুলেশ্বৰে বাপেকে এৰি থৈ যোৱা দোকানৰ মালখিনি লৈ কথা শুনি ৰৈ থকাৰ পৰা ক'লে "আমাৰ পিতায়ে বৰ ডাঙৰ ঘটনা এটাৰ কথা শুনি আহিছে দদাই, কোনোবা পি.ডব্লিউ ওপৰৱালা এজনক হোনো মন্ত্ৰীয়ে জীয়েকৰ বিয়ালৈ তিৰিচ হেজাৰ টকা যোগাৰ কৰি দিবলৈ কৈছিল।"; থুলেশ্বৰৰ কথাখিনি মোলোকে কাঢ়ি লৈ মাজতে ধৰিলে "ৰ, তই ৰজিতা খুৱাই ক'ব নোৱাৰিবি। পি.ডব্লিউ.ডি মহৰীটোৱে বাপেৰক মোৰ দোকানতে সেইটো কথা কৈছিল। সি হোনো গোটেই ঘটনাটোকে গম পাইছিল। হেৰি অ' মন্ত্ৰীয়ে টকা লাগে বুলি ক'লত হোনো ডিৰেক্টৰে তিনি লাখ টকাৰ ঠিকা এটা উলিয়াই পাচ কৰালে। চেক্ৰেটাৰীয়ে বোলে মোৰ দহ হাজাৰ, মন্ত্ৰীৰ চল্লিশ হাজাৰ। তাৰ পাছত—হেনো ইটোৱে সিটোৱে মন্ত্ৰীলৈ পঞ্চাশ হেজাৰ বুলি কৈ নিজৰ ভাগ বচাই বচাই কওঁতে শেষত ঠিকাদাৰে হেনো ৰাষ্টা বনাবলৈ পইচা নহ'বগৈ বুলি ক'লে। কাগজৰ ৰাষ্টা এটাকে বনাই বিলখন মই দিম। আপোনালোকে যোগাযোগ কৰি লওঁক। পইচা ভাগ হৈ গ'ল। মন্ত্ৰীৰ জীয়েকৰ বিয়াখনো হৈ গ'ল। কোনোবাই কথাটো কাগজত লিখি দিলে। মন্ত্ৰীয়ে ঠিকাদাৰক কেইদিনমানৰ কাৰণে জেলত ভৰাই ৰাখিলে। কাম শেষ। নগেনে ঢেক্‌ঢেকাই হাঁহি দিলে।

মোলোকে এনেই ধেমেলীয়া কথা কয় তাতে অলপ ৰহন সানি কথাটো কলত গোটেইজাক মানুহে হাঁহি-কিৰিলিৰে দোকান ঘৰ উৰাওঁ উৰাওঁ কৰিলে। "তইঁতে কথাটো শুনি হাঁহিছ। এইটো হাঁহি উঠিব লগীয়া কথানে? খং উঠিবলগীয়া কথা গোলোক? ৰাইজে বোকাত চাইকেল থেলি থেলি, কান্ধত ভাৰ বৈ, বস্তু গাঁৱৰ এই গেলা বাটেদি বজাৰলৈ নিয়ে। সেইবোৰ বস্তুৰ ওপৰতো হাত খোৱাৰ খাজনা দিব লাগে। সিহঁতে ভাগ কৰা সেইবোৰ টকা ৰাইজৰ তেজ। সেই ৰাইজৰ তেজখোৱা জাতক পচাৰে খুচি খুচি মাৰিব লাগে নে হাঁহি উৰুৱাই দিব লাগে?" বংশীৰ কথাৰ মুখতে ধৰি ডিম্বেশ্বৰে বোলে, "তই পচাৰে খুচিবলৈ সিহঁতক পাবি ক'ত? বোলে "খায় কাৰশলা ডালত উঠিল কাঠি চেলেকাৰ মৰণ মিলিল।" সেইটো কাঠি চেলেকা ঠিকাদাৰে এসপ্তাহ জেল খালে বুলিছে নহয়। তয়েচোন ঘোকোটা মাৰি এগাল আনিছ বুলি কৈছ? সেইবোৰ কিবা তোৰ দৰমহাৰ পইচা নেকি?"

বংশীয়ে নিজৰ কথাত ধৰা পৰি কি কওঁ কি নকওঁকৈ থাকি ক'লে— মিলিটেৰী চাকৰিত বাহিৰা পইচা নাই ঐ নগেন। যিকেইটা জমা কৰিলো একোবাৰে ঘাম মোচা পইচা। ডিম্বেশ্বৰে আৰু মুখেশ্বৰে গধূলি হোৱা যেন দেখি গ'লগৈ। বংশীহঁতে মিছামিছি কথাত ফছি গ'লহি। যাওঁ যাওঁ কৰিও সিহঁত যাব পৰা নাই। বিনন্দ, মোহন আৰু ৰত্ন আহি ওলালহি। গধূলিৰ সময়ত সদায় গাঁৱৰ ডেকা ল'ৰাই দোকানৰ আগত আড্ডা মাৰেহি। মোলোকে বোলে "পইচা আনিছো বুলি ৰবকৈ ৰজনজনাই দিলে কিন্তু ধাৰলৈ, পইচা বিচাৰি ৰাইজে তোক তথা মুকুতি দেখুৱাব দেই বংশী।"

গোলোকে বোলে তালৈ ছোৱালী যাচিবলৈ আৰু মানুহ নাহিবনে? আৰু কেইদিনমান ৰ' ছোৱালী দিয়া আলহী সুধি তং নাপাবি? মোলোকে ঢেক্‌ঢেকাই হাঁহি মাৰি ক'লে— চাবি দেই বোপাই, সোকোতাত দাঁত ভাগিব। মাষ্টৰক তোৰ গৰাকী পাতিছ হয়, বোলে পো-লৈ বুলি ছোৱালী চাওঁ ঘূৰি ঘূৰি মোলৈকে পাওঁ। সেইটোৱে কংসৰ এবেহাকে খালে। তোকো নি তেনেকুৱাতে ফচাই দিবগৈ লাগিলে মৰি যাবি। মোলোকৰ মুখৰ কথা শুনি গোটইজাকে কিৰিলি পাৰি হাঁহি দিলে। বংশীয়েও নহঁহাকৈ থাকিব নোৱাৰিলে। ফিটাহি মাৰি কথা পাতি বহুত সময় বংশীহঁতে এনেয়ে নষ্ট কৰিলে। আনফালে ল'ৰাবোৰৰ লগত কথা নাপাতিলেও সিহঁতক অবহেলা কৰা যেন বুজায়। সিহঁত আহি দীঘলা-বসন্তৰ ঘৰ ওলালহি। দীঘলাই পিচদিনাৰ পৰা বংশীহঁতৰ লগত ওলাম বুলি কথা দিলে। বংশীহঁতে যিবিলাক মানুহৰ ঘৰৰ বিৱৰণ আনিছিল দীঘলা বসন্তক দেখুৱালে। যি কেইঘৰ মানুহে সহযোগ কৰা নাই সেই কেইঘৰৰ নাম কিছুমানো পঢ়ি শুনালে।

দৰঙ্গী চুকৰ মাত্ৰ কেইঘৰ মানুহহে বাকী আছে। জালুকণী, জানৰ মুখ, জাপিসজিয়ালৈ যোৱাই নাই। এটা দল হৈ কাম কৰোতে বহুত দিন লাগিব। দীঘলাই আৰু কেইটামান ল'ৰাৰ নাম কৈ তিনিটামান দল হৈ কাম কৰিবলৈ পৰামৰ্শ দিলে। দীঘলা বসন্ত ৰাজহুৱা কাম কৰা মানুহ। অন্তৰত কপট নাই। যি কয় খোলাখুলি মুখৰ আগতে কয়। মাষ্টৰে যে ভৰধৰক লগ ল'ব খুজিছে সেইটো কথাহে দীঘলাই ভাল পোৱা নাই। তাৰ সলনি জাপি সজিয়াৰ সোণধৰ, ফটিকৰ লগ ল'লে কামো হ'ব আৰু সিহঁতক বিশ্বাস কৰিবও পাৰি বুলি বংশীহঁতক জাপি সজিয়ালৈ যাবলৈ ক'লে। তেতিয়ালৈকে বংশীহঁতে এটাই মানুহ পাইছে দীঘলা বসন্ত। যি বংশীহঁতক সহায় কৰিম বুলি কথা দিছে। এজন

ভাল মানুহ সিহঁতৰ লগলৈ আহিল।

সেইদিনা ঘূৰাঘূৰি কৰাটো বাদ দিয়া গ'ল। সিহঁতৰ আচলতে কামবোৰ কৰি ভাল লগা নাই। প্ৰথমতে এঘৰত গৈ এটা প্ৰশ্ন কৰাৰ লগে লগে গৃহস্থই বহুত প্ৰশ্ন কৰি দিয়ে। শেষত বংশীহঁতে কি কৰিবগৈ সেইটো কথা নোকোৱাকৈ মানুহক কথা বুজাবলৈ মস্কিল হৈছে। মানুহে নামানে। মাষ্টৰে কয়, কিমান ঘৰ মানুহৰ মাটি একেবাৰে নাই, কিমানৰ এপুৰা আছে, কিমানৰ বছৰটোৰ ধান ঘৰৰ মাটিৰ পৰাই পায়। সেইবোৰৰ বিতং হিচাব হাতলৈ নহাকৈ ধান নাই মাটি নাই বুলি ক'লেই দাবী কৰা নহয়। সময়মতে সেই হিচাব কাৰোবাক দেখুৱাব লাগিব। আৰু আচল ভূমিহীন মানুহ বিলাকক প্ৰথমতে সংগ্ৰামী কৰি তুলিবলৈ মানুহখিনিক নিশ্চয় ল'ব লাগিব।

মাষ্টৰৰ ঘৰলৈ ঘূৰি যাওঁতে বকুলে বংশীক তাৰ হাতত আচলতে বহুত টকা আছেনে এনেয়ে ধক ফুটাই বংশীয়ে মোলোকৰ দোকানত ক'লে, সেইটো বংশীক সুধিলে। বংশীয়ে বোলে কোনোবাই সুধিলে তইঁতে মোৰ হাতত ষাঠি হেজাৰ টকা আছে বুলি কৈ দিবি। টকা থকা মানুহক আজিকালি সকলোৱে সন্মান কৰে। সভাপতি হ'বলৈকো মাতে। মই কিন্তু সভাপতি হ'বলৈ নিবিচাৰো। টকা-পইচা আছে বুলি জানিলে ফু-মাৰি মোৰ কথাবোৰ মানুহে উৰুৱাই নিদিয়ে আৰু মোৰ টকা আছে বুলি জানিলে ৰামধাৰী, কংসহঁতেও জ্বলি পুৰি মৰিব। টকা পইচাৰ লোভ দেখুৱাই মানুহক ঠগাব ইচ্ছা মোৰ নাই। কিন্তু অলপ ওজন নাথাকিলে আজিৰ ৰাইজে মানুহক পাত্তা দিবলৈ নিবিচাৰে কাৰণে মই এই কৌশলটো কৰিলো বুলি কওঁতে হাতত লেম এটা লৈ মিলন বেজ পাৰ হৈ গ'ল। বংশী থমকি ৰ'ল। "সেয়া মোমাই নহয়নে?"

বংশীৰ মাত শুনি মিলন ঘূৰি আহিল। "কোন? এই ৰাতিখন ক'ৰ ভাগিনটো ওলালহি? হওঁতে বাই-ভনী আছিল। ভাগিনহঁতো আছিল। মোমাইৰ পিঠিৰ ছাল ফপৰিয়া হোৱাৰ পিছৰে পৰা সকলোৱে পাহৰিলে।" "মই বংশী, মোমাই।" "হয়নে?" বোলে "কলিয়াবৰতে পৈয়েক মৰিল, ঢেকী দিওঁতে মনত পৰিল।" তই অহা দুমাহ হ'ল, এই ৰাতি মাজবাটতহে তই মোমায়েৰক মাত লগাব পাৰিছ! মাৰ জীয়াই থকা হ'লে ভাগিন হৈ থাকিলিহেঁতেন। যাগৈ সোণ, তই মোক মোমাই নুবুলিলেও মই হাউলি নপৰো। শুকাই শুকাই মৰিলেও তোৰ ওচৰত পইচা দে বুলি অমুকাই হাত নাপাতোগৈ বোপাই। তই ভয় নকৰিবি। দুপইচাৰ মুখ দেখি এচলু পানীৰ খলিহনাৰ দৰে তই চট্‌ফটাইছ। মন্ত্ৰী

এম.এল.এ. হবি। সেই কাৰণে এতিয়াৰ পৰা কেলেহুৱা মোমাই-দদাইহঁতক লেই লেই ছেই ছেই কৰিবলৈ ধৰিলিয়েই। এতিয়া তোৰ লগত মই কথা পাতিবলৈ সময় নাই। মই বেমাৰী চাবলৈ আহিছো বুলি মিলনে দুখুজিয়া খোজেৰে গুচি গ'ল। মিলনৰ খোচ মৰা কথাবোৰে বংশীৰ বুকুখন শালি ধৰিলে। তাক মুখেৰে মাতিব নোৱাৰা কৰিলে।

বকুলে বোলে "তই হ'লে এটা বেয়া কাম কৰিলি বংশী। মাৰ বাপেৰ হালকে তেওঁ তালাপি কৰি মাৰিছিল। মিলন বেজে বাপেৰৰ গু ধুইছিল অ'। সেইটো মানুহক পাহৰি যোৱাটো তই অন্যায় কাম কৰিছ। বুঢ়াই মনত বৰ দুখ পাইছে দেই।" আকবৰে বোলে, "মোৰ মনটো কিবা লাগি গ'ল পায়।" বংশীয়ে বোলে, "তইঁতেনো কি কথাবোৰ কৈছ অ'? মই তিনিদিন তেওঁৰ ওচৰলৈ গৈছো। দুৱাৰত তলা এডাল ওলমি থাকে।" আকবৰে বোলে, "লগ পোৱাকৈ যাওঁ বুলিলে কৈলৈ লগ মাপাবি ঐ। তই যাবি বুলি দুৱাৰ মেলি চাই থাকিলে তাৰ পেট নচলে সেইটোও তই মনত ৰাখিবি।" "ইফালে তেওঁ ঘৰত সোমাই থাকিলে গাঁৱৰ মানুহখন মৰি শেষ নহ'ব নেকি?" বকুলে ক'লে।

বকুলে ফিচিঙালী কৰি কোৱা কথাত আকবৰে জকজকাই উঠিল। "তোৰ খালি কথাই প্ৰতি ঠাট্টা-মস্কৰা। মানুহে বেজৰ জৰা-ফুকা বিশ্বাস কৰে কাৰণেহে তেওঁক মাতে। সাপে খায় মৰা মানুহ ভাল কৰা তন্ত্ৰ-মন্ত্ৰ জনা মানুহ জানিছ। সেইদৰে উপলুঙা নকৰিবিচোন।" বকুলে বোলে, "তেওঁক কি মই নাজানো? তেওঁ ধনগুলৈ বিচাৰি ফুৰে। মন্ত্ৰ মাৰি কলহে কলহে ধন খান্দি উলিয়াই বৰ ডাঙৰ পকা ঘৰ সাজিছে। তই তাকে মোক বুজাব নালাগে থ। মৰা মানুহ ভাল কৰিব পৰা ক্ষমতাৰ বেজটো ওলালেহি ঐ। তই দেখিছ? তেওঁ ভাল কৰা মানুহ নিজ চকুৰে দেখিছ?"

আকবৰে বোলে, "দেখা মানুহবোৰে মিছাকৈ কয় নেকি?" বংশীয়ে বোলে "সেইবোৰ কথা নেলাগে। তেওঁ ইমান ডাঙৰ বেজ হোৱা হ'লে তেওঁক নি মেডিকেলৰ প্ৰফেছাৰ পাতিলেহেঁতেন আৰু তেওঁৰ তন্ত্ৰ-মন্ত্ৰৰ পুথি-পাঁজী সোপাহে মেডিকেলৰ ল'ৰাক পঢ়ালেহেঁতেন।" বংশীৰ কথাত আকবৰে উত্তৰ দিব নোৱাৰে। সি মনে মনে থাকিল। বকুলে বোলে "আচল কথা ক'ৱাতে থাকিল। মিলন বেজৰ কথাটোহে ওপৰ উঠিলহি। ইফালে বুঢ়াই চাগে বংশীয়ে ভাত ৰান্ধি থৈছে বাঢ়ি খাম বুলি কলমতিয়াই আছে।" সিহঁত মাষ্টৰৰ ঘৰলৈ বুলি আগবাঢ়িল।

□□

## ।। পাঁচ।।

সেইদিনা ৰাতি ভূধৰৰ ঘৰৰ চোতালতে ভকতসকল বহিছে। ভকত বেছি মতা নাই। ন-জনীয়া ভকতৰ কাম। মুকুন্দে দিনৰ পৰা লাগি কামখিনি শেষ কৰি শৰাই সজোৱাত লাগিছেহি। বংশীক ভূধৰে সমাজত বহিবলৈ ক'লে। লংপেণ্ট পিন্ধি গাঁৱৰ সমাজত মানুহ নবহে। আনহাতে বংশীৰ তেতিয়ালৈকে চুৰীয়া পিন্ধাৰ প্ৰয়োজন হোৱা নাছিল। শেষত লক্ষ্মীৰ ন-হতীয়া চুৰীয়াখনকে পিন্ধি নামৰ সমাজত বহিবলগীয়া হ'ল। লক্ষ্মীহঁত ঘৰৰ মানুহ, সকলো ঘৰৰ কামে কামে ব্যস্ত। কোনো নামৰ আগত বহাহি নাই, বংশীও ঘৰৰে মানুহ, তথাপি দদায়েকে সমাজত বহিবলৈ কৈছে কাৰণে ভকতসকলৰ এমূৰে আঁঠুমূৰীয়াকৈ চুৰীয়াখন পিন্ধি সি বহিলগৈ।

মনবৰে কীৰ্ত্তন পঢ়িছে, মাতটো ভাল। সুৰ লগাই গাইছেও। মনবৰৰ নিচিনা শিয়াল এটাই কীৰ্ত্তন পঢ়িলে কি হ'ব। মন একেটাই মাথো সময়ে সময়ে বিভিন্ন ৰূপ বদলি কৰে। কীৰ্ত্তন এক অধ্যায় পঢ়োতেই ৰহেশ্বৰ বুঢ়াই নামত ধৰিবলৈ ক'লে। ভিতৰৰ পৰা অহা ধোঁৱাবোৰৰ লগতে হাঁহৰ মাংসৰ গোন্ধ অহাৰ কাৰণেই নে,— পুৱাই হাল কোৰ বাবলৈ যাব লগা কাৰণেই ভকতে খৰধৰ লগাইছে, বংশীয়ে ঠিক বুজি নাপালে। নামত ধৰিলে। "কৃষ্ণ ৰাম নাৰায়ণ গোবিন্দ জয় জয়" আৰম্ভ হোৱাৰ লগে লগে নামৰ সামৰণি পৰিল বুলি বংশীয়ে গম পালে।

ৰহেশ্বৰ বুঢ়াই আশীৰ্বাদ মুখস্থ মাতিছে। কান্ধত গামোছা এখন লৈ বংশীয়েও আশীৰ্বাদ লৈছিল। তাৰ মনটো ভাল লাগি গৈছে। সি মাক বাপেকৰ পৰি থকা সকামখিনি কৰি ৰহেশ্বৰ বুঢ়াৰ আশীৰ্বাদ ল'বলৈ মনস্থ কৰিলে। মৃতকৰ কাম-সকাম কৰা মানে আচলতে স্মৰণ কৰা এটা সামাজিক নীতি। সেই নীতি পালন কৰিলে কি লাভ হ'ব অথবা পালন নকৰাকৈ থকাৰ কাৰণে বা কি লোকচান হৈছে সি একো বুজি নাপালে। ৰাইজে ভাল পাওঁক বুলি অৰ্থহীন নীতি জানি শুনিও পালন কৰিলে, অৰ্থহীন বুলি ভবাৰো কোনো মূল্য নাথাকে। আন হাতেদি এই নীতিবোৰৰ যুক্তিহীনতা বুজাবলৈকো ৰাইজৰ মাজত থাকিব লাগে। বংশীয়ে কথাবোৰ ভাবি আছিল।

খুন্দনাটোত খুতুৰ-খুতুৰকৈ তামোল খুন্দি থকা ৰহেশ্বৰ বুঢ়াক মনবৰে কাণে কাণে কিবা এটা কোৱাৰ পাচত ৰহেশ্বৰ বুঢ়াই বংশীক ক'লে, "হেৰ' বোপাই বংশী, তোক ৰাইজৰ বৰীয়াকৈ কথা এটা কওঁ শুন। তই গাঁৱৰ ঘৰলৈ ঘূৰি আহিলি যেতিয়া ৰাইজৰ মাজতে থাকিবও লাগিব। বোলে "পৰদেশ মৰ ভেশ।" বাহিৰত ফুৰি তই ক'ত কি কৰিছিলি নকৰিছিলি আমি দেখা নাই কাৰণে তাৰ ওপৰত আমি একো নকওঁ। তই আহিলি যেতিয়া ৰাইজৰ মাৰ ৰক্ষা কৰি নিধি কোৱাইটিৰ মুখৰ ছাই মাটি গুচাবলৈ কাম সকাম এটা কৰিব লাগে।" মিলন বেজে বোলে, "হয়তো, সদায় ডেকা হৈয়েই থাকিম বুলি ভাবিছ নেকি? ভাল ছোৱালী এজনী চাই বিয়াখনো পাতি দিওঁ। তালৈকে ঘৰ এখন পাতিবলৈ তাৰ উম-ঘামেই নাই দেখোন। মাষ্টৰৰ লগত খপুৱা খাতিবলে তোৰ কি বংশ পৰিয়াল, অণ্ডহী-বণ্ডহী নাইকিয়া হ'ল? সেইটো ভূধৰ দদায়েৰ, তাৰ ঘৰতে থাক। তাৰ ঘৰত জঞ্জাল পাব যদি মই অকলশৰীয়া মানুহ মোৰ ঘৰতে থাকহি। মুঠতে তই ঘৰ সংসাৰ পাতি ৰাইজৰ লগ লোৱাটোকে আমি বিচাৰিছো।"

মুখত গামোছা বান্ধি মাহ, চাউল বিলাই থকাৰ পৰাই মনবৰে মাত লগালে "তাক কথা কৈ লাভ নাই তাৰে। সেইদিনা সেইবোৰ কথা কম বুলি তাৰ ওচৰলৈ গ'লো। মাষ্টৰৰ আগতে সি ওঁঠ চেপিলে গাধীৰ ওলোৱা ল'ৰাটোৱে মোক থৰে থৰে ৰাখিলে। সি ঘৰ পাতিবনে? হেৰ' জাতৰ নহয় কুলৰ নহয় সেই অঘৰী বামুণটোৰ লগত সি কৌলৈ খোৰ লৈছেগৈ বাৰু কোৱাচোন, ৰাইজ। মোৰ মুখ খোল খালে কিবা কথা ওলাব; নকওঁ আৰু।"

হাতত মাহ প্ৰসাদ লৈ বিলাই থাকোতেই দুই তিনিবাৰ ওভট্ মাতষাৰ মতাৰ কাৰণে বংশীয়ে মনবৰক ভালকৈ শুনাই দিব খুজিছিল। ৰাইজৰ মাজত ডাণ্ডৰক সাৱধান কৰিবলৈ যোৱা ভাল নহ'ব বুলি কওঁ কওঁ কৰিও সি সহি থাকিল।

দিহিঙীয়া বুঢ়াই মুখৰ পৰা বিড়িটো আঁতৰাই লৈ বোলে "মইও তোক কথা এটা কৈছো বোপাই, যি যিমানৰ মানুহ সিমানতে থাকিব লাগে। মাষ্টৰে তোক ওপৰলৈ তুলি দিলেই তই উঠিবলৈ যাব নালাগে নহয়। তোৰ পোতন কিমান, ওজন কিমান সেইটো চাই-চিতিহে তই ভোট খেলিবলৈ পাখি মেলিব লাগে। হিংসাত কৈছো বুলি নাভাবিবি দেই বোপাই। সময় আছে, তোৰ বয়স পৰি যোৱা নাই। ৰাইজৰ মৰম পাবলৈ ৰাইজৰ কাম এতিয়াৰ পৰা কৰ বাৰু।

কিন্তু যেইতাক বোলোতেই মণিকূটৰ ওচৰলৈ যাবলৈ চেষ্টা নকৰিবি। শুনিছো বোলে হস্পিটেল এখন পাতো বুলি ৰাইজৰ চহী পত্ৰও লৈছিলি। ক'তা সেইবোৰ একো নকৰাকৈ আকৌ দেখোন কিবা মাটি-বাৰীৰ হিচাব উলিয়াবলৈ ধৰিছ। কমিউনিষ্ট বুদ্ধি কৰিছ যদি উধাব নোৱাৰ দেই। কাৰোবাৰ হাতত ঘূৰ্ণীয়াহে হবি। কংগ্ৰেছত লাগ। নিজৰো গা শকত হ'ব, ৰাইজৰো উপকাৰ হ'ব। কি কোৱা ৰহেশ্বৰ ককাই?"

ৰহেশ্বৰে বোলে "নকৈছো, বাওনা হৈ চন্দ্ৰ ধৰিবলৈ হাত মেলোতে মুখ থেকেচা খায় পৰিবই। বোলে "আগ নুগুণি গুণে পাছ লোভত মৰে বৰশীৰ মাছ।" সাঁচতীয়া পইচাকেইটা আছে কাৰণে তাৰ কি কৰো, কি নকৰো লাগিছে বুজিছ মিলন।"

বংশীয়ে তাৰ প্ৰতি ৰাইজৰ মনোভাৱ কি হৈছে ভকতসকলৰ মুখত শুনি সময়ৰ শৰ নামাৰিলে ৰাইজৰ মনৰ ভুল ধাৰণাই প্ৰতিক্ৰিয়া কৰিব বুলি ভাবি বোলে "ৰাইজ, মন্ত্ৰী এম.এল.এ হোৱা কথা মই সপোনতো ভবা নাই। হস্পিটেল এখন পাতিমেই। মাষ্টৰে মাটি দিছে। দিছে যদিও কংসই সেই মাটিত হস্পিটেল হ'ব নোৱাৰে বুলি আপত্তি কৰিছে। কংসই গণ্ডগোল কৰিলে দিগদাৰ হ'ব। আৰু আমাৰ ৰাইজে চৰকাৰী চিলিং আইনৰ কথা একোকে নাজানে। কিন্তু এইখন আইন প'ছ কৰিছিলে কৃষক ৰাইজৰ ভূমি সমস্যা দূৰ কৰিবৰ কাৰেণেহে। ৰাইজক আইনখনৰ ভূ-ভা চৰকাৰে জানিবলৈ নিদিয়াৰ কাৰণেই সেই আইন ভঙ্গ কৰি মাটি গিৰিয়াইঁতে মাটিবোৰ চাকৰ-নাকৰৰ নামত ৰাখি গজগজীয়া হৈ আছে।" কথাৰ সুৰ সলনি কৰি আকৌ আৰম্ভ কৰিলে।

"আমি ডেকাবোৰে এই আইন অমান্য কৰা মানুহকিজনৰ ভিতৰৰ গেলা বুদ্ধিবোৰ খুচৰি উলিয়াই চৰকাৰৰ ওচৰত দাবী কৰিম— আমাক মাটি লাগে বুলি। সেইটো কাম কৰিবলৈ যাওঁতে ৰাইজে আমাক সহায় কৰিছে। কিন্তু আমাৰ ভিতৰৰে অজীন-পাতকী কোনোবা কেইটামানে ৰাইজক কুট কথা শিকাইছে। আৰু মই ভোটত উঠিবলৈ থলি বনাইছো বুলি প্ৰচাৰ কৰি ফুৰিছে।"

মিলনে বোলে "কথাবোৰ শুনি ভালেই লাগিছে। ভাল লাগিছে যদিও বিপদো আছে বোপাই। সেইটো ৰামধাৰী নুনিয়াই ডিব্ৰু নৈত বুৰিয়াই বুৰিয়াই মাছ ধৰি বেচিছিল। সি জানো দেশৰ পৰা মাটি-বাৰীবোৰ লগত লৈ আহিছিল? নাই অনা। চল বুদ্ধি কৰি ৰাইজৰে মাটি ঠগী ঠগী লৈ সিও এটা মাটি গিৰিয়া মহাজন হ'ল। মদৰ মহল, কাঠৰ মহল, এতিয়া তাৰ নাই কি? তাৰ লগত ফেৰ

মাৰিবলৈ যোৱা উলামুলা কথা নহ'ব। বাকী কেইজনেও জাপুৰ খাই উঠিব। সেই কাৰণে মই ইমানতে সেইবোৰ এৰি পোলোৱাটোকে ভাল বুলি ভাবিছো।" দীঘলা বসন্তই মাতো নামাতোকৈ বোলে "ৰাইজ সহি থাকোতে সহি থাকোতে সিহঁত মূৰৰ ওপৰ উঠিল। মূৰৰ পৰা নমাবলৈ এচাৰ মাৰি দিবানে, বহি শুই দিব? মই চাওঁতে ল'ৰাহঁত আগবাঢ়ি ওলাওতেই ডেকা, বুঢ়া, মতা-মাইকী সকলোৰে হেঁচা মাৰিহে ধৰিব লাগে। মাছ মৰক নমৰক বিলখন ঘোলা কৰি দিওঁ।"

মনবৰে মুখৰ গামোছাখন গুচাই বোলে, "ভৰিৰে পানী ঘোলা কৰিবি হয়, বিলৰ বৰমূৰীযাকেইটাই ধৰি থেকেচি পেলাব। সেইযাৰ কথা পাহৰি নাযাবি আকৌ। ঘৰে ঘৰে গৈ মাটি-বাৰীৰ হিচাব ল'বলৈ বংশীৰ কি এক্তিয়াৰ আছে। সি মাটিৰ হাকিম নেকি? লণ্ড-ভণ্ড হ'ব দেই। মই আগৰ কথা আগতেই কৈছো। তাকে চাই ৰাইজে কি কৰা, কৰি থাকা। ৰাইজ এইফালে এবাৰ কওঁক।" মনবৰে বিলনীয়াৰ আশীৰ্বাদ ল'বলৈ ডিঙিত গামোছা লৈ আঁঠু ল'লে, ৰাইজে অ' হাৰৈ অ' ৰাম কৰিলে। বংশীয়ে মনবৰৰ কথা নুশুনা ভাও ধৰি মাহ চাউল চোবাই চোবাই বোলে "ৰাইজ আপোনালোকে মোক বিয়া বাৰু পাতি ঘৰ সংসাৰ কৰি ৰাইজৰ লগ ল'বলৈ কৈছে। মইয়ো ৰাইজৰ কাৰণে মৰিম বুলি নিজকে আগবঢ়াইছো। মই মোৰ মনৰ ভাববোৰ সেই কাৰণে ৰাইজক খুলি কৈছো। মই ঘৰ সংসাৰ কৰিম। কিন্তু বোপাইৰ মাটিখিনি ৰামধাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰিব নোৱাৰালৈকে মই অঘৰী হৈয়ে থাকিম।"

মিলনে বোলে, "হেৰ' সেইটো এঘণ্টাৰ কাম নহয়, তাৰ দেনা-পাওঁনাখিনি হিচাব নিকাছ কৰি দিলেই সি মাটি এৰি দিব।" বংশীয়ে বোলে "দেনা-পাওনা হিচাব-নিকাছ কৰিবলৈ নাই মোমাই, আজি ইমান বছৰে সি মাটিৰ ধান খাইছে। সি পিতাইক কানি খুৱাই মাটি-বাৰীবোৰ লিখাই ল'লে। মই তাক এটা পইচাও নিদিওঁ। ইমান দিনে সি সেই মাটিৰ পৰা সুদ মূল সকলো উঠাই ল'লে। মাটি বিনা চুক্তিত সি এৰি দিব লাগিব।"

দীঘলা বসন্তই বোলে "ধানৰ হিচাব মতে ধৰিলে বন্ধকী মাটিও সকলোৰে এৰি দিব লাগিব। গদাধৰ কংসৰ হাততো ৰাইজৰ বহুত মাটি বন্ধকত আছে। বংশীয়ে এইটো ভাল পইন্ট দেখুৱাইছে ৰাইজ। সদ্যহতে ৰামধাৰীৰ পৰা সি তাৰ বাপেকৰ মাটিখিনি মুকলি কৰি ল'ব পাৰিলে বাকী মানুহবোৰৰ কাৰণে ৰাষ্টাটো ওলাই পৰিব। এদিন বুঢ়া মেথাকিজন গৈ ৰামধাৰীক ভালেৰে কওঁকগৈ বুলি, "সি নাবালক হৈ থাকোতে তাৰ বাপেকে মাটি-বাৰী কিডবাৰ মুদা মাৰি

থৈ গ'ল। মাউৰা ল'ৰা আমি ৰাইজে তাক ঘৰ এটি সাজি দি গত লগাব খুজিছো।"

বংশীহঁতৰ উদ্যমটোৰ সমৰ্থনত ৰাইজক যুক্তি কৰি ৰামধাৰীৰ ওচৰলৈ যিকোনো উপায়েৰে পঠিওৱাৰ চেষ্টা কৰিবলৈ আগদিনা দীঘলা বসন্তক মাষ্টৰে কৈছিল। আৰু বিশেষ চেষ্টা নকৰাকৈ কথাটো ওলোৱাত দীঘলা বসন্তই ৰাইজক ৰামধাৰীৰ ওচৰলৈ যাবলৈ ক'লে। দীঘলাৰ কথা শুনি দিহিঙীয়া বুঢ়াই বোলে "এটা কথা নহয় দীঘলা, বান্দৰৰ হাতৰ কল কেতিয়াবা সৰি পৰা দেখিছ জানো? এতিয়াও কথা সেইটোৱেই হ'ব। তাতে বংশীয়ে জানো এবাৰ মাটিৰ কাৰণে ৰামধাৰীক দা দেখুৱাই কাটিবলৈ যোৱা নাছিল? তথাপি ৰাইজ এদিন গৈ অহাতনো কি অসুবিধা আছে?"

বংশীয়ে বোলে, "যাব লাগে কাৰণেই যাম, সেইটো নহয়, দদাই। সি দিবই লাগিব আৰু তোমালোকেও মাটি এৰি দিব লাগিব বুলি দাবী কৰিবগৈ লাগিব।- তাৰ ওচৰত ভিক্ষা বিচাৰি যাবলৈ ৰাইজক মই কেতিয়াও নকওঁ।" মনবৰে বোলে "তই দাবী কৰগৈ। ৰাইজক যাবলৈ ক'লেই ৰাইজখন যাব নোৱাৰে নহয়। মাটি বন্ধক বিচাৰি সিহঁতে কোনদিনা গাঁৱলৈ আহিছিল?"

তোৰ বাপেৰক 'কানি খা, কানি খা' বুলি ৰামধাৰীয়ে যাচি দিছিলনে? বাপেৰে ঘটি বাটিৰ পৰা ৰোৱতি মাটিলৈকে তাৰ হাতত চমজাই দি কানি খাইছিল? কথা ক'লে আইনমতে কবি। ৰামধাৰীয়ে আইনমতে লিখালিখি নকৰাকৈ তোৰ মাটি কেতিয়াও লোৱা নাই। তেনেস্থলত কোন যুক্তিৰে তোক মাটি ঘূৰাই দিবই লাগিব বুলি ৰাইজে দাবী কৰেগৈ?" বংশীয়ে অৰ্জীন পাতকি বুলি মনবৰকে উদ্দেশ্য কৰি কথা কোৱাৰ পোতক দিবলৈ মনবৰে সুবিধা বিচাৰি আছিল। সুবিধা পাই বংশীক বহুৱাই দিলে। মনবৰৰ কথাত যুক্তি আছে। বংশীয়েহে উত্তৰ বিচাৰি পোৱা নাই।

তৰ্ক আৰম্ভ হয় বুলি ভূধৰে ভয় খাই আছিল। খন্তেক নীৰৱ হোৱা যেন দেখি ভূধৰে ৰাইজক ভাত খাবৰ কাৰণে আঁঠুলৈ ভিতৰলৈ মাতিলেহি। খোৱাৰ সময়ত মন বেয়া হয় বুলি ভাবি বংশীয়েও নীৰৱে থাকিল। দাবীবোৰ সকলোৱে সমৰ্থন কৰে। কিন্তু জনাবলৈ সাহ নকৰে। মনবৰে আগবাঢ়িব খোজা মানুহখিনিক বাধা দিলে। কংস, ৰামধাৰীয়ে নিজে আহি যিটো কাম কৰিব নোৱাৰে সেইবোৰ কাম মনবৰ, গেঠুহঁতৰ হতুৱাই কৰাই লয়। সিহঁতে যিমানেই শক্তিশালী নহওঁক ঘৰ বিভীষণ জাতিৰ এই দালালবোৰৰ সহায় নল'লে একো কৰিব নোৱাৰে।

ইঘৰ-সিঘৰৰ মাজত হাই-কাজিয়া হ'লে দালালবোৰে মানুহক উচটাই বিচাৰৰ কাৰণে কংসহঁতৰ ওচৰলৈহে পঠিয়াই।

দুঘৰ মানুহৰ মাজত মিতমাত কৰি দিয়াৰ পৰিবৰ্তে সিহঁতে পুলিচৰ ওচৰলৈ পঠিয়াই। পুলিচে টকা খাইহে কেচ লয়। ছাগলী, গৰু বেচি কেচ চলাই শেষত মাটি-বাৰীখিনি ধাৰত মাৰি বিক্ৰী অথবা বন্ধকত কংসহঁতৰ ওচৰত দি সৰ্বস্বান্ত হয়। আনহাতে চিৰ জীৱনৰ কাৰণে ইঘৰ-সিঘৰৰ মাজতে শত্ৰুতা হয়। দালাল, মনবৰৰ যুক্তিত মানুহে নিজে গৈ মাটি বন্ধকী দিয়েগৈ। এটা নামঘৰ ভাঙি সাতোটা কৰা জাতিদ্ৰোহী, জাতিদ্ৰোহী এই কংসহঁতেই। ৰাজনীতি কৰাৰ নামত সিহঁতে গাঁওবোৰত বিভিন্ন উপায়েৰে এইদৰে দালালৰ সহায়ত সমাজৰ বান্ধ বোলা কথাতো অৰ্থহীন কৰি পেলালে।

মাষ্টৰে কোৱা কথা একেবাৰেই সঁচা। শংকৰ গুৰুৱে নামঘৰত ৰাইজক গোট খুওৱাৰ উদ্দেশ্যটো আজিকালি মাহ-প্ৰসাদ, নাম-কীৰ্ত্তন সৰ্বস্ব হ'ল। মেল মিটিঙৰ পৰা আৰম্ভ কৰি বাদ-বিবাদ নিষ্পত্তি, বাট-পদূলি মেৰামত, আনকি সংস্কৃতি চৰ্চাৰ ৰাজহাড় স্বৰূপ নামঘৰবিলাকৰ আজিৰ সমাজে আগবাঢ়ি যোৱাৰ পথত একো সহায় কৰিব পৰা নাই। ৰাইজ খাবলৈ বহিলগৈ। পিছফালৰ চোতালত ধান শুকুৱা ঢাৰীবে ৰভা দি ভকতক খুৱাইছে। বংশী আৰু লক্ষীক এমূৰে খাবলৈ দিছে। ৰাইজে খাই উঠি মুখ ধোৱাৰ পাচত লক্ষীয়ে বংশীক আগচোতালৰ পৰা ভাত খাবলৈ মাতিবলগীয়া হৈছিল।

খোৱাৰ পাতত বহি বংশীৰ লংগৰ খানালৈ মনত পৰিল। স্বৰ্গ-মৰ্ত ব্যৱধান। মানুহ নিমন্ত্ৰণ কৰি প্ৰবঞ্চনা কৰা হৈছে। এপাচি শাকত এটা আলুক দিয়াৰ দৰে এটা হাঁহৰ মঙহ লাউ, কোমোৰাৰ মাজত ঘৰৰ ঘৰোৱালে খাইছে। আৰ্থিক অনাটনত জৰ্জৰিত কৃষক ৰাইজৰ কাৰণে বান্ধি দিয়া পূৰ্বৰ ধৰ্মীয় নীতি। এটা হাঁহতকৈ বেছি বধ কৰিব নোৱাৰে। ক্ষমতাহীনৰ কাৰণে উত্তম ব্যৱস্থা। কিন্তু আজিও অৰ্থ-অনাটনৰ সেই অৱস্থা বিদ্যমান। এই নীতিবোৰ ৰচনা কৰা যিমান দিন হ'ল সিমান দিনৰ পৰাই কৃষক অৰ্থৰ নাটনিত ভোগী আছে। অতি ভক্তি ভাৱেৰেই ভূধৰে ৰাইজক খুৱাইছে। কিন্তু সেই ভক্তি ভাৱেৰে খুউৱা মাংসৰ গোন্ধৰ পৰা আন্তৰিক তৃপ্তি ভকতে পালে জানো? সি ওপৰলৈ মূৰ নকৰাকৈ খাই উঠি আহিল।

তেতিয়ালৈকে ৰাইজ ঘৰাঘৰী গ'লেই। ৰাইজক বিদায় দি ঘূৰি আহি ভূধৰো খাবলৈ বহিল। ঘৰৰ সকলোৱে খোৱা শেষ হোৱাৰ পাছত বংশীয়ে

যাওঁ বুলি ওলাই আহিল। ভূধৰে বংশীক ৰাতিটো ভূধৰৰ ঘৰতে থাকিবলৈ ক'লেহি। বংশীৰ থকাৰ ইচ্ছা নাছিল। কাৰণ ঘৰটোৰ ভিতৰখন খুউব গৰম, সেই গৰমত খিৰিকী নোহোৱা ঘৰটোত, তাতে সি কোনোবাটোৰ লগতহে শুব লাগিব। লক্ষীৰ বিচনাখনৰ ওচৰতে যি এখন সৰু খিৰিকী আছে, সেইখনেদি পশ্চিমফালৰ ৰ'দ এচেৰেঙাও ঘৰটোত ভিতৰত সোমাই নোসোমাই সন্দেহ। গৰম সহ্য কৰিব পাৰি। কিন্তু শীতৰ সেমেকা নিশাবোৰ সহ্য কৰা বৰ কষ্টকৰ। মানুহে সেইবাবেই ঘৰবোৰত চাপৰকৈ চালি নমাই দিয়ে। সেইখন ঘৰতে বাপেকে মৰাৰ পিচত সি প্ৰায় চাৰি-পাঁচ বছৰ আছিল যদিও জাৰ গৰমৰ খবৰ নোপোৱা সেইটো বয়সত শুই যাওঁতেই তাৰ তেতিয়া টোপনি আহিছিল। এটা ৰাতিহে। তেনেকুৱা বহুত ৰাতি সি ফৌজত থাকোতে উজাগৰে কটাই আহিছে, সি থাকিল।

ভূধৰে জুইকুৰাৰ অলপ আঁতৰতে বহি আছিল। জয়মতী আৰু মাক গুণদাই বাচন-বৰ্ত্তন ধোৱাত ব্যস্ত আছিল। বিনন্দই খাই উঠিয়েই বিচনালৈ গ'ল। লক্ষীয়ে বাহিৰ ভিতৰৰ পৰা বস্তুবোৰ সামৰিছে। ভূধৰে বংশীক মাতিলে। বংশীয়ে মুঢ়া এটা লৈ বেৰত আউজি বহি ভূধৰৰ চকুলৈ চাই ৰ'ল। ভূধৰে বংশীক আগৰ উদণ্ড স্বভাৱটো এৰি সকেলাৰে লগত মিলিজুলি থাকিবলৈ আৰু ৰাজহুৱা কাম কৰি শত্ৰু নবঢ়াবলৈ বুজনি দিলে।

মাষ্টৰৰ ঘৰৰ পৰা সোনকালে আঁতৰি আহি ভূধৰৰ কঠিয়াতলীতে এমূৰত ঘৰ এটা সাজি বংশীক থাকিবলৈ ক'লে। লক্ষীয়েও ঘৰটো সাজোতে খাতি দিব। তদুপৰি সময়ে সময়ে ভূধৰে নিজেও ঘৰটো সজাত বংশীক যি পাৰে সহায় কৰি দিব। লক্ষী আহি ক'লে 'আমাৰ বাৰীত বাঁহ আছেই। খেৰ অলপমান কিনিবি। দুইটাই লাগিলে এসপ্তাহ মানতে ঘৰটো ওলাব।" গুণদাই তামোলৰ বটাটো লৈ বহিলহি। ভূধৰৰ ওচৰতে জয়মতীও বহিলগৈ।

গুণদাই বংশীক অতি সোনকালে মাষ্টৰৰ ঘৰৰ পৰা তেওঁৰ ঘৰলৈ গুচি আহিবলৈ কৈ বোলে "আমি দদায়েৰ-খুড়ীয়েৰ হাল জীয়াই থাকোতে তই বামুণৰ ঘৰত খোৱা বাচন ধুই মৰিছগৈ। গাঁৱৰ মানুহে মোকহে দোষ দিছে! খুৰীয়েকজনীৰ কাৰণেহে সি বোলে চপনীয়া চাপিবলগীয়া হৈছে। সেইষাৰ কথা সেই। ইফালে উদক ভেঁটা ৰখীয়া দিয়াৰ দৰে কথা হৈছে। কি বুদ্ধি কৰি মাষ্টৰে তোৰ সাঁচতীয়া পইচাকেইটা হাত কৰিব তই গমকে নেপাবি। তোৰ পইচাখিনি হয় দদায়েৰৰ হাতত, নহয় ডাকঘৰে চাকঘৰে থবি বোপাই। আজিৰ বাদে কালিলৈ তই বিয়া বাৰু কৰাই ঘৰ এখন পাতিবই লাগিব। পইচাকেইটা

হাত এৰি হেতালী খেলিলে পিচত তধা-মুধা দেখিবি। আৰু এটা কথা তোক ক'বলৈ আছে। লক্ষীৰ ছোৱালী ঠিক হৈ আছে। আগতে তোৰ বিয়াখন নপতালৈকে তালৈ ছোৱালী নানো বুলি মই বৈ আছো। তোৰ কাৰণেও আমি ছোৱালী চাই থৈছো। দদায়েৰে 'ওঁ' বুলিলেই ছোৱালীও দিব।" জয়মতীয়ে বোলে "তই ছোৱালী দেখিছই বংশী কাইটি। এহ্ জুকুৰাবলৈ কিটো আছে। কৈ দিওঁ। সেই আমাৰ জোনাকী মাহীৰ সৰুজনী ছোৱালী আই। কামে-বনে, বোৱাই কটাই, বোৱাই-তোলাই দহৰ আগত যোৱা ছোৱালী পায়। দেখিবলৈ সিমান ৰূপহী নহয় যদিও দলিয়াই পেলাই দিয়া বিধৰো নহয়।" জুইকুৰাত ফু-মাৰি দি জয়মতীয়ে ক'লে "তোৰ সৈতে খুব মিলিব কাইটি। তই সকতে দেখাৰ দৰে হৈ আছে বুলি নাভাবিবি। এতিয়া বৰ এজনী হ'ল।" গুণদাই বোলে "মিতিৰতে মিতিৰ পাতিলে মৰম চেনেহ থাকিব বুলি কথা এষাৰো আছে দেচোন, তই মত দিলেই হৈ যাব।"

ইমানপৰে বংশীয়ে তলমূৰ ওপৰ কৰা নাছিল। সি বোলে "বহুত ৰাতি হ'ল পাই। জয়া, মোকনো ক'ত শুবলৈ দিছ?" বংশী, লক্ষীৰ সৈতে একেখন বাঁহৰ খাতিয়াতে শুব লগা হ'ল। ভূধৰে গুণদা-জয়মতীহঁতৰ কথাবোৰ সপক্ষে বা বিপক্ষে একোকে নক'লে। শুবলৈ তৎ নোহোৱা ভাও ধৰি সি গুণদাহঁতৰ ওচৰৰ পৰা আঁতৰিব খুজিছে। সেই কথাটো ভূধৰ আৰু জয়মতীয়ে নুবুজিলে যদিও গুণদাই থিক বুজি পালে। সকাম শেষ হোৱাৰ পাছত মাউৰৰ ঘৰলৈ যাবলৈ ওলোৱা বংশীক এই কথাষিনি ক'বৰ কাৰণে ভূধৰৰ হতুৱাই ৰাতি থাকিবলৈ কোৱাইছিল। অথচ বংশীয়ে সেই কথাবোৰত কোনো গুৰুত্ব নিদিলত গুণদাৰ বুকুখনত অপমানৰ গিজ-গিজনি এটা উঠিল।

বংশীক গুণদাই কিবা এটা কোৱাৰ আগতেই সি লক্ষী শোৱা কোঠালীত সোমালগৈ। ম'হো নাই আঠুৱাও নাই। গৰমত টোপনি যোৱাৰ আশা নাই যেতিয়া দুই এটা ম'হ ওলালেও মাৰিব পাৰিব। বংশীৰ অসুবিধা হয় বুলি ধিমিক-ধামাক চাকি এটা জ্বলাই জয়মতীহঁত শুবলৈ গ'ল। বংশীয়ে চাকিটো নুমুৱাই বিচনাত উঠিল। দিনটোৰ ভাগৰত বিচনাত পৰাৰ লগে লগে লক্ষীৰ নাক বাজিল। সেয়া যেন বংশীৰ টোপনি অহাৰ কাৰণে আবহ সংগীতহে। আজি-কালি হোনো ৰন্ধা-বঢ়া আনকি ল'ৰাই পঢ়োতেও ৰেডিঅ' অথবা টেপৰেকৰ্ডাৰৰ আবহ সংগীত ধ্বনি মানুহৰ ঘৰত বজায়। বংশীৰ কথাটো ভাবি হাঁহি উঠিল।

হেৰ' কিতাপ পঢ়োতে মিউজিকৰ কি প্ৰয়োজন? লক্ষীৰ নাকৰ টোপনিৰ মিউজিকটোৰে বংশীক দেখোন আমনিহে কৰিছে। টোপনি নধৰেহে নধৰে। ভূধৰে বংশীক আগৰে পৰা মৰম কৰে। বংশীৰ বাপেক আৰু ভূধৰ দুইটা ককাই-ভাই বৰ ঠাণ্ডা আৰু মৰমিয়াল মানুহ আছিল। কিন্তু খুড়ীয়েক গুণদাৰ তাৰ প্ৰতি ইমান মৰম হোৱা কাৰণটোহে সি বুজি পোৱা নাই। সি মনতে খেপিয়াই চালে। তাক কঠীয়াতলীত ঘৰ সাজিবলৈ খুড়ীয়েকে কোৱা নাই। দদায়েকে ক'লেও সেইটো কথা নবজে। কিন্তু তাৰ টকাখিনি দদায়েকৰ হাতত থোৱাৰ বুদ্ধিটো গুণদাই দিছে। সি এতিয়াও মাইনৰ স্কুলত পঢ়ি থকা বংশী হৈ থকা নাই যে গুণদাই কোৱা মাত্ৰকে তাৰ টকাখিনি আনি ভূধৰক সি দি দিবহি।

নিধিৰাম বৰমেধি হৈ থাকোতে সি ফাইভত পঢ়িছিল। বাপেক বেমাৰত পৰি থাকোতে খুড়ীয়েকে বংশীৰ বাপেকক মাতে-ভাতে সমান কৰিহে কেতিয়াবা এমুঠি দিছিল। বাপেকে গুৱে-মূতে একাকাৰ হৈ থাকোতে খুড়ীয়েকজনীয়ে উভতিকে নাচাইছিল। ঘৰতে ঘৰ লগা দদায়েকৰ ঘৰত এঘৰ মানুহ থাকোতেও মিলন মোমায়েকেহে আহি বংশীৰ বাপেকৰ ওচৰত সদায় শুইছিলহি। অৱশ্যে দদায়েকে খবৰ-খাতি নোলোৱা নহয়। সেইজনী খুড়ীয়েকৰ আজি বংশীলৈ ইমান মৰম! বংশীয়ে ভূধৰৰ ঘৰলৈ দুই-তিনিদিন আহিছে যদিও সিহঁতৰ ঘৰৰ ভেটিটো আনকি বাৰীখনলৈ চকু নাযাওঁক বুলি সি সাৱধানে অহা-যোৱা কৰিছিল। বাৰীখনৰ কথা মনলৈ আহিলে তাৰ বুকুখনে ধান বনাদি বানে।

বাপেক মৰাৰ দিনৰে পৰা সি সেইখন বাৰীলৈ সোমোৱা নাই। তথাপি সেই বাৰীখন আৰু বাৰীৰ পিছফালে ৰোৱনি পথাৰখনৰ প্ৰতি তাৰ কিয় ইমান দাহ হৈছে সি বুজিব নোৱাৰে। তেনেকুৱা দহখন বাৰী আৰু কেইবা পুৰাও ৰূপিত মাটি কিনি ল'ব পৰা সমৰ্থ তাৰ এতিয়া আছে। তথাপি তাক তাৰ বাপেকৰ সেই মাটিখিনিহে লাগে। তাৰ আচলতে দাহ হোৱা নাই; সি এটা জেদহে ধৰিছে। সি জেদ ধৰিবই লাগিব। সিহঁতৰ মাটি বেচা নাই, কাকো দান কৰা নাই। জোৰ-জুলুমকৈ লৈছে, ঠগী লৈছে, কাঢ়ি লৈছে। বাৰীখনৰ দদায়েকৰ ফালৰ ঢাপটোত কাঁটা তাঁৰৰ বেৰা দিলে। সিফালেও দিব পায়। দিয়ক; শিলেৰে বেৰা দিলেও সি সেই বেৰা ভাঙি মাটি সকলো দখল কৰিব।

ভূধৰ বাহিৰলৈ গৈছে। বুঢ়া মানুহ টোপনি নাহিলে বাৰে বাৰে বাহিৰলৈ যাব লাগে। "বংশী বিচনী লাগে নেকি অ'?" বংশীয়ে বিচনীখন নি ল'লে। জোনাকী মাহীৰ জীয়েক নৰ্মদাক বংশীয়ে বিয়া কৰাব লাগে। খুড়ীয়েকৰ

কথাৰ পাকটো! যদি বংশীলৈ বিয়া নকৰোৱাকৈ লক্ষীলৈ গুণদাৰ বিয়া কৰাবৰ মনেই নাই আগতে বংশীৰ কাৰণে ছোৱালী ঠিক নকৰি লক্ষীলৈ কিয় কৰিলে? ছোৱালী বিয়া কৰাবলৈ কোন ডেকাৰ মন নাযায়? নিজৰ প্ৰতিজ্ঞা পালন প্ৰথম। তাৰ পাছতহে বংশীয়ে বিয়া কৰোৱাৰ কথা চিন্তা কৰিব। ক্ষন্তেক সময় বিয়া কৰোৱাৰ চিন্তাই তাক ভবাই ৰাখিলে। টোপনি নধৰাৰ কাৰণেই নেকি মানুহ এজনীৰ আৱশ্যকতা সি খুউব ভালকৈ অনুভৱ কৰিলে। গ্ৰনেয়ে গৰম তাতে শৰীৰ গৰম কৰা ভাবাবেগে তাক ব্যতিব্যস্ত কৰি তুলিলে। কথা নাভাবিবলৈ চেষ্টা কৰি বাৰে বাৰে ব্যৰ্থ হৈছে। লাগ-বান্ধ নোহোৱা কথা কিছুমানে তাৰ মনত পিণ্ড-পিণ্ডাই ঘূৰিছেহি। অৱস্থাটোৰ পৰিবৰ্তন কৰিবৰ কাৰণে সি দুৱাৰ খুলি বাহিৰলৈ আহিল।

বাহিৰৰ ঘোপমৰা আন্ধাৰৰ মাজেদি আকাশখনৰ শেষ সীমাটো সি দেখিলে, তাহানিৰ পুৰণি আকাশখনতে আজি সি কিছুমান নতুন বস্তু লক্ষ্য কৰিলে। সিহঁতি বাস কৰা গাঁও কিখন যেন এটা প্ৰকাণ্ড টোৰে ঢাকি থোৱা হৈছে। অসংখ্য বিন্ধা, সেই বিন্ধাবোৰৰ মাজেদি আকাশৰ সিপাৰৰ উজ্জ্বল পোহৰবোৰ। সঁচাকৈয়ে পোহৰ বিমুখ কৰি গাঁৱৰ মানুহবিলাকক যেন আন্ধাৰৰ মাজত ঢাকি থোৱা হৈছে। সি চোতালৰ আগৰ জেওৰাখনত খৰিকা এডাল খেপিয়ালেগৈ। দাঁতৰ মাজৰ হাঁহৰ মাংসৰ আঁহবিলাক যোৱা নাই। বাদুলী এটা তাৰ মূৰৰ ওপৰেদি জপ-জপাই উৰি যোৱা তাৰ চকুত পৰিল, বাদুলীটোৱে সিহঁতৰ বাৰীৰ পৰা কিবা বস্তু চুৰ কৰিছিলগৈ। সিহঁতৰ বাৰীত নিশ্চয় এতিয়ালৈ আমবোৰ নাই। সেন্দূৰী আমজোপাত অৱশ্যে দুই-এটা ক'ৰবাত থাকিব পাৰে। এতিয়ালৈ ৰামধাৰী যে সেন্দূৰী আমৰ বুকুত কুঠাৰ নবহুৱাকৈ আছেনে? তাৰ গাটো কেছেক কৰি উঠিল। তাহাঁতৰ বাৰীখনলৈ তাৰ চাবৰ খুব মন গৈছিল। সি ভিতৰলৈ সোমাই আহিল।



## ।। ছয় ।।

আজিকালি ল'ৰাকেইটা মাষ্টৰৰ ঘৰলৈ প্ৰতিদিনে গধূলি সময়ত অহাটো প্ৰায় অভ্যাসত পৰিণত হৈছেহি। ভাওনা এখন পাতিবলৈ আখৰা কৰাৰ দৰে সিহঁতিও যেন কিবা এটা কৰিবলৈ আখৰাহে কৰিছে। কি কৰিব কোনেও ক'ব নোৱাৰে। তথাপি বংশীয়ে সিহঁতৰ মনবোৰ মাষ্টৰৰ ঘৰত গোট খুৱাইছেহি। মাষ্টৰে যেন সিহঁতৰ খেলি-মেলি মনবোৰ জাপি-কুছি চিজিল কৰি নিছে।

কিছুদিনৰ পৰা দীঘলাও মাষ্টৰৰ ঘৰত, গধূলি বহা হৈছে। বলোৰাম আৰু বকুল মাজে মাজে আহিব নোৱাৰে। সিহঁতৰ ৰাতি ডিউটি পৰে। প্ৰথমতে সিহঁতি আহি পাকঘৰৰ পাচ চোতালত ঘূৰা-ঘূৰি কৰি বংশীৰ সৈতে মুখৰোচক যাৰ তাৰ কথা পাতি থাকে। মাষ্টৰে বাটে বাটে ঘূৰি আহি হাতত চিগাৰেট লৈ বিচনাত ভৰি তুলি বহাৰ পিছত সিহঁত গহীন হৈ পৰে। গাঁৱৰ মানুহে যুগ যুগ ধৰি অৰ্থানাতনত ভোগা, শিক্ষা-সাংস্কৃতিক গাঁৱৰ মাজলৈ সোমাব নোৱাৰাকৈ ৰাজনীতিয়ে কৰা কৌশলবোৰৰ বিশ্লেষণ মাষ্টৰে ভালদৰে কৰি আছে।

সাহিত্য চৰ্চা কৰিবলৈ গাঁৱলীয়া ল'ৰা-ছোৱালীক সাহিত্যিক অথবা কোনো সাহিত্যিৰ অনুষ্ঠানে একো সুবিধা দিয়া নাই। সংস্কৃতিৰ ওজাবোৰে অথবা সাংস্কৃতিক বিভাগীয় অনুষ্ঠানে গাঁৱলীয়া ৰাইজক বাদ দিয়েই সাংস্কৃতিৰ চৰ্চা কৰি আছে। সেইবোৰ কথা ল'ৰাহঁতে হৃদয়ংগম কৰিব পৰাকৈ প্ৰমাণ দি বুজাই দিয়ে।

নামঘৰৰ গায়ন-বায়নৰ নামত শিৱসাগৰীয়া মানুহখিনিৰ বছেৰেকৰ মূৰত একোখন ভাওনা কৰাৰ বাহিৰে শংকৰী সংস্কৃতিৰ লগত গাঁৱৰ মানুহখিনিৰ কোনো পৰিচয়েই নাই। অথচ সত্ৰসমূহত সংস্কৃতিৰ মেটমৰা ভঁৰাল ভৰি আছে। ঢোলৰ ব্যৱহাৰ মাত্ৰ বিহুতেই হয়। অথচ সেই ঢোলৰ চেওবোৰক বিকাশমান অৱস্থালৈ নিয়াৰ কাৰণে ওপৰ মহলৰ পৰা কোনো গৱেষণা, প্ৰচেষ্টা লোৱা নাই; বিশেষকৈ গাঁৱৰ মানুহৰ মূল উপাৰ্জনৰ পথ একমাত্ৰ কৃষি হোৱা সত্বেও ভূমিৰ সমস্যা সমাধানৰ পথটো বৰ্তমানৰ কোনো ৰাজনীতিয়েই এই পৰ্যন্ত মুখ্য সমস্যা বুলি গণ্য নকৰাৰ ফলত বৃহত্তৰ কৃষি ৰাইজ যে অৰ্থনীতিৰ ক্ষেত্ৰত জুৰুলা হৈ আছে, সেই জুৰুলা দেশৰ বৃহত্তৰ খাটি খোৱা জনগণক

অৰ্থনৈতিকভাৱে সবল নকৰাকৈ শিক্ষা দিয়া, কলা-সংস্কৃতি, ভাষা-সাহিত্যৰ জ্ঞান দিবলৈ যোৱাটো যে সম্পূৰ্ণ অবৈজ্ঞানিক চিন্তা আৰু তেনে চিন্তাকেই যে স্বাধীন ভাৰতৰ চৰকাৰে এই পৰ্যন্ত কৰি আছে, সেইবোৰ কথাও সহজ-সৰল ভাষাৰে মাষ্টৰে ল'ৰাহঁতক বুজায় গৈ আছে।

উদাহৰণ স্বৰূপে গাঁৱত কানি, মদৰ অবাধ প্ৰচলন, মজদুৰসকলক প্ৰধানকৈ মদৰ যোগান ধৰি দিনে দিনে তললৈ টানি নিয়াৰ দিশবোৰ বহলাই ব্যাখ্যা কৰে। ৰাজনীতিজ্ঞৰ মৌ-বৰষা মাত আৰু বিপৰীতে শ্ৰমিক, কৃষকক সেইবোৰ ৰাজনীতিজ্ঞই জালৰ পৰা ওলাব নোৱাৰাকৈ কিবোৰ কৌশলেৰে বান্ধি ৰাখিছে ইত্যাদি কোনো দিনে নভৱা-নুশুনা কথাবোৰ ল'ৰাহঁতক কৈ কৈ এহাতেদি সিহঁতক ভুৱা ৰাজনীতিৰ মেৰপাক বুজোৱা আৰু সিহঁতৰ মনবোৰ বৈপ্লবীক কৰিবলৈ মাষ্টৰে চেষ্টা চলাই গৈছে। মাষ্টৰে জানে গভীৰভাৱে চল-চক্ৰান্তবোৰ বুজি নাপালে সিহঁতি ওপৰতে বৌজাল-বৌজাল কৰিব আৰু সেয়াই হ'লে সিহঁতে ভূমি সমস্যাৰ কথাই নাই কোনো সমস্যাৰে সমাধান কৰিব নোৱাৰে। সেয়ে অকপটভাৱে হিয়া উজাৰি তেওঁ জনাখিনিকে ল'ৰাহঁতক বুজাই আহিছে।

মাজতে কেইদিনমান আৰু তিনিটা ল'ৰাক মুহিৰামে লগত লৈ আহিছিল পিছে সিহঁতি মাষ্টৰৰ কথাৰ আগগুৰি একো বুজি নাপালে। মুহিৰামবো মাষ্টৰৰ কথাবোৰ শুনি আমনি লাগিছিল। কেইদিনমান অহাৰ পাছত মুহিৰাম আৰু তাৰ লগৰকেইটা নহা হ'লগৈ। বাকীকেইটা ল'ৰাই মাষ্টৰৰ কথাবোৰ বুজিবলৈ চেষ্টা কৰি আহি আছে। বিশেষকৈ আকবৰ, বকুল আৰু বংশী। এই তিনিটাই দেশত চলি থকা ৰাজনীতিৰ ষড়যন্ত্ৰবোৰৰ কথা শুনি অবাক হৈ মুখলৈ অপলক দৃষ্টিৰে চাই থাকে। মাষ্টৰে আচৰিত কথাবোৰ কয়। কয় মানে, মাষ্টৰৰ কথা শুনি বকুল আৰু বংশীৰ গা ভম্‌ভম্‌কৈ উতলি উঠা হৈছে। সিহঁতৰ দৃষ্টিত মাষ্টৰ জ্ঞানৰ ভঁৰাল। কথা-বতৰা নোকোৱা মানুহজনৰ মুৰটোত বহুত ভাল কথাৰে ভৰি আছে। কথাবোৰ শুনিবলৈ মানুহ পোৱাৰ কাৰণে পাকঘূৰণী খাই কথাবোৰ ওলাই আহিছে। মাষ্টৰক যেন সিহঁতৰ গাঁও কিষনৰ ত্ৰাণকৰ্তা আৱিষ্কাৰ কৰিলে।

মাষ্টৰ কৃষকৰ মুক্তিৰ পথ প্ৰদৰ্শক। বুঢ়া মানুহ কোন দিনা মৰি থাকে ঠিকনা নাই। যিমান সোনকালে পৰা যায় মাষ্টৰৰ বুদ্ধিবোৰ কামত খটুৱাবই লাগিব। মাষ্টৰৰ বুদ্ধি লৈ আধি মাটিৰ ধান নিদিয়া, চিলিং এক্টৰ মাটি দখল কৰা, হস্পিতেল এখন পতা ইত্যাদি কামবোৰ এইটো বছৰতেই কৰিব লাগিব

বুলি সিহঁতি সিহঁতৰ মাজতে আলোচনা কৰাৰ পৰ্যায়লৈ, সিহঁতি মাষ্টৰৰ ওপৰত বিশ্বাস স্থাপন কৰিছে আৰু দিনে দিনে দৃঢ়মনা হৈ আহিছে।

* * * *

ভূধৰৰ ঘৰত ভোজ খাই অহা দিনাৰে পৰা বংশীয়ে মাষ্টৰৰ লগতো আগৰ দৰে কথা পতা নাই। মনত সেইদিনাৰে পৰা কিবা এটা ভাব লৈ সি যেন অলপ অন্যমনস্ক হৈছে। সেই কথাটো মাষ্টৰেও লক্ষ্য কৰিছে। মাষ্টৰে তাৰ লগত কথা নাপাতে। কিন্তু মাষ্টৰে কথা নাপাতিলেও সি কিবাকিবি কথাবোৰ সুধি সুধি মাষ্টৰক কথা পতায়। অথচ সিও দেখোন কথা ক'বলৈ এৰিছে। বংশী অহাৰ পৰা ঘৰখনত সামান্য ধৰণেৰে হ'লেও মানুহ থকাৰ অনুমান বাটৰ মানুহেও গম পাইছিল। হঠাৎ কি হ'ল? পিছবেলা বতৰ জুৰ পৰাৰ পৰা সেইবোৰকে ভাবি ভাবি বেলজোপাৰ তলত মাষ্টৰে হাতত বিচনীখন লৈ বহি আছিল। বংশীয়ে নিৰ্মলা বাইদেউক, মানে মাষ্টৰৰ পৰিবাৰৰ বিষয়ে কিবাকিবি প্ৰশ্ন আগতে কৰিছিল। তেতিয়া মাষ্টৰে সেইবোৰ কথা তোক এদিন কম বুলি তাক কৈছিল, কিন্তু মাষ্টৰে নকওঁ বুলিয়েই তাক সেইবোৰ কথা কোৱা নাছিল। ল'ৰা মানুহ তাতে সেই পুৰণি কথাবোৰ জানি তাৰ একো লাভো নহয়, সেয়ে কোৱাৰ আৱশ্যকবোধ কৰা নাছিল।

ভূধৰৰ ঘৰত ৰাতি থাকি অহাৰ পিছদিনা পুনৰ সি "নিৰ্মলা বাইদেউ বাৰু এতিয়া ক'ত আছে ছাৰ" বুলি সুধিছিল। ভূধৰৰ ঘৰৰ পৰা অহাৰ পিছতে, কিয় সেই কথা সুধিলে? নিশ্চয় সকামত সেইবোৰ কথালৈ, তাক মাষ্টৰৰ ঘৰত থকাৰ কাৰণে ৰাইজে ভৎসনা কৰিছে। মাষ্টৰে সকলো কথা তাক খোলা-খুলিভাৱে কৈ দিব। নিৰ্মলা গুচি গ'ল। তাৰ কাৰণে মাষ্টৰ কেনেকৈ দায়ী?

নিৰ্মলাক বিয়া কৰাই অনাৰ পিছত কংসই তাইৰ ওপৰত ক'ত, কেতিয়া, কেনেকৈ অত্যাচাৰ কৰিছিল সকলো কথা তেওঁক কৈছিল। আনকি প্ৰথম দিনা তাইক ধৰ্ষণ কৰাৰ কথা কান্দি কান্দি মাকক কওঁতে মাকে তাইৰ মুখত সোপা দি মুখ বন্ধ কৰিছিল হেনো। কাৰণ তাই বিধৱা বামুণীৰ ছোৱালী। সেইটো কথা বাহিৰত ওলাই গ'লে তায়ো জীয়া-বাৰী হৈ চিৰদিন মাকৰ দৰেই কষ্ট খাব লাগিব। সহিলে সম্পদ। কাপোৰৰ দাগ চাবোন দি ধোৱাৰ দৰে কংসই কলংক ধুই নিকা কৰিব। সি পুৰুষ তাতে সি ধনীৰ ঘৰৰ ৰাজকোঁৱৰ। নিৰ্মলাক সাৱধানে

গা বচাই ফুৰিবলৈ কৈ মাকে তাইৰ ওপৰত তেতিয়াৰ পৰা যথেষ্ট চকুও দিছিল হেনো। কিন্তু শেষত কংসই নিৰ্মলাক বিয়া কৰাম বুলি প্ৰলোভন দি দেখা-দেখিকৈয়ে নিৰ্মলাক ভোগ কৰিছিল হেনো। পুতেক কংসক, নিৰ্মলাহঁতৰ ঘৰলৈ অহাটো যেতিয়া জগন্নাথ বেজবৰুৱা মৌজাদাৰে বন্ধ কৰি দিছিল, তেতিয়ালৈ নিৰ্মলাৰ গৰ্ভত উৰ্মিলা মনে মনে সোমাই আছিলহি। সেইবোৰ কথা ভাবি থকা বা বংশীক কোবাৰ বাৰু কি মানে আছে?

কৃষ্ণকান্ত ভট্টাচাৰ্য জগন্নাথ বেজবৰুৱাৰ অনুগ্ৰহত বৰ্তি থকা দৰিদ্ৰ ব্ৰাহ্মণ আছিল। সৰল-সজন কৃষ্ণকান্ত ভট্টাচাৰ্যই বিবেকা মাষ্টৰক জগন্নাথ বেজবৰুৱাৰ সহায়ৰ ওপৰত নিৰ্ভৰ কৰিয়েই কলেজত পঢ়াইছিল। আই.এ পাছ কৰাৰ পিছত স্কুলখন পাতি তাত বিবেকা ভট্টাচাৰ্যক চাকৰিটো দিছিল। ইমান সহায় কৰা মানুহজনৰ কথা পেলাব নোৱাৰিয়ে নিৰ্মলাক বিবেকালৈ বিয়া কৰোৱাত কোনো আপত্তি কৰা নাছিল। দেউতাকৰ গাতো একো দোষ নাছিল। ল'ৰালৈ যেতিয়া বিয়া কৰাবই, ভাল ছোৱালী, তাতে দুখীয়া বিধবা বামুণীক উদ্ধাৰ কৰা হয়। প্ৰধানকৈ ইমান উপকাৰ কৰা মানুহ; জগন্নাথ বেজবৰুৱাৰ প্ৰস্তাবটো ৰক্ষা কৰাৰ যোগেদি তেওঁৰ ওচৰত কৃতজ্ঞ হোৱাৰ প্ৰশ্নটোক কৃষ্ণ ভট্টাচাৰ্যই বেছি গুৰুত্ব দিলে।

সেয়া যিয়েই নহওঁক নিৰ্মলা এজনী অসহায় আজলী হৰিণীয়ে হাতত বন্দুক লোৱা চিকাৰী কংসৰ হাতৰ পৰা নিজক জীয়াই ৰাখিব নোৱাৰাতো স্বাভাবিক কথা আছিল বুলি মাষ্টৰে তেতিয়া বিদুষী মহিলাৰ দৰেই নিৰ্মলাক গ্ৰহণ কৰিছিলে। স্বভাব-চৰিত্ৰ বেয়া নাছিল কাৰণেই নিৰ্মলাই মাষ্টৰক যথেষ্ট শ্ৰদ্ধা-ভক্তিও কৰিছিল। নিৰ্মলাৰ সহচৰ্যাত মাষ্টৰৰ সংসাৰখন সুন্দৰ হৈ আছিল।

বংশীয়ে "ছাৰ, মহে কামোৰা নাইনে?" বুলি পিছ ফালৰ পৰা সোধোতে মাষ্টৰৰ স্বপ্ন ভংগ হ'ল।

"তই বাৰীতে আছিলি?" মাষ্টৰে বংশীলৈ ঘূৰি চালে।

"চকু দুটাত নিমখীয়া ঘামবোৰ সোমালে বৰ কিবাকিবি লাগে, ছাৰ নোৱাৰি। বেলি পৰাৰ লগে লগে মহৰ কামোৰ আৰু দেশৰ জোকবোৰে খেদি আছে।" জেওৰাৰ খুঁটিটোতে ঘাপ বহুৱাই দাখন থৈ গামোচাখনেৰে বংশীয়ে চকু দুটা মোহাৰি ল'লে "আপোনাক এটা কথা সুধিম সুধিম বুলি কেইবাদিনো ভাবি আছো ছাৰ। আজি গধূলিকৈয়ে সুধিম আৰু। আজি দীঘলা মোমাই আৰু আমাৰ আটাইকেইটাকে সোনকালে আহিবলৈ কৈছে। আপুনি বাটলৈ ওলাই

যায় যদি অলপ সোনকালে আহিব ছাৰ। সোনকালে কথা আৰম্ভ কৰি সোনকালে সিহঁতক যাবলৈ দিব লাগে। কেইটামানে বোলে দেৰিকৈ ঘৰলৈ ঘূৰি যোৱাৰ কাৰণে ঘৰত গালি খাইছে। বংশীয়ে কথাকেইটা কৈ গা ধুবলৈ গ'লগৈ।"

বংশীয়ে গধূলিকৈ কি কথাটো সুধিব? সেই ল'ৰাজাকৰ আগতে যদি তেওঁ এৰি অহা জঘন্য দিনবোৰৰ কথা ব্যাখ্যা কৰিব লাগে? নকৰে। সেইবোৰ কথা শুনি কাৰো লাভ নহ'ব। কিন্তু মাষ্টৰে সিহঁতক কি বুলি ক'ব? সেই প্ৰশ্নটোকে মূৰত লৈ ওলাই গৈছিল। তেওঁ ঘূৰি আহি ঘৰ পাওঁতে সন্ধ্যা লাগি ভাগিল।

মাষ্টৰে বাহিৰত বৈ কথাবোৰ শুনি আছে। বংশীয়ে বকুলক তৰ্ক কৰাৰ কাৰণে কিবাকিবি কৈছিল বোধহয়। আকবৰ আৰু কণ্ঠীয়ে কোনো দিনেই মাষ্টৰক কোনো প্ৰশ্ন নকৰাৰ কথা কৈছে। "ভীমাকাৰ শৰীৰটোৰ দৰে তোৰ মূৰৰ ভিতৰতো এসোপা মগজ থকা হ'লে তই যে দেশ খালিহেঁতেন" বুলি আকবৰক কিবাকিবি কৈছে। মাষ্টৰক কি কথা সুধিব সেইটো কথা ওলোৱা নাই। মাষ্টৰ ভিতৰ সোমাই গ'ল। মাষ্টৰৰ বুকুখন ধপধপাই আছিল। কিন্তু যেতিয়া বংশীয়ে সুধিম বুলি কোৱা কথাটো ক'লে তেতিয়াহে মাষ্টৰৰ মনটো শান্ত হ'ল। তথাপি এটা জটিল কথা সুধিহে বংশীয়ে আৰম্ভ কৰিছে।

"ভূধৰৰ ঘৰত ভকত মাতি ভোজ খুওৱাৰ নামত মাংসৰ গোন্ধ দি ৰাইজক কিয় প্ৰৱঞ্চনা কৰিলে?" মাষ্টৰ চিন্তাত পৰিল। ধৰ্ম বিষয়ৰ ওপৰত গাঁৱৰ মানুহৰ মাজত বহুতো ঠেক চিন্তা-ভাৱনাই খোপনি পুতি আছে। অথচ সেই দিশটোৰ ওপৰত আলোচনা কৰিলে ল'ৰাহঁত আনকি গাঁৱৰ মানুহ ক্ষুণ্ণ হোৱাৰ সম্ভাৱনা আছে। সেয়ে ধৰ্মীয় দিশত কোনো কথা আলোচনা নকৰো বুলি মাষ্টৰে সাৱধানে আছিল। অথচ সেই প্ৰশ্নটোকেই সিহঁতে অৱতাৰণা কৰিছে। প্ৰশ্নটো উত্থাপন হোৱাৰ পিছত মাষ্টৰে কি কওঁ, কি নকওঁকৈ বৈ আছিল।

বংশীয়ে বোলে, "ছাৰ, গাঁৱলীয়া মানুহৰ অৱস্থা অনুসৰি খুওৱাত কম খৰচ কৰিবৰ কাৰণেই এইটো নিয়ম কৰা বুলি মই ভাবি আছো।" মাষ্টৰে বোলে, "সেইটোৱেই আচল কথা বুলি মোৰো ধাৰণা। হিন্দুৱেই হওঁক বা খৃষ্টিয়ানেই হওঁক সকলো ধৰ্মৰ সকলো জাতিৰেই দুৰ্বল আৰু আৰ্থিকভাৱে জুৰুলা মানুহখিনিৰ ধৰ্ম বিশ্বাস বেছি আৰু অন্ধভাৱে ধৰ্মৰ নীতি-নিয়ম কিছুমানক সাৱটি মানুহবোৰ বেছি বেছিকৈ ঠেক মনোভাবাপন্ন হৈ গৈ আছে। আচলতে

সমাজখনক সু-শৃংখলভাৱে পৰিচালনা কৰিবলৈ এই নিয়মবোৰ এসময়ত ৰচনা হৈছিল আৰু নিয়ম মানি চলাৰ বাধ্য-বাধকতাৰ কাৰণে ধৰ্মৰ লগত এই নিয়মবোৰ সাঙুৰি দিয়া হৈছিল।"

মানুহ আগবাঢ়িল। নীতি-নিয়মবোৰ সচেতন সকলে এৰি দি লাগতিয়ালবোৰ লৈ আগবাঢ়িছে আৰু গ্ৰাম্য সমাজখনে পুৰণিক সাবটি পিছ পৰি থাকি গৈছে। বৰ্তমান সময়ত ৰাজনীতিজ্ঞই ধৰ্মক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি মুনাফা আদায় কৰাৰ উদাহৰণ অসংখ্য। এহাতে সাপ পূজা, শিল পূজা, বলিদান দি কৰা মূৰ্তি পূজাৰ প্ৰতি মানুহৰ বিশ্বাস হেৰাইছে আৰু তাৰ বিপৰীতে এক শৰণীয়া মানুহক পথভ্ৰষ্ট কৰিবলৈ সক্ৰিয়ভাৱে সহায় কৰিছে, এহেজাৰ বছৰ আগৰ পদ্ধতিৰে কৰি অহা পূজা আদি ধৰ্মীয় অনুষ্ঠানবোৰ পাতি। স্কুল এখন পাতিবলৈ সমৰ্থবানসকলে সহায় আগবঢ়াবলৈ কুণ্ঠাবোধ কৰে, কিন্তু সিহঁতি ধৰ্মীয় কামৰ কাৰণে মুক্তহস্তে দান কৰে। তাৰ অৰ্থ এইটো নহয় যে তেওঁলোক ধৰ্মভীৰু। আচলতে দুৰ্বল শ্ৰেণীয়ে ধৰ্মক লৈ খেলি থাকোতে সমৰ্থবানসকলে নিজৰ স্বাৰ্থ সিদ্ধি কৰি আছে। মুলতঃ সবলে দুৰ্বলৰ ওপৰত অতি কৌশলেৰে এইদৰে শোষণৰ সুবিধা কৰি লৈছে। জন্তুৱে পূজা-পাৰ্বন বুজি নাপায়। তথাপি জীয়াই আছে। মানুহে কোটি কোটি দেৱতাক পূজা কৰিও অমৰ হোৱা নাই অথবা কষ্ট লাঘৱ কৰিব পৰা নাই। কাইলৈৰ পৰা সকলো মানুহে ঈশ্বৰৰ অস্তিত্বৰ বিশ্বাস এৰি যদি ঈশ্বৰ বোলা শক্তিটোক স্বাভাৱিক পৃথিৱীৰ গতি বুলি ধৰি লয়, পৃথিৱীত ভূমিকম্প নহয়, মাথো শাসনত কিছুদিন খেলিমেলি হ'ব। কিন্তু পৃথিৱীৰ স্বাভাৱিক গতিটোৰো কোনো পৰিৱৰ্তন নহয়। জন্ম ৰহস্য বুজি নোপোৱা আদিম বৰ্বৰ মানৱক এসময়ত বশ কৰিবৰ কাৰণে এদল সুবিধাবাদীয়ে পৃথিৱীৰ স্বাভাৱিক গতিটোক ঈশ্বৰ বা ভগৱান বুলি বিশ্বাস জন্মাই নিজৰ স্বাৰ্থ সিদ্ধি কৰিছিল। পৰম্পৰাগতভাৱে সেই ঈশ্বৰ বা ভগৱানকেই আজিৰ বিজ্ঞানৰ যুগতো মানুহে পূজা কৰি আছে। এটা সূক্ষ্ম উদাহৰণ দি ল'বাইতক মাষ্টৰে ক'লে যে "ঈশ্বৰ বা ভগৱানৰ অস্তিত্বক সৃষ্টি কৰাসকলেই গ্ৰহ আদিক উপাসনা কৰা মন্ত্ৰও শাস্ত্ৰত লিখি থৈ গৈছে। আৰু আমাৰ মুধাফুটা বিজ্ঞানীয়ে আজিও সেই মন্ত্ৰ পাঠ কৰি পূজা-সেৱা কৰি আহিছে। আনহাতে সেই গ্ৰহৰ তত্ত্ব, তথ্য বিচাৰি আজি এচাম মানুহে গ্ৰহৰ ওপৰত প্ৰৱেশ কৰি একোটা উপগ্ৰহ বুলি প্ৰমাণ কৰি দিছে।" মাষ্টৰে কথা শেষ কৰিবলৈ নৌ-পাওঁতেই মনবৰ, মিলন আৰু দিহিঙীয়া বুঢ়া সোমাই আহিল।

প্ৰথমে মনবৰে ঠাট্টাৰ সুৰত কথা আৰম্ভ কৰিলেহি, "কি হ'লহে মাষ্টৰ? তুমিয়েই কলিৰ কৃষ্ণ হ'লা নেকি? সিহঁতক শৰণ দিছা?"

দিহিঙীয়াই বোলে "তুমি গাঁৱৰ মাজতে পৰম ব্ৰহ্মা লুকাই আছা। আমি মহাপাতকী মখাইহে তোমাক দেখা নাই। আমাকো শৰণ দিয়া দেই।" বকুলক লক্ষ্য কৰি দিহিঙীয়াই গৰজি উঠিল। "কুলক্ষণীয়া অশৰণীয়াত শৰণ লৈছহি? বাছি বাছি গুৰু পালিহি এই অধৰ্মীটোত? জহনিত যোৱা, ৰাতি দুপৰলৈকে দুৱাৰ মেলি বহি থাকিবলৈ মাৰক তই বেটী পাইছ? তই আজি ঘৰ সোমাবিহি মই চাই থাকিম। ভগৱান নাই, ঈশ্বৰ নাই, তেন্তে তহঁতৰ এই গুৰুজনা মহাগুৰুজনা মাটি ফুটি ওলালে নেকি? তেওঁৰ মন্ত্ৰ শুনিবলৈ মোৰ ঘোপাইহঁত ফুট গধূলিতে আহি ৰাতি এডোখৰলৈকে তেওঁৰ দুটি চৰণত পৰি থাকহি?"

মনবৰে বোলে কিবা চুলাই-তুলাইৰ বন্দবস্তও কৰিছা নেকি, গুৰুজনা? ৰখা নাই যদিও এতিয়াৰে পৰা ৰাখা। বামুণে মদ খাইছিল হেনো, চলাই দিয়া মাষ্টৰ। গোটেই ডেকামখা অফলা ভগাদি তোমাৰ ওচৰত শৰণ ল'বলৈ আহিব।" মিলনে সুবিধা পাই বোলে "নিজৰ মাইকীজনীক, ছোৱালীজনীক বিক্ৰী কৰা মানুহটোৱে দেশ উদ্ধাৰ কৰা মন্ত্ৰ শিকাবলৈ আহে ঐ। এইজনাৰ দেশ উদ্ধাৰ কৰা মন্ত্ৰ শিকাব নেলাগে মাষ্টৰ। কোনোবাই মাৰত কঁকালটো খৰকা কৰেহে লাগে। ভালে ভালে ইমানতে এইবোৰ এৰি দিয়া।"

মাষ্টৰক তিনিও গোট খাই অকথ্য ভাষাৰে গালি-শপনি পাৰি দিহিঙীয়াই বকুলক ঘৰলৈ যাবলৈ হুকুম দিলে। দীঘলা বসন্তই কোনোপধ্যেই তেওঁলোকক বুজাব নোৱাৰে। মনবৰে ওভট মাত মাতি মাষ্টৰক শনি অৱতাৰ হৈছে বুলিও দমদমনি মাৰিলে।

বংশীৰ ধৈৰ্যৰ সীমা পাৰ হৈ গ'ল। সি ভৱিষ্যতৰ কথা ভাবিহে সহি আছিল। সি বোলে "মাষ্টৰে কাৰো ঘৰলৈ তন্ত্ৰ-মন্ত্ৰ দিবলৈ যোৱা নাই আৰু ইয়াত কোনো কেঁচুৱা ল'ৰাও নাই যে মাষ্টৰে কাৰোবাক ফুচুলাই ৰাখিছে। দদাই, তুমি তোমাৰ পুতেৰক পাৰা যদি ইয়াৰ পৰা লৈ যোৱা। মাষ্টৰৰ ঘৰখন এতিয়া মোৰ ঘৰ। মই ইচ্ছা কৰিলে মনবৰক ইয়াৰ পৰা ওলাই যাবলৈ হুকুম দিব পাৰো।" বংশীয়ে মনবৰক নাম ধৰি ডাঙৰ ডাঙৰকৈ কোৱা কথা কেইষাৰত মিলনে ভয় খালে। বংশীৰ খং, তাতে মিলিটেৰীৰ খং, দীঘলাই দিহিঙীয়াক ঠেলি নিয়াঁদি উলিয়াই লৈ গ'ল। মনবৰে ইতিমধ্যে কি কাৰো, কি নকৰোকৈ ওলাই গৈছিলেই।

এইবাৰ মিলনক উদ্দেশ্য কৰি বংশীয়ে বোলে "মোমাই তোৰ সেইবোৰৰ মাজত সোমোৱাৰ কি দৰকাৰ? নীলা শিয়ালৰ বুদ্ধিত [illegible] লাগিবলৈ আহিলে মই কিন্তু মোমাইৰ মান পালি দিম। মান-সন্মান ৰাখি ভালে ভালে যা বুলিছো।" মাষ্টৰে মিলনক মাজে মাজে বাটে-পথে পালে বেজালি কৰাৰ কথাৰে অলপ ব্যংগ কৰি ধেমালি কৰে। মিলনে মাষ্টৰক লাজ দিবৰ কাৰণে সুবিধা পাইহে কথাখিনি কৈছিলহি। মিলন অপ্ৰস্তুত হোৱাৰ দৰে হৈ বোলে "আচলতে মনবৰহে এইখন জঞ্জালত পেলালে। বেয়া নাপাবা, মাষ্টৰ। যাওঁ দেই।" মিলনো ওলাই গ'লগৈ। দীঘলা ঘূৰি নাহিলেই। লাজে-অপমানে জৰ্জৰিত হৈ মাষ্টৰে বিছনাত দীঘল দিলে।

বংশীয়ে কিবা এটা ক'বলৈ বিচাৰোতে "কোনেও মুখেৰে নামাতিবি মোক নীৰৱে থাকিবলৈ দে" বুলি মাষ্টৰে কোৱাৰ লগে লগে বকুলহঁত কোঠাৰ পৰা ওলাই গৈ দীঘলাৰ লগত চোতালত দিহিঙীয়াহঁতে কথা পাতি থকাৰ ওচৰ পালেহি। বকুলক দেখি দিহিঙীয়াই দাঁত কৰচি বোলে "তোৰ কাৰণেই মই বুঢ়া বয়সত লটিঘটি হৈ মৰিছো। 'ক'তা, মৰিবলৈ ধৰা' বুলি বকুলক লাঠি দাঙি মাৰিবলৈ খেদি আহিল। বকুলে ঘৰৰ ভিতৰফালে সোমাই গৈ বোলে "আমাৰ মূৰবোৰ তহঁতিয়ে খালি। পঢ়াশুনা কৰাব নোৱাৰিছিলি। চাকৰি এটা নাই। মাটি-বাৰী নাই, খালি ঘৰত সোমাই থাক। বিয়াখন পাত। পুহ মহীয়া জাৰত গাত চেলেং চাদৰ এখন মেৰিয়াই নামঘৰলৈ আহ। ঘৰে ঘৰে সকাম খাই ফুৰ। গাৰ পৰা এডোখৰ কাটি লৈ গ'লেও মুখেৰে নামাতিবি। সহিলে সম্পদ। তহঁতি সহি সহি মৰি গ'লি। মোক তই একো বুজাব নোৱাৰ।"

তোৰ কথা মোক নালাগে। মই কিবা গাখীৰ খোৱা কেঁচুৱা ল'ৰা নেকি তই যে মোৰ পিছে পিছে ঘূৰি ফুৰিছহি? আমি গম পাই গৈছো, কোনে কুহুলিয়াই কুহুলিয়াই তোক ইয়ালৈ আনিছে? বকুলে ঘৰৰ ভিতৰৰ পৰা বকি থকাৰ কাৰণে বংশী পাকঘৰৰ পৰা ওলাই আহি বোলে, "কোনোবাই বুলি কোৱাৰ দৰকাৰ নাই। মই কালৈকো ভয় নকৰো সেইটো মনবৰ কুকুৰে কংসৰ ভৰি চেলেকাটোৰে তেওঁলোকক লৈ আহিছে।"

চোতালত বৈ থকাৰ পৰাই মনবৰে বোলে, "পুতেকৰ কথা বাপেকে, গঞা-গিয়াতীৰ লগতে নাপাতিনো কাৰ লগত পাতিব? তেওঁ সুধিছিল, মই ক'লো। মোক লগ ধৰিলে কাৰণে মই আহিছিলো, বুজিছ দীঘলা। তাতে সি মোক ইমানখিনি কথা কয়। ময়ো বাক চাই থাকিম। তই কিমান পানীৰ মাছ।"

বংশী বৈ থাকিবই নোৱাৰিলে। "কি কৰিবি? তই মোক কি কৰিবি? এতিয়াই কৰ" বুলি ওলাই গৈ মনবৰৰ গাত ধৰি বংশীয়ে ঘটালী দিলেগৈ। মনবৰে চিঞৰি চিঞৰি বোলে "ই মোৰ গাত হাত লগালে ঐ! তোমালোকৰ মুখ চামনে, মোৰ গাত সি হাত লগালে। দেখিলা ককাইটি!" মিলনৰ হাতত জ্বলি থকা লেমটো কঢ়া-আজোৰাত উফৰি গৈ নুমাই থাকিল।

মাষ্টৰে উঠি আহি হাতযোৰ কৰি দিহিঙীয়াহঁতক ঘৰলৈ যাবলৈ অনুৰোধ কৰিলে। বংশীকো মাষ্টৰে কিবাকিবি কৈ ভিতৰলৈ যাবলৈ কৈ তেওঁ সোমাই গ'ল। দিহিঙীয়া আৰু মিলন নঙলা পাৰ হ'লগৈ। "বংশীক আগবঢ়াই দি সি বিহ গছৰ গুটি পচাইছে। সেই বিহ গছৰ গুটি খাই তই নিজেই মৰিবি" বুলি মাষ্টৰক মনবৰে ভালেখিনি গালি-গালাজ পাৰিলে। "তোক মই ঘৰৰ পৰা মাতি নি বেজবৰুৱাৰ মিলত সুমুৱাই দিছিলো। দুদিন দুপইচাৰ মুখ দেখি তোৰ গাত পিৰপিৰণি উঠিছে। বংশী বাপেৰৰ তল পোনত ওলমি তই মোক চিনিকে নোপোৱা হ'লি?" কিবাকিবিবোৰ ভোৰভোৰাই মনবৰো গ'লগৈ।

ক্ষন্তেক পিছতে মিলন আকৌ আহিল। তেওঁৰ লেমটো আন্ধাৰতে ক'ৰবাত পৰি থাকিল। বকুলে মাষ্টৰৰ কোঠাৰ পৰা লেমটো আনি মিলনৰ লেমটো জ্বলাই দিলেহি। এন্ধাৰত যাবলৈ পোহৰকণ পাই মিলনে বকুলক ফুচফুচাই বোলে "বাপেৰকো মনবৰেহে লৈ আহিলে। কংসয়ে হেনো মনবৰক পঠিয়াইছিলে। মোক আকৌ তোৰ বাপেৰেহে লৈ আহিলে পায়। মাষ্টৰক কথাটো কবি দেই।" নিজৰ গাৰ দোষটো পাতল কৰিবৰ কাৰণে আচল কথাখিনি কৈ "ককাইটি ৰ'বা, গৈছো" বুলি মিলন বেগাই গ'লগৈ। বংশীহঁতে ৰন্ধাৰ ঘৰতে বহি বহুত সময় মনবৰৰ চক্ৰান্তটোৰ কথা আলোচনা কৰি থাকিল।

মনবৰ, মিলনহঁত মাষ্টৰৰ ঘৰলৈ অহাৰ পিছৰ পৰাই সকলো ওলট-পালট হ'ল। ল'ৰাকেইটাৰ মনবোৰো কিবা খেলিমেলি হৈছে। ঘৰত কথা শুনিবলগীয়া হৈছে কাৰণে কেইবাদিনো মাষ্টৰৰ ঘৰলৈ দীঘলা আৰু আকৰৰ বাহিৰে কোনো অহা নাছিল। মাষ্টৰেও কোনো কথা কোৱা নাই। চাৰিদিনমান সেইদৰে যোগাযোগ নোহোৱাকৈ থকাৰ পিছত বংশীয়ে বকুল আৰু বলোৰামক পুনৰ আহিবলৈ সন্মত কৰিলে। কিন্তু মুহিৰাম আৰু কঠি নাই। মুহিৰামৰ মাকৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে গৈছে। তাতে কংসই কেইদিনমানৰ ভিতৰতেই মুহিৰামক ক'ৰবাত কাম এটাত সুমুৱাই দিম বুলি আশা দিছে। কণ্ঠী আৰু মুহিৰাম হালকে কংসই মাতি নিছিল। কণ্ঠীক কুণ্ডা কঢ়িওৱা গাড়ীত কাঠৰ

হিচাব কৰিবলৈ লাইকালৈ পঠিয়াই দিলে। বংশীৰ লগ নলওঁ বুলি হেনো কণ্ঠীৰ পৰা এখন লিখা লৈহে কণ্ঠীক চাকৰি দিছে। সেই কথা কাৰো আগত প্ৰকাশ নকৰিবলৈ কণ্ঠীক কৈছিল যদিও মুহিৰামে জানে।

কংসই মনবৰক হাতত লৈ সিহঁতৰ দলটো ভাঙিবলৈ ষড়যন্ত্ৰ কৰিছে আৰু সেই ষড়যন্ত্ৰৰ জাল তৰি কৃতকাৰ্য হৈছে। বংশীৰ জেদ কমক ছাৰি বাঢ়িছেহে। এইবাৰ সি জান প্ৰাণ দি লাগি যাব। তদুপৰি কংসৰ দৰে মানুহেও তাৰ কাৰণে যে খুউব ভয় কৰিছে সেই কথাটো বুজিব পাৰি সি গৌৰবো অনুভৱ কৰিলে। সিহঁতৰ আগতে মনবৰে আৰু মনবৰৰ বুদ্ধিমতে মাষ্টৰক মিলন আৰু দিহিঙীয়াক যি অপমান কৰিলে, তাৰ কাৰণে মাষ্টৰৰ গাত কোনো দোষ নাই। মাষ্টৰৰ খেতি পথাৰ নাই। টকা-পইচা আছে কাৰণে সুখেৰে খাই বৈ আছে। সেই মানুহজনে অকল বংশীৰে নহয় গোটেই কৃষক ৰাইজৰ কাৰণে ভাবি সিহঁতক পথ দেখুৱাইছে। সেইজন মানুহৰ অপমান মানে গাঁৱৰ মানুহে নিজৰ ডিঙিত নিজে চিপ গাঁঠি লগোৱা হৈছে। সেইজন মানুহ বংশীহঁতৰ কাৰণে অপমানিত হৈছে।

মুহিৰামৰ ঘৰৰ পৰা ঘূৰি আহোতেও বংশীয়ে মুহিৰামক লগ নাপাই একেটা কথাকে ভাবি আহিছিল। মাষ্টৰে যদি প্ৰকৃততে দুখীয়াৰ দুখত দুখী হৈ অন্তৰেৰে আগবাঢ়িছে তেন্তে ভুল বুজা মানুহকিজনৰ কথাৰ ওপৰতে আঁতৰি নেযায়। তেওঁ যদি ৰাইজৰ কাৰণে কাম কৰিম বুলি বংশীহঁতক কোৱা কথাৰ দৃঢ়তা আছে তেন্তে মনবৰ আৰু বাকী দুজন মানুহকেই ৰাইজ বুলি ধৰিবও নালাগিব। সিহঁতে যি কাম কৰিছে বা কৰিম বুলি ভাবিছে সেই ব্যৱস্থাটো প্ৰথম অৱস্থাত সাধাৰণ ৰাইজৰ আগত অধিক গোপনীয়তা ৰক্ষা কৰি কাম কৰা হ'লে নিশ্চয় মাষ্টৰৰ ঘৰত কি কথা পাতিছে ৩.৭ উঁহ ল'বলৈ কংসই মনবৰক পঠিয়াবলৈ সুবিধাকে নাপালেহেঁতেন। মাষ্টৰৰ ঘৰৰ পৰা তাক আঁতৰি যোৱাৰ কাৰণে গুণদাই কৈছে, মিলনে কৈছে, ভূধৰে কৈছে তথাপি সি তেওঁলোকৰ কথাত বিশেষ গুৰুত্ব দিয়াৰ আৱশ্যক বোধ কৰা নাছিল। কিন্তু সি মাষ্টৰৰ ঘৰত থকাৰ কাৰণেই আলোচনাবোৰ মাষ্টৰৰ ঘৰত কৰিব লগা হৈছে। যাৰ কাৰণে মাষ্টৰেও অপমান পাইছে আৰু সিহঁতৰ ওপৰত কংসহঁতৰ চকু থিয় হৈছে।

আলোচনা চলাই যোৱাৰ কাৰণে নতুন এডোখৰ ঠাইৰ ব্যৱস্থা কৰিব লাগিব। কাৰণ এই আলোচনা-বিলোচনা আৰু মাষ্টৰৰ কিছুমান 'লেকচাৰ'ৰ

পৰা বিশেষকৈ বংশীৰ নিজৰ বহুত জ্ঞান হৈছে। আকবৰৰ দৰে এটা অভং ল'ৰাকো আলোচনাই বহুত আগবঢ়াই দিছে। চাকৰিত থাকোতে সি তাৰ বন্ধুজনক লগত লৈ কেইবা ঠাইতো এইদৰে আলোচনা শুনিছিল। কিন্তু বুকুত এটা ভয় থকাৰ কাৰণে সেই আলোচনাবোৰ সি বুজিব পৰা নাছিল। তদুপৰি সেইবোৰ আলোচনা যেন বহুত ওখ খাপৰ আলোচনা আছিল আৰু মাষ্টৰে কোৱাৰ দৰে কথাবোৰ সহজ-সৰল নাছিল কাৰণেই সি তেতিয়া হয়তো কথাবোৰ ভালকৈ বুজিব পৰা নাছিল। হঠাৎ বংশীৰ লতিলৈ মনত পৰিল।

লতিয়ে আগদিনা আহি বংশীহঁতে তাৰ পৰা অনা মাটিৰ হিচাবটো কাটি দিবলৈ কৈ গৈছেহি। লতিকো চাগৈ কংসই লগাইছে। সময়বোৰ গৈ আছে। কিবা এটা কাম আৰম্ভ কৰি দিব পৰা হ'লে কাম কৰিও ভাল লাগিলহেঁতেন। সেইবোৰ মাটি-বাৰীৰ হিচাব লৈ কোনে কি কৰি জীৱিকা নিৰ্বাহ কৰিছে, সেইবোৰ লিখা লিখি কৰি সিহঁতৰ আমুৱাইছে। তাতে প্ৰশ্নৰ উত্তৰ দিওঁতে তিক্ত অভিজ্ঞতা পাইছে। সোনকালে কাম এটা হাতত ল'ব পাৰিলে মানুহবোৰক যেন চপাই আনিব পাৰিব। মুহিৰামৰ ওপৰত ভৰসা কৰিব নোৱাৰি। তাৰ কথাৰ ঠিক নাই। একমাত্ৰ সাহসী ল'ৰা কাৰণেই তাক লগ লগাই লোৱা হৈছিল। জাপিসজিয়াৰ সোণধৰৰ কথা দীঘলাই কৈছিল। মুহিৰামৰ ওচৰলৈ যাওঁতেই সি সোণধৰক লগ কৰি আহিব পাৰিলেহেঁতেন। প্ৰথমতে মাষ্টৰৰ ঘৰৰ পৰা আঁতৰি আহি সি গাঁৱৰ মাজত ক'ৰবাত থাকিবলৈ ঠিক কৰি ল'ব পাৰিলে কাম বেছি হ'ব। মাষ্টৰৰ ঘৰটো এমুৰীয়া কাৰণে তাত থাকি মানুহবোৰক সময়মতে লগ কৰিবও নোৱাৰি। মনবৰৰ লগত সি লাগিব নালাগিছিল। তাৰ কাৰণেই যদি মাষ্টৰে কিবা অঘটনৰ সন্মুখীন হ'ব লগা হয় এটা ডাঙৰ মূৰ হেৰাই যাব। সেই মূৰটো সিহঁতক লাগিবই। তাতকৈ দেখাদেখিকৈ সিহঁতে মাষ্টৰৰ লগত বাহ্যিক সম্পৰ্ক ছেদ কৰি দিয়া ভাল কথা হ'ব। সেইৰাতি বিবেকা মাষ্টৰে বাঢ়ি দিয়া ভাত খাবলৈকো উঠি ন'গল।

পিচদিনা ৰাতিপুৱা শুই উঠি বংশীয়ে চাহ নোখোৱাকৈয়ে মুহিৰামক ঘৰত নাপাই বুলি তাৰ ওচৰলৈকে ওলাই গৈছিল। মুহিৰামৰ ঘৰতো চাহ খোৱা ন'হল। পুৱাৰ পৰা ৰ'দটোৱে খাওঁ খাওঁ মূৰ্ত্তি ধৰি আহিছে। আকবৰকো লগ কৰি সিহঁতৰ ঘৰতে চাহ খাম বুলি সি খোজ ল'লে। পি.ডব্লিউ.ডি. আলিৰ পৰা মাষ্টৰৰ ঘৰলৈ ফাটি যোৱা বাটটো পাৰ হৈ অলপ দূৰ যাওঁতেই সি কংসৰ জীপ গাড়ীখন পিছফালৰ পৰা অহা দেখিলে। হয় কংসৰ জীপখনেই আহিছে।

সি ধুলিৰ পৰা ৰক্ষা পৰিবৰ কাৰণে বাটৰ দাঁতিলৈ গ'ল। তাক পাৰ হৈ গৈ জীপখন ৰৈ গ'ল। ধুলিবোৰ জীপখনৰ আগলৈ গ'লগৈ। জীপৰ পৰা মূৰ উলিয়াই কংসই বংশীক মাতিলে। সি আগবাঢ়ি আহিল।

"খুৰাদেউ ভালে আছেনে?"

"ভালে আছো মানে? তই অহাটো বহুত দিনেই হ'ল? কেতিয়াবা দেখা এটাওটো দিব পাৰ?"

"আহো বুলি অহাই হোৱা নাই খুৰাদেউ।" "তই বোলে চাকৰিটো এৰি দিলি?"

"ভাল নালাগিল খুৰাদেউ।" "ইমান দিনে ভাল লাগিছিল এতিয়ানো কিয় বেয়া লাগিল। ইয়াত হ'বলা ভাল লগিব?" কংসই সন্মুখৰ ফালে চাই থাকিল।

"ইয়াত মুকলি মনেৰে ফুৰিব পাৰিছো। পেটৰ ভোকত খাবলৈ নাপাই খাবলৈ দে বুলি চিঞৰি ফুৰা মানুহক গুলিয়াই মৰাৰ সমান নিষ্ঠুৰ কাম কিজানি পৃথিৱীত একো নাই, খুৰাদেউ। শত্ৰুক মাৰিবলৈ ভয় নালাগে, কাৰণ শত্ৰুৰ ওচৰত স্বাভাৱিক ভাৱেই খং উঠে। কিন্তু দুখীয়া মানুহক, নিৰস্ত্ৰ মানুহক হত্যা কৰা বৰ পাশৱিক কাম খুৰাদেউ। তাতকৈ দিন হাজিৰা কৰি খালেও শান্তি আছে।" বংশীয়ে তলমূৰ কৰি শান্ত শিষ্ট ল'ৰাৰ দৰে কথাবোৰ ক'লে।

"লাখে লাখে তোৰ দৰে মানুহে সেইবোৰ কামকে কৰি থকা নাই নেকি?" ষ্টিয়েৰিঙত হাত থৈ কংসই কৈ গ'ল। "তই শুধৰাব নোৱাৰা এটা ভুল এটা কৰিলি। তোক মই চাৰ্টিফিকেট দি নিজে পুলিচ অফিচাৰৰ ওচৰলৈ গৈ চাকৰিটো সুবিধা কৰি দিছিলো। সেইখিনি কথা নিশ্চয় তোৰ মনত আছে। চাকৰি এৰি অহাৰ আগতে তই মোক তোৰ মনৰ ভাৱ জনোৱা হ'লে তোক মই আহিবলৈ নিদিলোহেঁতেন। আৰু কেইবছৰমান থকা হ'লে অন্ততঃ পেঞ্চনটোকে পালিহেঁতেন। তাৰোপৰি পেঞ্চনটো লৈ ওলাই অহা হ'লে ইয়াত এটা চাকৰিও পালিহেঁতেন। যি কৰিলি কৰিলি। এতিয়া পিছে কি কৰিছ?"

"কি কৰো তাকে ভাবি আছো। কিছুদিন চাই লওঁ। কিবা এটা আৰম্ভ কৰিম।"

"ৰাজনীতিলৈ আহিবি নেকি? তোৰ সাহস আছে, বুদ্ধি আছে, বয়সো আছে। এতিয়াৰ পৰা মোৰ লগত থাকিলে তোক পাৰ্টিৰ কামত লগাই দিম। ভালকৈ কিটিপ-কাটাপখিনি শিকি বুজি লৈ কাম কৰিলে এদিন মিনিষ্টাৰ

পৰ্য্যন্ত হৈ যাবগৈ পাৰিবি। তইতো জানই পঢ়াশুনাৰ বিশেষ দৰকাৰ নাই। মাত্ৰ মানুহটো চালাক হ'লেই সহজতে ওপৰলৈ যাব পৰা ইয়াতকৈ আৰু ভাল উপায় একো নাই। সন্মান আছে, পইচা-পাতি আছে, নাই কি?" বংশীয়ে বুজি পালে তাক এই পথৰ পৰা আঁতৰাই নিবৰ কাৰণে সাময়িকভাৱে জব্দ কৰিবলৈ কংসই তাক ৰাজনীতিত সুমুৱাব বুলি এই প্ৰলোভন দিছে।

"মই ভাবি চাওঁ বাৰু।"

"ভাবিবলৈ কিটো আছে? গাঁৱত আড্ডা মাৰি ফুৰিলে মন বেয়া হৈ যাব। তই ইচ্ছা কৰ যদি মোৰ ঘৰতে থাকি ল'বও পাৰ। টাউনৰ ল'ৰা আনি ৰাজনীতি শিকাইছো। সেইবোৰ নগৰৰ ল'ৰাতকৈ গাঁৱৰ ল'ৰা এটাক শিকালে ৰাইজৰ উপকাৰ হ'ব। তই এতিয়া মোক একো ক'ব নালাগে। ভাবি-চিন্তি চাই ল'।"

বংশীয়ে বোলে "খুৰাদেউ, আপুনি যিটো ৰাজনীতিলৈ মোক নিব খুজিছে সেইটো ৰাজনীতি আজিকালি ৰাজনীতিজ্ঞ বিলাকৰ অধীনলৈ গ'লগৈ। গান্ধীবাদী আদৰ্শৰ নামত বেইমানি চলিছে। ৰাজনীতিত মোৰ অকণো আস্থা নাই। আপুনি সেইদৰে কোৱাৰ কাৰণে মোক বেয়া পাব পাৰে; কিন্তু মোৰ অভিমতেই সৰহ সংখ্যক ৰাইজৰ অভিমত বুলি মোৰ ধাৰণা।"

বংশীৰ নিচিনা হালোৱা হজুৱা ল'ৰা চিপাহী এটাৰ মুখত ৰাজনীতিৰ ওপৰত তেনে ধৰণৰ চোকা মন্তব্য শুনি কংস অবাক হৈ ৰৈ গ'ল। পুনৰ কথাৰ সুৰ সলনি কৰি বোলে, "চাকৰিত সোমাব যদি অইল ফাৰটিলাইজাৰত মোৰ মানুহ আছে। মই খবৰ কৰি চাব পাৰো আৰু ক'ৰবাত চাকৰি এটাৰ ব্যৱস্থা কৰিব নোৱাৰালৈকে মোৰ মিলতে তই চুপাইভাইজৰ হিচাপে সোমাই থাকিব পাৰিবি। কি কৰ মোক সোনকালে খবৰ দিবি। তোক মই কথাবোৰ কোৱাৰ মানে অন্য একো নহয়। ভাল মানুহৰ ঘৰৰ ল'ৰা এটা ভাল হ'লে মোৰো ভাল লাগিব। সেই কাৰণেহে তোক নিজৰ ল'ৰাৰ দৰে ভাবি কথাবোৰ কৈছো। তই ভাবি-চিন্তি চাই কি কৰ মোক কবিহি।" কংসই কিছু দূৰলৈ জীপখন লাহে লাহে চলালে। বংশীৰ গাত ধুলিবোৰ কমকৈ লাগক বুলি। তথাপি ধুলিবোৰ অকাই পকাই বংশীৰ গাৰ ফালেই আহিল। সি অলপ সময় থমকি ৰ'ল। আগতে দদাই বুলি সম্বোধন কৰা মানুহজনক সি খুৰাদেউ বুলি ক'ব নোৱাৰাকৈ সম্বোধন কৰিলে। দদাইদেউ আৰু খুৰাদেউৰ অৰ্থ একেই যদিও 'আংকোল', 'আন্টি' বুলি মাতিলেহে আজিকালি মানুহে ভাল পায়। দদাইদেউ, দদাই, মোমাই

সম্বোধনবোৰ কিবা গাঁৱলীয়া যেন লাগে হোনো। কংসই চাঁগে তেওঁক খুৱাদেউ বুলি মাতিলত ফুলি গ'ল। সি অইলত চাকৰি দিয়ে, ৰাজনীতি শিকাই, তাৰ মিলত চুপাৰভাইজৰ হ'ব লাগে। তাৰ কাৰণে কংসৰ ইমান উদাৰতা হোৱা দেখি তাৰ হাঁহি উঠিল। কেলেই আকবৰহঁতৰ দৰে জাকে জাকে ল'ৰাই নিষ্কৰ্মা হৈ উশৃঙ্খল হৈ ফুৰিছে সেইবোৰ তই দেখা নাই? তই জনাৰ ভাও ধৰি মোক মৰম কৰি দেখুওৱা মানে যে তই মোলৈ ভয় কৰিছ সেইটো মই বুজি পাইছো আৰু তোৰ অনুগ্ৰহতে বাহিৰত ঘূৰি এইখিনি বুদ্ধি হৈছে, তই মোক ৰাজনীতি শিকাব? হেৰ' তোৰ সেই ৰাইজৰ তেজ-মঙহ খোৱা ৰাজনীতি শিকাতকৈ ৰাইজৰ গাত থকা তেজকণকে ৰক্ষা কৰিব পৰা কিবা অলপ কৰিব পাৰিলেও মই ধৰ্মৰ কাম কৰা হ'ব। আজি বাদে কালিলৈ তহঁতৰ সান্দহ খোৱা বালি তল পেলাম। কেইদিনমান অপেক্ষা কৰ। সি যে কংসহঁতৰ মূৰ কমোৱণি আৰম্ভ কৰি দিব পাৰিছে সেইটো কথা ভাবি বংশীৰ মনটো ভাল লাগি গ'ল।

আকবৰৰ ঘৰৰ ফালে সি গৈ আছে। পথাৰেদি কংসৰ ঘৰৰ পৰা আকবৰহঁতৰ ঘৰটো দেখি থাকি। আলিয়েদি ঘূৰিলে এমাইলমান বাট হ'ব। খৰালি দিনত যাব পাৰি। বাৰিষা পথাৰেদি যোৱা অসুবিধা হয়। জাপিয়াসজিয়লৈ যোৱা আলিটোৰ পৰা দৰঙ্গী চুকৰ ফালে যোৱা আলিটো ফাটি যোৱাৰ আগতে পোৱা বালিবাটটোৱেদি আকবৰহঁতৰ বাৰীৰ ঢাপ চুই গৈছে। দুয়োফালৰ ঢাপৰ মাজেদি চিলচিলিয়া পানীৰ সোঁত বৈ থকাটোকে বালিবাট বুলি কয়। আচলতে বাট নুবুলি জুৰি বা জান বোলা হ'লেহে শুদ্ধ হ'লহেতেঁন। গাঁৱৰ মাজৰ বোকা বাটেদি অহা যোৱা কৰা মানুহে এই বালিবাটেদি আহিলে ভৰিৰ বোকাবোৰ গৈ থাকোতেই ধুই লোৱা হয়। জোতাযোৰ হাতত লৈ সি বালিবাটটো পাৰ হ'ল।

আগৰ কেঁকুৰীটো ঘূৰিলেই আকবৰহঁতৰ পদূলি। হোলাটোৰ ওপৰত আকবৰে এদলীয়া বাঁহৰ সাঁকো এডাল দি লৈছে। কেঁকুৰীটো পাওঁতেই সময় ল'ব। সি সাঁকোডালেদি পাৰ হৈ আকবৰহঁতৰ বাৰীৰ পিছফালেই উঠিবগৈ। সাঁকোডাল লৰক-ফৰক কৰিছে যদিও দাঁতিত দি থোৱা বাঁহডালত ধৰি যাব লাগিব। সৰুতে তেনেকুৱা সাঁকোতে ওলমি ওলমি পাৰ হোৱাটো সিহঁতৰ এটা চখ আছিল। এতিয়া সাঁকোৰ ওপৰেদি যাবলৈকো ভয় লগা হ'ল। অৱশ্যে যিখন যুদ্ধত সিহঁতি নামিছে সেইডাল সাঁকো সময়ত জাপ মাৰি পাৰ হ'বলগীয়া হ'ব পাৰে। কিন্তু সিহঁতি হাজোতত সোমাই থাকিলে যুদ্ধখন আৰম্ভ কৰোতেই বন্ধ হ'ব। সাঁকোডালৰ তলৰ দলখিনি আকবৰে গুচালে। শাওনৰ ভিতৰতে কৰ

চাঁগে। বাৰীৰ দাঁতিৰ ৰোৱাখিনি ভালকৈ সজাল ধৰিছে। শাওনৰ তেৰদিন যোৱাতহে কইছিল। বহুত ওখ ওখ হ'ল, বাঢ়ি গৈছে। কিন্তু সিহঁতি কাম আৰম্ভ কৰা বহুত দিনেই পাৰ হ'ল। লক্ষ্য, উদ্দেশ্যও কিন্তু অলপো আগবাঢ়িব পৰা নাই। সদায় মাথো কথাৰহে মহলা মাৰিব পাৰিছে। মাটি-বাৰীৰ হিচাব যি কিখন গাঁৱৰ দিয়া হ'ল সেইবোৰলৈও দেখোন কেইবাদিনো আলোচনা কৰা হৈছে। কিন্তু কি কৰিব লাগিব তাক মাষ্টৰে একো নক'লে। সুধিলে কয় "হুৰমুৰ নকৰিবিচোন। ভাবি-চিন্তি কাম কৰ। কৰি ভাবিবৰ সময় নাথাকে।" সাঁকোডালৰ ওপৰত বৈ থাকি তাৰ গাত বিজবিজনী উঠিল। ঘামচি উঠিছে চাঁগে। ৰ'দ চেৰেঙাৰ পৰা গছৰ ছাঁত ৰবলৈ সাঁকোডাল পাৰ হৈ আহিল। বহঁত জোপাৰ বহুত বহঁত পকি আছে। গছৰ তলত কিন্তু বহঁত পৰি থকা নাই। বহঁত জোপাও আগৰ দৰেই লাগি আছে। ওলাই থকা বহঁতৰ শিপা এডালত সি বহিল।

আকবৰহঁতৰ এই মাটিডোখৰৰ লগত জড়িত বংশীৰ পুৰণি দিনৰ কথাবোৰ মনত পৰিল। কি যে দিনবোৰ গম নোপোৱাকৈ কেনি পাৰ হৈ গ'ল! আকবৰৰ ববাকে হাল বায়, আকবৰে আঁউচবোৰত কোৰ মাৰি যায়। মাজে মাজে বংশীয়েও কোৰখন লৈ কোৰ মাৰে। বংশীয়ে মাছ খেঁপিয়াই, কোৰখন এৰি আকবৰেও মাছ ধৰিবলৈ লাগেহি। আকবৰৰ ববাকে গালি দিয়ে। বংশীক "ঘৰলৈ যা, স্কুললৈ নাযাব কেলেই" বুলি ধমকি সোধাই।

"আকবৰকনো কেলেই স্কুললৈ যাব নিদিয়ে বুলি বংশীয়ে মুখ পাতি ধৰে। খলিফাই তাক খেদি যায়। সি লৰ মাৰে। আকৌ ঘূৰি আহে। "তহঁতৰ মাটি নহয় জানিছ। বেজবৰুৱাৰহে। মই মাছ ধৰিমেই।" খলিফাই হাল এৰি এচাৰিডাল দাঙি তাক খেদি যায়। সি বহঁত জোপাৰ তলৰ পৰাই তৰ্ক কৰে। "হোলাটোৰ পানীখিনিও তহঁতৰ নেকি? হোলাৰ মাছবোৰ তহঁতৰ নেকি?" খলিফাই মুখেৰে নমতা হৈছিল। এইখন পথাৰৰ বোকাত লুতুৰি পুতুৰি হোৱাৰ পৰা, গছত উঠি চৰাই পোৱালী ধৰা, কলীয়া পানীত বৰশী বোৱা, আদি সকলো কামতে বংশী আকবৰৰ প্ৰধান সংগী আছিল। বাপেকৰ লগত কাম কৰিব লাগে কাৰণেই আকবৰে প্ৰথম মানৰে পৰা স্কুল এৰি দিব লগা হ'ল।

তাতকৈ দুখৰ কথা যি ডোখৰ মাটিৰ মোহত সি পঢ়া-শুনা এৰিবলগীয়া হৈছিল। সেইডোখৰ মাটিৰ মালিকো সিহঁত হ'ব নোৱাৰিলে। এই ছয় বিঘা মাটিৰ ইতিহাস সি ফৌজত সোমোৱাৰ আগতেই সকলো জানিছিল। পূব ফালৰ টিঙনা, ফুটকলানী, বাহনিখন, পথাৰৰ মাটি গোটেইখিনি কংসৰ মাটি।

বহঁত জোপাৰ পৰা ফুটকলানী টুকুৰা হেনো কংসৰ বাপেকে খলিফাক হ্যালোৱা হৈ থাকোতেই দিছিলে আৰু মাটি টুকুৰাৰ দামো হেনো খলিফাক মাহেকীয়া দৰমহাৰ পৰা কাটি লৈছিলে। সেইয়া খলিফাক আকবৰৰ মাকক অনাৰ আগৰ কথা। হোলাটো দ কাৰণে হেনো ৰূব নোৱাৰা হৈ পৰি আছিল। ফুটকলানীখন সমান কৰি ৰূব পৰা কৰা সি নিজে দেখিছিল। তাৰ পাছত সেই মাটি টুকুৰা খলিফাই জোৰ-জুলুমকৈ দখল কৰিছে বুলি কংসই মোকৰ্দমা তৰিছিলে। মাটিৰ দাম যদি দিয়াই হৈছিল তেন্তে ভালকৈ লিখা পঢ়া কৰি ল'ব লাগিছিল। সাক্ষীও আছিল হেনো। যদি সাক্ষী আছিলেই, সেই সাক্ষীবোৰে কংসক নধৰিলেগৈ কেলেই? একেবাৰে জুঠ-মুঠ মানুহ। দাবিকোছ্য আছে কাৰণেহে মতা মানুহ। এইবোৰকে মুখৰ পৰা কাঢ়িখোৱা মানুহ বোলে। সাক্ষীকেইটাও সেই, মানুহ গোটাই বৰ ডাঙৰ কামটো কৰিলে, বাকী নাই। নিজে কুকু ভাঙি দ-বাম সমান কৰি উলিয়াই লোৱা মাটি টুকুৰাত আধি খোৱা বন্দবস্তডাল কৰি, মোকৰ্দমাখন উঠাই লোৱালে। মুছলমান হ'ল কি হ'ল? আকবৰহঁত কংসৰ নিজৰ ভনীয়েকৰ ল'ৰা। ভাগিনীয়েকৰকেইটাৰ মুখৰ ভাত কাঢ়ি খোৱা মানুহটোক তেতিয়াই ৰাইজে হেঁচা মাৰি নধৰিলে কিয়? মতা মানুহ গাঁৱত তেতিয়াৰ পৰাই নাই। "হোলাৰ ফালে হাঁহ আছে নেকি বংশীকা? ."

কৰিমৰ মাত শুনি বংশীয়ে হোলালৈ চালে। তাৰ মুখৰ আগত ৰোৱানী ডোখৰতে হাঁহ পোৱালী এজাক হাঁহজনীৰ সৈতে চৰি আছে। ইমানপৰে ৰোৱানীডৰাতে চকু থৈ সি বহি আছিল। অথচ ৰোৱানীত পিতৃপিতাই ফুৰা হাঁহ জাকক সি দেখা নাছিল।

"আছে অ' পোৱালী এজাকো আছে।" কৰিম আহি হাঁহ পোৱালীকেইটা গণ্তি কৰিলে। "ঠিকেই আছে বংশীকাই। চিলনীজনী এইফালে উৰি অহা দেখি মই বোলো মায়ে আজি মোক ডবা চোৱাদি চাব। তুমি যে ইয়াত অকলে অকলে বহি আছা?" "এৰা অ', লগ বিচাৰি ফুৰিছো। মোক লগ দিয়া মানুহ পোৱা নাই।" "আকবৰকা পাবহি এতিয়া।" তুমি দেখোন আমাৰ ঘৰলৈ নহা হ'লা? ববা, বাইটি, মাই, সকলোৱে বেয়া পাইছে তুমি নহাৰ কাৰণে।" "ব'ল বাৰু", বংশী বাৰীৰ মাজেদি খলিফাৰ ঘৰলৈ গ'লগৈ।

মূল ঘৰটোৰ মুধেদি নমোৱা চালিখনৰ তলতে খলিফাৰ ঘৰৰ বাহিৰৰ জুইশাল। জুইত তুহঁ দি জুই নুনুমুৱাকৈ ৰাখি জুইশলাৰ খৰচ কম কৰাৰ ব্যৱস্থা খলিফাইহে ৰক্ষা কৰি আছে। ধোঁৱাই ধৰা জুইৰ ওপৰৰ চাংখনৰ পৰা ওলোমাই

দিয়া তাঁৰ এডালত চাহৰ কেটলিৰ পৰা খলিফাই ৰঙা চাহ এবাতি বাকি লৈছিল।

"ঘৰত গাখীৰ থাকোতেনো ৰঙা চাহ কেলেই খাইছা দদাই?" কৈ কৈ বংশীয়ে মুঢ়া এটা টানি লৈ খলিফাৰ সন্মুখৰফালে বহিল।

"এ, গাখীৰ ওলালে কি হ'ব বংশী, ভাগতো পৰিব লাগিব নহয়। ওলায় ছয়পোৱা; বেচো পাঁচপোৱা। বাকী থকা এপোৱাকে ঘৰখনে উবৰি-গুবৰিকৈ খাওঁ" বুলি খলিফাই হাঁহি দিলে। "অভ্যাস হৈ গৈছে জানিছ। গাখীৰ-চেনী নোহোৱাকৈ খাব পৰা হৈছো।" বংশীয়ে বোলে "জাপিসজিয়ালৈ ৰাতিপুৱাই গ'লো। বোলে "তাতো নাহিলি খাই ইয়াতো পাবলৈ নাই।" একদম খালি পেটেৰে আছো দদাই। চাহ এবাতি মোকো দিয়া", খালি চাহ এবাতিহে নালাগে দুই-তিনি বাটি খাব পাৰিবি। পিছে লগত দিবলৈহে একোকে নাই পায়। ৰন্ধাই ৰান্ধিলে, খোৱাই খালে, গ'ল দিহাদিহি। ভীমকল দুটামান থাকিব পাই, তাকো ক'ত থৈ গৈছে চাওঁ ৰ'।" বংশীক চাহ এবাটি বাকি দি থৈ খলিফাই ভিতৰৰ পৰা ভীমকল এআঁসি উলিয়াই আনি দিলেহি। "কলকে কেইটা খাব খা, আৰু নোখোৱা কেইটা হাতত লৈ যাবি। মাষ্টৰ বুঢ়াকো দিবি, তই নিজেও খাবি। তোক ভাতকে খা বুলি ক'লোহেঁতেন। ভৰ দুপৰখন তোক ভাত ৰান্ধি খুৱাবলৈ দেহাত মুঠেই শক্তি নাই, বংশী।"

বংশীয়ে বোলে, "দুপৰেই হওঁক বা ৰাতিপুৱাই হওঁক মই মুছলমান মানুহৰ হাতে ভাত নাখাওঁ দেই। ঘৰত চাৰে ভাত ৰান্ধি থ'ব।" বংশীৰ ৰগৰ লগোৱা কথাত খলিফাই হাঁহি হাঁহি ক'লে "এৰা, মিলিটেৰীৰ ৰান্ধনীবোৰ গোসাঁই মহন্তহে। আৰু সেই কাৰণেই এতিয়া বামুণ ৰান্ধনিৰ হাতেৰে খাবলৈ তই মাষ্টৰৰ ঘৰত আছ? মানুহ-দুনুহ এটাৰ মুখ দেখিবলৈ নাই ঐ। তইয়ো আজিকালি এঁকেবাৰে নহা হ'লি দেখোন।"

বংশীয়ে লক্ষ্য কৰিলে কথাটো কৈ অতোবাৰ পাছত খলিফাৰ ফোপনীয়ে ধৰিছে। দাবিকোচা নথকা হ'লে গালৰ ক্ৰুমবোৰ ওলালেহেঁতেন। খালি গাৰে থকাৰ কাৰণে বুকুৰ হাড়কিডাল নিৰ্ভুলভাৱে গণ্তি কৰিব পৰা হৈছে। "তোমাক এবাৰ মেডিকেলত দেখুৱাই আনিমগৈ দদাই" বংশীয়ে মেডিকেললৈ নিম বুলি কোৱাত খলিফাই কাঠ হাঁহি এটা মাৰি বোলে "কিডাল হ'ব ঐ। জেলৰ পৰা ওলাই অহাৰ পিচতে আকবৰে নি দেখুৱাইছিলগৈ নহয়, আৰু নাযাওঁ দেই বংশী। হে'ৰ খোজে খোজে পইচা। মেডিকেল কলেজ হস্পিতেলবোৰ আমাৰ দৰে ভিকহুবোৰৰ বেমাৰ ভাল কৰিবলৈ পাতিছে বুলি ভাবিছ নেকি? হেৰ'

বেমাৰবোৰ ধনী-দুখীয়া বিচাৰ কৰিব লাগেনে? কিবা দৰৱ.এগাল লিখি দিলে, তাৰে আধা খালো আধা আনিবলৈকো থাকিল। জীয়াই থাকিনো আৰু কিডাল কৰিম, বংশী। ইমানতে আল্লাই সিফলীয়া কৰা হ'লে আকবৰটোৰ মূৰৰ পৰা বোজা এটা পাতলিলহেঁতেন। মোৰ কথা বাদ দেচোন। তই হ'বলা মাষ্টৰৰ লগতে খোপনি পুতিলি? সেইদিনা বোলে কাৰোবাৰ কাৰোবাৰ লগত গতিয়া গতি এখনো মাষ্টৰৰ ঘৰত হ'ল? কথাবোৰ বেয়া শুনিছো। কদোৰ বাহত জুই দিয়াৰ নিচিনা হৈছে দেই। মনবৰক এলাপেচা বস্তু বুলি নেভাবিবি। তই ৰসতে নামটো থৈ দদায়েৰৰ ঘৰলৈ গুচি আহ বংশী। মানুহে কিবাকিবিবোৰ কৈছে হেনো, আৰু সেই বুঢ়া মানুহজনক তইঁতে এই বয়সত মিছামিছিকৈ গালি শপনিবোৰ নুখুৱাবি পাই। আৰু তই বোলে মাষ্টৰৰ বাৰীখন বখলিয়াই পেলালি? হেৰ' কি লাভটো হ'ব। সেইডালে আজি অতদিন বাৰীখন বাঘে পোৱালী জগাব পৰা কৰি থৈছিল। সেই বাৰীতে দেহা মাৰি কষ্ট কৰাতকৈ নিজৰ বৰীয়াকৈ কেনিবা বাৰী এটুকুৰা কিনি কুটি লৈ কাম কৰিলে তোৰ বাৰীখনো পতা হ'ব; কামবোৰো আগবাঢ়ি থাকিব।"

বংশীয়ে খলিফাৰ সৰলতাখিনি বুজি পালে। তেওঁ যিখিনি কথা কৈছে বংশীহঁত আৰু মাষ্টৰৰ ভালৰ কাৰণেই কৈছে। তথাপি মানুহে মাষ্টৰৰ লগত থকাৰ কাৰণে যে হিংসাত মৰিছে, তাক তেওঁৰ ঘৰতে থাকহি বুলি কিয় কোৱা নাই। ভূধৰৰ ঘৰত থকাত তাৰ কোনো আপত্তি নাই। কিন্তু খুৰীয়েকজনীৰ ব্যৱহাৰ সি পাই থৈছে। সেয়ে কি কৰা হয় সি একো সিদ্ধান্ত কৰিব পৰা নাই। সি যে মাষ্টৰৰ লগৰ পৰা আঁতৰি আহিব সেইটো খাটাং কথা। কিন্তু ক'ত থাকে, কেতিয়া আহে, সেইটো সিদ্ধান্ত কৰিব পৰা নাই। যাওঁ বুলি খলিফাক কৈ ঘপকৰে বংশী উঠি মাষ্টৰৰ ঘৰমুৱা হ'ল।



## ।। সাত।।

বংশী শেষত ভূধৰৰ ঘৰলৈকে আহিল। লোকৰ লগত থাকিলে বহুত কথাত এৰাধৰাকৈ চলিব লাগে। সি এৰাধৰা কৰি চলিছে। মানুহে বেয়া নেপাওক বুলিহে। এতিয়াৰ পৰা ৰাইজে বেয়া পোৱা কাম সি নকৰো বুলি মনতে প্ৰতিজ্ঞাও কৰি লৈছে। মাষ্টৰৰ ঘৰৰ পৰা অহাৰ পাচত প্ৰায় এসপ্তাহমান আলোচনা কৰা অথবা গাঁৱত গৈ লিখালিখি কৰা কোনো কামেই হোৱা নাই। বকুল, বলোৰাম, আকবৰ, মুহিৰাম মাজে মাজে তাৰ ওচৰলৈ আহে। ল'ৰাকেইটা ভূধৰৰ ঘৰলৈ আহি থকা কথাটো গুণদাই বৰ ভাল পোৱা নাই। এদিন জাপি সজিয়াৰ নদীয়াল মানুহৰ ল'ৰাই খোৱা বাচন-বৰ্ত্তন ধোৱা লৈ গুণদাই জয়মতীক কিবাকিবি কোৱা বংশীৰ কাণত পৰিছিল আৰু এদিন বংশীয়ে শুনক বুলিয়েই গুণদাই কৈছিল।

"দেশৰ মজদুৰৰ ল'ৰা, মুছলমান, খৃষ্টিয়ানৰ ল'ৰাক বিধে বিধে বেলেগ বেলেগ চাহ খুৱাবলৈ বেলেগ বাটি, গিলাচ তাক আনি দিবলৈ কবি আৰু সেইবোৰ বাচন তাক নিজে ধুবলৈ কবি।" জয়মতীয়ে উভতি মাকক কোৱাটোও সি শুনিছিল। তাই কৈছিল, "তই ধুব নেলাগে নহয়, তাকে তাক শুনাই শুনাই যে চিঞঁৰিছ।" তাৰ পিছদিনা মাষ্টৰো আহিল। দীঘলাৰ সৈতে বাকী আটাইকেউটা ল'ৰাও আহিছিল। বংশীয়ে চাহপাত, চেনি বেলেগে আনি দিছিল যদিও সেইদিনা চাহ দিব নালাগে তামোল দিলেই হ'ব বুলি সি জয়মতীক কৈ গৈছিলহি। কিন্তু জয়মতীয়ে সেইদিনাও সকলোকে চাহ-তামোল দিলে। গাঁৱৰ আচাৰ, নীতি আৰু সমাজ ব্যৱস্থাৰ উৰ্দ্ধত গুণদাই ইমান সহজে জাত-পাতৰ চিন্তা এৰাই চলিব নোৱাৰে বুলি ভাবিয়ে বংশীয়ে গুণদাৰ কথাত একো নামাতিলে। অকণো বেয়া পোৱাও নাছিল।

জয়মতীয়ে সিহঁতৰ ঘৰলৈ মানুহ অহাৰ কাৰণে ভালহে পাইছিল। সেয়ে তাই মাকৰ বাধাৰ ওপৰতো মানুহখিনক ভালভাৱে সোধ-পোচ কৰিছিল। সেইদিনা ৰাতি বহুত পৰলৈকে আলোচনা হ'ল। মনবৰে ধমকি এটা দিয়াৰ কাৰণেই যদি সকলো খেলমেলি হৈ যায়, পুলিচৰ দমন-পীড়ন হ'লে কি হ'ব? ইত্যাদি প্ৰশ্নৰ অৱতাৰণা কৰি মাষ্টৰে বাকী থকা কামখিনি সোনকালে কৰিবলৈ

সকলোকে পৰামৰ্শ দিলে। পিছদিনাৰ পৰা কিছুদিনলৈ আকবৰৰ ঘৰতে গধূলি গোট খোৱাৰ সিদ্ধান্ত কৰিলে। মাষ্টৰে নিজে আহি পুনৰ কামত হাত দিয়াৰ কাৰণে বংশীৰ মনত আশাৰ সঞ্চাৰ হ'ল।

সেইদিনা মানুহখিনি ওলাই যোৱাৰ পাছত গুণদাই মুখ খুলিলে। জাপিসজিয়াৰ ডেকা ল'ৰাই ভূধৰৰ ঘৰতে গধূলি গধূলি খোৰ পাতিছেহি বুলি হোনো গাৱঁত বু-বু বা-বা হৈছে। "ডেকা ল'ৰা, লগৰ সমনীয়াৰ লগত তই ফুৰিবি। তাত তোক মই বাধা নকৰো। ঘৰত গাভৰু ছোৱালী আছে। সেই কাৰণে দোকান-পোহাৰে, স্কুলে-নামঘৰে কৰবাত গোট খাবিহঁক আৰু মাষ্টৰ সেই অপুত্ৰক মানুহটো ওলাওঁতে সোমাওঁতে জীয়ৰী ছোৱালীয়ে দেখি থকা বেয়া।" গুণদাই সৰলভাৱে বুজাবলৈ চেষ্টা কৰিছিল যদিও বংশীয়ে বুজি পালে। চিধাচিধি এইবোৰ কথা ইয়াত নাপাতিবি বুলি নকৈ জয়মতীৰ প্ৰসঙ্গ উলিয়াই আচল কথাটো লুকাই ৰাখিছে। তেতিয়াৰ পৰা গধূলি হোৱাৰ লগে লগে বংশী ওলাই যোৱা হ'ল।

পথাৰলৈ যোৱাৰ বাহিৰে বাৰী ঘৰৰ কামত সি প্ৰায় দিনটো লাগি থাকে। যিখন ঠাইত মানুহে যিমান দিনেই নাথাকক, ঠাইখন সুন্দৰকৈ ৰাখিব লাগে। মাষ্টৰৰ ঘৰত কৰাৰ দৰেই সি সকলো কৰি গৈছে। যিমানলৈকে সম্ভৱ সকলো ধৰণেই সি এৰা ধৰা কৰি প্ৰায় দহদিন পাৰ হ'ল। সি শেষত এৰাধৰা কৰাৰ সীমাৰ বাহিৰৰ এটা সমস্যাত পৰিল। নৰ্মদাক চাই আহিবলৈ বংশীক গুণদাই সেই কেইদিনৰ ভিতৰত কেইবাদিনো কৈছিল। সি যাম নেযাম একো কোৱা নাছিল। লক্ষীয়েও এদিন বংশীক নৰ্মদাহঁতৰ ঘৰলৈ তাৰ লগতে লৈ যোৱাৰ কথা কৈছিল।

বংশীয়ে বোলে, "বিয়া কৰোৱাটো পিছত চিন্তা কৰিম, লক্ষী। তই চাচোন, দুৱাৰ মুখৰে বোপা-ককাৰ দিনৰ এই ঘৰৰ ভেটিটো ৰামধাৰী কুকুৰে কেনেকৈ লোহাৰ বেৰা দি বন্ধ কৰি থৈছে। সেইডোখৰ মাটি তাৰ হাতৰ পৰা লম বুলি মই প্ৰতিজ্ঞা কৰি থৈছো। সেই প্ৰতিজ্ঞা পূৰণ নোহোৱালৈকে মই ঘৰো নাসাজো, বিয়াও নাপাতো।" তাৰ পিচতো খুৰীয়েকে জোনাকী আৰু নৰ্মদাক হেনো মাতি পঠিয়াইছে। বংশীৰ উপায় নোহোৱা হ'ল। জোনাকী মাহীৰ জীয়েক নৰ্মদা। তাইক বংশীয়ে নিচেই সৰুৰে পৰাই দেখা। আকৌ তাইক আনি বংশীকনো কিয় দেখুৱাব লাগিছে। ছোৱালী কামে কাজে বা দেখিবলৈ যিমানেই ভাল নহওক কিয়, বংশীৰ পৰা কোনো কথা নোপোৱাকৈ

সিহঁতক মাতিলে জোনাকী মাহীয়ে কিবা এটা আশা কৰি আহিব। তদুপৰি নৰ্মদাইওটো মনে মনে বংশীৰ লগত তাইৰ বিয়া হ'ব বুলি আনন্দ মনেৰে আহিব।

তাইৰ মনত আঘাত দিয়াৰো অধিকাৰো বংশীৰ নাই। বংশীয়ে বুজি নাপায়। নৰ্মদাক বংশীলৈ অনাত কিয় গুণদাৰ ইমান ব্যস্ততা। সিহঁত অহাৰ পাচত বিয়া নকৰাওঁ বুলি কৈ দিয়াতকৈ আগতে সি ভূধৰৰ ঘৰৰ পৰা গুচি যোৱা উচিত বুলি ভাবিলে। কিন্তু যাব কলৈ? মিলনৰ ঘৰলৈ? মিলনৰ ঘৰত সি কেতিয়াও থাকিব নোৱাৰে। কথা পাতিবলৈওতো মনে মিলা মানুহ এজনৰ দৰকাৰ। সেইদিনা মনবৰে ক'বলৈ কোৱাৰ কাৰণেই মিলনে মাষ্টৰক সেইবোৰ কথা কৈছেগৈ। কথাৰ ঠিকনা নোহোৱা মানুহ মিলনৰ ঘৰলৈ সি নাযায়। মাষ্টৰৰ ঘৰলৈ ঘূৰি যোৱা মানে সিহঁতৰ পৰিকল্পনাটোত চেঁচা পানী ঢালি দিয়া। মাষ্টৰৰ ঘৰলৈ যোৱাৰ প্ৰশ্নই নুঠে। খোৱা থকাৰ সুবিধা বিচাৰি সি চাকৰি এৰি অহা নাই। ক'লৈ যোৱা হয় সেই পৰ্য্যন্ত সি একো ঠিক কৰিব নোৱাৰিলে। কিন্তু দুই এদিনতে জোনাকী মাহীয়েক অহাৰ আগতেই ভূধৰৰ ঘৰৰ পৰা সি ভালেৰে ওলাই যাব।

বলোৰামে ঠিকেই কৈছিল, "মজদুৰৰ গাওঁ যদিও আগত মুকলি পথাৰখনেৰে আমাৰ ঘৰত থাকি তই ভালহে পাবি।" তাৰ কথামতেই বংশীয়ে আগপিচ নুগুনি বলোৰামৰ ঘৰলৈ গুচি নহা হ'লে মস্কিলতে পৰিলেহেঁতেন। বংশী ভূধৰৰ ঘৰৰ পৰা অহাৰ পিছদিনাই জোনাকী মাহী আহিছিল। তাক মাকে মাতিছে বুলি মাতিবলৈ লক্ষীও আহিছিল। সি নগ'ল। দদায়েকক নোকোৱাকৈ গুচি অহাৰ কাৰণে ভূধৰে বংশীক দোষাৰোপ কৰিছিলহি।

বংশীয়ে বোলে "তোমাক সুধি মই তোমাৰ ঘৰত থাকিবলৈ যোৱা নাই নহয় দদাই। ৰাইজৰ কাম কৰাৰ সুবিধাৰ কাৰণে ইয়ালৈ গুচি আহিলো। মন গ'লে আকৌ তোমাৰ ঘৰলৈকে গুচি যাম।" বংশীৰ জাত-পাতৰ বিচাৰ আগৰ পৰাই নাই বুলি ভূধৰে জানে। তথাপি নিজৰ দদায়েকটোৰ ঘৰৰ পৰা আহি মজদুৰৰ ঘৰত বাঁহ লোৱা কাৰণে ভূধৰে দুখ কৰিলে। কিন্তু বংশী ঘূৰি নগ'ল। সঁচাকৈ গাঁৱৰ মাজৰ পৰা মণ্ডলা বুঢ়াৰ ঘৰলৈ আহি বংশীৰ ভাল লাগিছে। প্ৰধানকৈ ৰামধাৰীয়ে কাঁটা তাঁৰৰ বেৰ দি থোৱা বাপেকৰ সম্পত্তিটো চকুৰ আগৰ পৰা আঁতৰ হোৱা কাৰণে তাৰ গাৰ পোৰণিটো যেন নাইকিয়া হৈছে।

বলোৰামৰ কোঠালীটো এনেয়ে পৰি আছিল। তাতে সি তাৰ বস্তুবোৰ

সুমুৱাই থ'লে। এটা ঘৰ, দুটা কোঠালী। মঙলা শোৱা কোঠালীত মানুহ বহে। তাত সৰু বেৰ এখন দিয়া আছে। বেৰৰ সিফালে ৰন্ধা-বঢ়া কৰে। মঙলা বুঢ়া দিনটো নাথাকেই। খোৱাৰ সময়ত কেতিয়াবা আহে। কেতিয়াবা আন কাৰোবাৰ ঘৰতে খাই আহে। ৰন্ধা-বঢ়া বংশীয়ে নিজে কৰে যদিও একেলগে মঙলাৰ সৈতে সেই পৰ্য্যন্ত খোৱা নাই। সকলো ফালেই সুবিধা হৈছে। মাত্ৰ দৰঙীচুকৰ পৰা জালুকণিলৈ অহা পথছোৱা আলিটো মাজে মাজে চিগা কাৰণে আৰু গণেশ বুঢ়াৰ বাঁহনী দৰাৰ তলৰ বোকা ডোখৰৰ কাৰণে বোকাপানী অলপ বেচিকৈ গছকিবলগীয়া হয়। খৰালি আহিলেই তাতে সেইবোৰ বোকাপানীয়েদি দেখোন গাঁৱৰ মানুহ সদায় অহা যোৱা কৰিয়েই আছে। ঘৰটো এমূৰীয়া কাৰণেই কেতিয়াবা বংশীয়ে একশৰীয়া অনুভৱ কৰে। বলোৰাম ঘৰত নাই। তাকো কংসই মিলত ঘৰ দি ৰাখিছেগৈ। আনহাতে সি যোৱাৰ কাৰণেই বাকচে পত্ৰই তাৰ বস্তুবোৰ থ'বলৈ তাৰ সুবিধাটো হ'ল।

বলোৰামকো যদি কঠিৰ দৰে বংশী আৰু মাষ্টৰৰ লগত নুফুৰিবি বুলি কংসই হুকুম দিয়ে। হুকুম দিলেও বলোৰামে সেই হুকুম নামানে। লাগিলে কংসৰ চাকৰিটোকে এৰি দিব। বংশীৰ কাৰণে বলোৰামে প্ৰাণ দিব পাৰে। মাষ্টৰে ঠিকেই কৈছিল। "টুটকীয়া লগনীয়া স্বভাৱৰ মানুহ প্ৰতি অঞ্চলতে আছে। প্ৰথম অৱস্থাত সিহঁতে তিলকে তাল কৰি বৌ-জাল বৌ-জাল কৰি ভেটা দিবলৈ চাব। সেই ভেটা পাৰ হৈ গ'লেহে আচল ভেটাৰ সন্মুখীন হবি।" মাষ্টৰৰ ঘৰৰ পৰা অহাৰ পিচৰ পৰাই শৃংখলাবদ্ধভাৱে একো কামেই কৰিব পৰা নাই। আকবৰৰ ঘৰত কিছু হৈছে যদিও মাষ্টৰক সোনকালে ঘৰত থৈ আহিবলগীয়া হয়। সময়বোৰ সেইখন অহা-যোৱা কৰোতেই শেষ হয়। "কিবা এটা যেন কৰিবলৈ থাকিল" তেনে এটা ভাব বংশীৰ মনত সদায় লাগিয়ে আছে। কোৰৰ নালটোত ধৰি সি ক্ষন্তেক ৰৈ থাকিল।

মঙলা বুঢ়াই বাৰু একো নকৰে। ডেকা মানুহ বলোৰামটোৱেও বাৰীখনত একো এটা কৰিব নোৱাৰেনে? সি অহা পাঁচদিনহে হৈছে। বাৰীখন মানুহ থকা বাৰী ঘৰৰ নিচিনা হৈ পৰিল দেখোন। বৰষুণজাক অলপ বেচিকৈ আহিল। চিপ্‌চিপিয়া বৰষুণত কোৰ মাৰি ভাল লাগি আছিল যদিও বৰষুণ বেচিকৈ অহাৰ কাৰণে বাৰীতে কোৰ এৰি সি দৌৰি ঘৰৰ পিৰালিত উঠিলহি। হঠাৎ সি থত্‌মত্ খাই ৰৈ গ'ল। গাভৰু ছোৱালী এজনী সিহঁতৰ ঘৰৰ ভিতৰত পীৰা এডোখৰ পাৰি বহি আছে। তাই ক'ৰ পৰা আহিছে সি মুখলৈ নোচোৱাকৈ

সুধিলে। তাইৰ নাম ফুলেশ্বৰী বুলি ছোৱালীজনীয়ে উত্তৰ দিলে।

ফুলেশ্বৰী বুলি ক'লত বংশীয়ে একো বুজিব নোৱাৰিলে। সি সুধিছিল তাই ক'ৰ পৰা আহিছে। "তোমাৰ নামটো ক'লেই তুমি ক'ৰ ছোৱালী মই বুজি নাপাওঁ নহয়। কাক বিচাৰি আহিছা?"

তাই বোলে "মঙলা বুঢ়া মোৰ মামা লাগে। মই ৰামধাৰীৰ ঘৰতে আছিলো। এতিয়া একদম গুচি আহিছো। তাৰ ঘৰত আৰু নাযাম।"

বলোৰাম মুখত তাৰ ভনীয়েক এজনী ৰামধাৰীৰ ঘৰত আছে বুলি এদিন বংশীয়ে শুনিছিল। কিন্তু তাইৰ নামটো জনাৰ আৱশ্যক বোধ কৰা নাছিল। তাই একেবাৰে আহিলো বুলি ক'লে। কিন্তু থাকিব ক'ত? মতা মানুহ এটা হ'লেও কথা নাছিল। এজনী মাইকী মানুহ, গাভৰু ছোৱালী। এজনী ছোৱালীৰ খেদাত সি আহি মঙলাৰ ঘৰত সোমাইছিলহি। আকৌ ছোৱালী! তাৰ হাঁহি উঠিল। সি এতিয়া ছোৱালীৰ খেদাতে পলাই ফুৰিবলগীয়া হৈছে। হাতত বন্দুক লৈ শত্ৰুক নিধন কৰিবলৈ যোৱা মিলিটেৰীটোৱে ছোৱালীৰ খেদাত আকৌ ঘৰ বিচাৰি ফুৰিব লাগিব। তাইৰ মোমায়েকৰ ঘৰৰ বাহিৰে ক'ৰবাত থাকিবলৈ ঠাই আছেনে নাই সুধিলে।

তাই বোলে "আপোন মামা লাগে বাবু। জনমছে মামা ঘৰেই বৰ হলি। মা, বাপ, ভাই দাদা মোৰ কোনো নাই আছে। খালি একটা মামা। এই মঙলা বুঢ়া।" তাৰ মানে মই মোৰ নিজৰ ঘৰলৈ ঘূৰি আহিছো। তুমি তোমাৰ থকা ঠাই অন্যত ঠিক কৰি লোৱা।

বংশীৰ আৰু কোনো প্ৰশ্ন কৰিবলৈ নাছিল। যদিও সি বোলে, 'মই তোমাক আগতে দেখাই নাছিলো কাৰণে চিনি পোৱা নাই। বেয়া যেন নোপোৱা। তুমি তোমাৰ নিজৰ ইচ্ছামতে ৰামধাৰীৰ ঘৰৰ পৰা গুছি আহিছানে ৰামধাৰীয়ে তোমাক পঠিয়াই দিলে?"

ফুলেশ্বৰীয়ে কওঁ নকওঁকৈ থাকি বোলে 'সব দিন কি লোকৰ ঘৰত নকৰাণী কৰি থাকিম। সৰু হৈ থাকিছিলো, তাৰ ঘৰত কাম কৰিছিলো। যোৱান হ'লো যেতিয়া আজিকালি চৰম লাগে বাবু। আৰু কাৰো ঘৰত নাই থাকিম।" বংশীৰ দৰে তাইও ৰামধাৰীৰ ঘৰৰ পৰা চাকৰি এৰি আহিছে। তাই ঠিকেই কৈছে। গাভৰু হ'ল, কাৰোবাৰ সৈতে বিয়া সোমাই লোকৰ ঘৰত হাজিৰা কৰি খাবলৈকো নিজৰ ঘৰ সংসাৰখন লাগে। এইটো বয়সে বান্ধোনৰ মাজত থাকিবলৈ নিবিচাৰে।

মঙলা বুঢ়া বৰষুণত তিতি বুৰি ক'ৰবাৰ পৰা আহি ওলালেহি। মঙলাই আধাভগা মাতেৰে ঝুমুৰ গীতৰ কলি এটা মনত পেলাই গাই অহা দেখি পেটত অকণমান পেলাই ফুৰ্ত্তি মনেৰে আহিছে বুলি বংশীয়ে ভাল পালে। মংলাই কিবা এটা কৰিব। ফুলেশ্বৰীক বহি থকা দেখি মংলাই হাঁহি এটা মাৰি "ভাগ্নি আলি যে?" বুলি প্ৰশ্ন কৰিলে।

"হামি ওকৰ ঘৰে আৰ' নাই থাকিম মামা" ওপৰলৈ মূৰ নদঙাকৈয়ে ফুলেশ্বৰীয়ে উত্তৰ দিলে।

"কাহে? মহলদাৰ ধম্‌কি লাগালেক কে জান? আৰে চোতসে মহলদাৰ্ব তোকে আপন নাতিনী ৰকম মৰম কৰকে বৰ কৰলেক। তোৰ আস্তে ভাল ঘৰেৰ চোকাৰা এক্‌টা গন্দবস্ত কৰব, বলকেভি হামকে বললেন। আৰ ওকৰ উপৰেই তোৰ ৰাগ? হামাৰ সংগে থাকলে চেভিটো কোন দিন নাই কোন দিন, তোকে হামি ধমকা-ধমকি কৰব'। তখন কি হামৰ হিএগাঁছেভি তুই কোন দিগে চলি যাবি? সহেক লাগে ৰে বেটী। আতছা, আজ তুই থাক্। কাল ফজিৰে হামি তকে পঁহছাই দেব।"

বংশী তেতিয়ালৈকে পিৰালীতেৰৈ আছিল। মংলাই গাৰ পানীবোৰ কাপোৰ এখনেৰে মচিলে। বৰষুণত তিতি অহাৰ কাৰণেই নেকি নিচাও অলপ কম যেন দেখি বংশীও ভিতৰ সোমাই গ'ল। বংশীক উদ্দেশ্য কৰি মংলাই কৈ গ'ল। "ৰামধাৰী বহুত অট্‌ছা মানুহ লাগে জান্‌লি বেটা, বংশী। থোৰাভিটো সহ্য কৰিব লাগে।" বংশীয়ে একোকে নামাতিলে। সি তাৰ কোঠালীত সোমাই পেণ্টটো পিন্ধি ল'লে। মূৰটো আছুৰী বৰষুণ জাক এৰিছেনে নাই চাবলৈ ওলাই আহিল। ফুলেশ্বৰীয়ে কান্দিছে। ফুলেশ্বৰীয়ে কান্দি কান্দি ক'লে "হামি উকৰ ঘৰে আৰ নাই যাম মামা। হামি হাজিৰা কাম কৰব।" ফুলেশ্বৰীয়ে কন্দা দেখি বংশীয়ে মংলাক বাহিৰলৈ মাতি নি তাই ৰামধাৰীৰ ঘৰলৈ যাব খোজা নাই যেতিয়া তাইক জোৰ-জুলুম কৰি পঠিয়াব নেলাগে বুলি মংলাক বুজাইছিল। ফুলেশ্বৰীক ঘূৰাই পঠিয়াব নালাগে বুলি বংশীয়ে কোৱাৰ অৰ্থ কিজানি মংলাই বেয়া ধৰণে লয়। সেই কাৰণে লগতে ক'লে "মই অন্য ঠাইত থকাৰ বন্দবস্ত কৰি লম। তাই তোমাৰ ইয়াতে থাকক।"

বংশীৰ কথা শুনি মংলা জকি উঠিল। "তুই নাই থাকিবিতো যা। লেকিন ফুলেশ্বৰীকে মই নাই ৰাখিম।" অলপ সময়ৰ পাচত নৰম সুৰেৰে আকৌ ক'লে—"তুই নাজানৰে বংশী। বহুত কথা আছে। তুইতো জানিছ, এইটো

ৰামধাৰীৰ মাটি আছে। আজ্‌তকনা খাজনা লৈইছে, না কেৰেয়া পইচা লৈইছে। চুকুৰিটো ৰামধাৰীৰ ঘৰে সুখে আছে বলিকে হামিভি কোনো দৰমহা কথা তাকে নাই কৈছো। এতিয়া যদি চুকুৰি তাৰ ঘৰে নাই থাকে ৰামধাৰী হামৰ মেচাত ধৰি এই ঘৰ মাটিৰ পৰা বাহিৰ কৰি নাই দিব?" কথাখিনি কৈ মংলাই পিৰালীতে বহি মূৰে কপালে হাত দিলেগৈ। ফুলেশ্বৰীক ৰামধাৰীক ঘৰত থকাৰ বিনিময়তহে মংলাক ৰামধাৰীয়ে মাটিডোখৰত থাকিবলৈ দিছে। বংশীয়ে মনতে হিচাব এটা কৰি চালে। এই তিনি বিঘা মাটিৰ খাজনা খুব বেচি বছেৰেকত এশ টকা হ'ব। খুব কমকৈ হ'লেও প্ৰাপ্ত বয়সৰ এজনী ছোৱালীৰ দৰমহা বছৰত দুহেজাৰ টকা হ'ব। তেন্তে এই লঠঙা বাৰীখনতে ৰামধাৰীয়ে বছেৰেকত খাজনা দুহেজাৰকৈ লৈ আছে? কি আচৰিত ধৰণৰ শোষণ। মংলাৰ দৰে ভিক্ষাৰী এটাৰ ওপৰতো এই জঘন্য অত্যাচাৰ। অথচ যাৰ ওপৰত এই অত্যাচাৰ চলি আছে তেওঁ কৈছে, "ৰামধাৰী বহুত আটছা মানুষ।" তেন্তে বেয়া মানুহনো কোন? বংশীয়ে কথাবোৰ চিন্তা কৰিব নোৱাৰা যেন লাগিল। যিয়েই নহওঁক বংশীয়ে ফুলেশ্বৰীক ৰামধাৰীৰ ঘৰলৈ ঘূৰাই পঠিয়াবলৈ নিদিয়ে। সি সেইদিনাই আঁতৰি যাব। আঁতৰি গ'লেও সি বলোৰামক ক'বগৈ ফুলেশ্বৰীৰ খোৱা-বোৱাৰ খৰচ বলোৰামে যদি দিব নোৱাৰে বংশীয়েই দিব। তথাপি তাইক ৰামধাৰীৰ ঘৰলৈ পঠিয়াব নোৱাৰে।

গাঁৱৰ মাজৰ এই বাৰীখনৰ বছেৰেকীয়া খাজনা বা কেৰেয়া হিচাপে সি যদি দুই হাজাৰ টকা লৈছে তেন্তে বাৰীখন বিক্ৰি কৰিলে সি দুই লাখমান টকা বিচাৰিব নেকি? বলোৰামে ৰামধাৰীক সুধি আহকগৈ, তাৰ পিচত ৰামধাৰীৰ বিচাৰ হ'ব। ৰামধাৰীৰ ওপৰত এটা নতুন অভিযোগত খং উঠি বংশী ভাগি পৰিল। ঘৰৰ চালৰ কামিত ধৰি আঁতৰত বৈ থাকি সি কি কৰিব নকৰিব চিন্তাত অস্থিৰ হৈ পৰিছে। শেষত এবাৰ কোবাকোবিকৈ আহি মংলাক ক'লেহি। "তাইক মই ৰামধাৰীৰ ঘৰলৈ ঘূৰি যাবলৈ নিদিওঁ, নানা। ভাল ল'ৰা এটা বিচাৰি তাইক মই বিয়া দিম। জোৱান ছোৱালী, লোকৰ ঘৰত থাকিবলৈ তাই ভাল পোৱা নাই।"

মংলাৰ খং আগতকৈ বেছি হ'ল। বংশীলৈ ঘোপাকৈ চাই বোলে "ছাদি দিবি? চলি যাব; আৰু হামি কাঁহা যাব? হামকে এইঘৰ মাটিছে নিকলাই দেইত, হামি কাঁহা যাব?" বংশীয়ে হঠাৎ একো ক'ব নোৱাৰিলে। সি চিপচিপিয়া বৰষুণত তিতিয়েই ওলাই গৈ কিছুদূৰ পালেগৈ। আকৌ কিবা এটা ভাবি ঘূৰি

আহি বোলে "নানা, ফুলেশ্বৰীৰ উপায় মই কৰিম। তই তাইক এতিয়া খেদি নিদিবি। তাতকৈ মই মাষ্টৰৰ ঘৰলৈকে আকৌ ঘূৰি যাম, আৰু ঘৰ মাটিৰ জিম্মা মই লৈছো। তই তাৰ কাৰণে একো চিন্তা নকৰিবি। দৰকাৰ হ'লে মইও ৰামধাৰীৰ এই মাটিতে তোৰ ঘৰৰ ওচৰতে ঘৰ এটা সাজি ল'ম। তাইক ঘূৰাই নপঠিয়াও। সি তোক কেনেকৈ ইয়াৰ পৰা খেদি দিয়ে মই চাই ল'ম।" কথাখিনি কৈ ভোঁ-ভোঁকৈ বংশী আকৌ ওলাই গ'ল। বংশীয়ে কোৱা কথাখিনি ফুলেশ্বৰীয়ে শুনি থাকি তাইৰ মনটো ভাল লাগি গৈছিল। বংশী বৰষুণত তিতি ওলাই যাঁওতে তাই তাক নাযাবি বুলি ক'ব লাগিছিল; কিন্তু একো নক'লে। মংলাই দৰক মাৰি চাই থাকিল। বংশীয়েও যদি এইডোখৰ মাটিতে ঘৰ এটা সাজি লয়, ৰামধাৰীয়ে মংলাক উঠাই পঠিয়াব নোৱাৰে। কিন্তু এই সৰু ঘৰটোত ফুলেশ্বৰী আৰু বংশীক একেলগে ৰাখিব নোৱাৰি। কিবাকিবি ভাবি মণ্ডলাৰ মনটোত ভাল লাগিল।



## ।। আঠ ।।

আকবৰে নাদৰ পাৰত গা-ধুই আছিল। বংশী নাদৰ পাৰলৈকে গ'ল। আকবৰৰ লগত বিশেষ কথা এটা আছে বুলি কৈ সি চালিৰ তলত খালিফাৰ ওচৰতে বহিলহি। ভঁৰালৰ আগৰ ঢেকীশালত ৰূপহী আৰু মাকে ধান বানিছিল। বংশী অহা দেখি লেঙেৰীও বংশীৰ ওচৰতে বহিলহি। কুকুৰা পোৱালীজাকে খুবলিৰ পৰা ধান থপিয়াইছে। বাঢ়নীমাৰি ডালেৰে কুকুৰা খেদি খেদি ৰূপহীয়ে ঢেকী দি আছে। পাণত চূণ কম হ'ল। আঙুলি মূৰেৰে চূণ অকণ লৈ দাঁতৰ আগত লগাই লেঙেৰীয়ে "বংশী ৰাতিপুৱাই কেনিবা যাবলৈ ওলালি নেকি" বুলি সুধিলে।

আকবৰে মূৰ নাচোৰাকৈয়ে বংশীৰ বিশেষ কথাটো শুনিবলৈ আহিল। বংশীয়ে তাৰ কথাটো ক'লে যে তাৰ এতিয়া থাকিবলৈ ঠায়েই নাই। মিলনৰ ঘৰলৈ নাযাওঁ বুলি শেষত তালৈকেহে যাবলগীয়া হ'ল। আকবৰ-খলিফাই একো ক'বলৈ নৌপাওতেই লেঙেৰীয়ে বোলে, "যেনে কুকুৰ তেনে টাঙোন।" "সুখে-দুখে তই দদায়েৰৰ ঘৰত নাথাকি বাঁহ ললিগৈ মজদুৰৰ গাঁৱত, তোৰ যে কোনো নাই আঁহফালি দেখুৱাই দি এতিয়া মিলন বুঢ়াৰ ঘৰলৈ যাব? দিব তোক মোমায়েৰে"

খলিফাই বোলে "তই মংলাৰ তাত থকাতো ভাল নহ'ব। কাৰণ বাপেক জীয়েককো অকলশৰে থাকিবলৈ কোৱা নাই। তাতে সেইজনী ঢদুৱা দেচুৱালী জাকৰ মাজত থাকি অহা ছোৱালী। তাই বা কেনেকুৱা স্বভাৱৰ কোনে জানিছে? তই তাত এদিনো নাথাকিবি বংশী। পিছে আহ বুলি কৈছো হয়, আহিবিনো ক'লৈ?" কথাতো কৈ খলিফাই আকবৰৰ চকুলৈ চালে। "মোৰ ঘৰলৈকে আহিব পাৰিলিহেঁতেন। আকবৰৰ কোঠা সেইটো, তাতে এই গৰমত"। "মৰিলে ঐ মাই, মৰিগ'ল বুলি" ৰূপহীয়ে চিঞৰি দিলে। লেঙেৰীয়ে কানি কাছুতি খহাই ঢেঁকী শাললৈ ল'ৰ মাৰিলে। বংশীও পিছে পিছে গ'ল। আকবৰে ডিঙি মেলি এঢলীয়াকৈ ঢেঁকীশাললৈ চালে।

বংশী ঘূৰি আহি বোলে "তাই যেনেকৈহে চিঞৰিলে মই বোলো কোন মৰিল। কুকুৰা পোৱালীৰ মূৰ এটা ঢেঁকীৰ খুবলিত সোমাই চেপেটা হ'ল।"

লেঙেৰীয়ে ধৰফৰাই থকা কুকুৰা পোৱালীটো আনি খলিফাক দেখুৱাই ৰূপহীক বকনি আৰম্ভ কৰি দিলে। ঢেকীশাল এৰি ৰূপহী আহি দোষী দোষী ভাবেৰে ৰৈ থাকিল। মাক জীয়েকৰ কুকুৰাটো লৈ উখনা-উখনি হৈ থাকোতে বংশীয়ে বোলে, "মৰাটোক ধৰি থাকোতে ইফালে জীয়া কুকুৰাকেইটাই ধানগাল খাই শেষ কৰিলে।" ৰূপহী ঢেকীশাললৈ স্থুঃ স্থুঃ কৰি দৌৰি গ'ল। বংশীয়ে তাৰ কথাটো তল পেলাই কুকুৰাটোৰ কাৰণে লেঙেৰীয়ে বকি থকা দেখি বোলে, "খুৰী, বেমাৰ হৈ কুকুৰা জাকে জাকে একেদিনাই মৰে। শাকত নাথায় লোন পিটিকাত যায় তিনিগুণ। বেচিবলৈকে হাঁহ-কুকুৰা পুহিব নেলাগে, বিহুৰে সংক্ৰান্তিয়ে ঘৰটো এটা মাৰি খাব লাগে হে। তাইৰ গাত দোষ নাই। কুকুৰাই খোৱাৰ খকত নিজে খুবলিত মূৰ সুমুৱাই মৰিছে। আমিও খোৱাৰ খকতে কংস, ৰামধাৰীৰ খুবলিত সোমাইছোঁ। কোনদিনা কাৰ কি হয় ঠিকনা নাই। আজি তিনিমাহ নিৰামিষ খাইছোঁ খুৰী। আচলতে কুকুৰাটোৱে মোৰ কাৰণেহে খুবলিত মূৰ সুমুৱাই মৰিল। বোলে 'নাই চাউল পাত ৰান্ধাগৈ সুদা ভাত কুকুৰা মণ্ডহেৰে খাওঁ। মোলৈও ভাত ৰান্ধিবা। আকবৰে বোলে কিবা এটা খুট পাবহে লাগে মাইৰ কাৰণে হৈ গ'ল। কুকুৰা মৰিল যেতিয়া তই বকি থাকিলেও সি নিজীয়ে। বংশীয়ে খাম বুলিছে অলপ ভালকৈ ৰান্ধিবি।" আকবৰ কোঠাত সোমালগৈ। অলপ পৰৰ পাচত বংশীয়ে আকবৰক লগত লৈ মাষ্টৰৰ ঘৰলৈ গ'লগৈ। মৰা কুকুৰাটো খলিফাৰ ওচৰতে পেলাই খঙৰ ভমকতে লেঙেৰীও বাৰীৰ ফালে গ'লগৈ।

খলিফাই চিঞৰিলে, "হেৰ কুকুৰাটো কুকুৰজনীয়ে টানিছেহি।" লেঙেৰী আহিল। ধানৰ ঢেকী সামৰি কুকুৰাটো বাছি-কুটি দিবলৈ ৰূপহীক দিলেগৈ। পুনৰ আহি তামোলৰ বটাটো লৈ বোলে "বংশীক, যে গোটাই ল'ব খুজিছা মোৰ ঘৰতো গাভৰু ছোৱালী এজনী নাই জানো?" "এঃ কথাৰ কথাটোহে কৈছোঁ ঐ, তাক মোৰ ঘৰত ৰাখিলে গাঁৱৰ মানুহে মোক জানো শুদাই এৰিব। আৰু সিও নাথাকে নহয়। ছোৱালী দিব খোজাৰ কাৰণে দদায়েকৰ ঘৰৰ পৰা আহিলে। আকৌ সেই ছোৱালীজনী অহাৰ কাৰণেই মণ্ডলাৰ ঘৰৰ পৰাও আহিব খুজিছে। তাক থাক বুলি ক'লেও নাথাকেহি।" কাপোৰ-কানি পিন্ধাত অসাৱধান হৈ বহি থকাৰ কাৰণে খলিফাৰ ওপৰত লেঙেৰীৰ আকৌ বেলেগ এটা খং উঠিল।

খলিফাৰ ফালে চকু পেন্দোৱাকৈ চাই বোলে,"তুমি হ'বলা বংশীৰ আগত

বজাৰখন মেলি সেইদৰে বহি আছিলা? এনেকুৱা লাজ চৰমৰ মূৰ খোৱা মানুহ পৃথিৱীৰ মই দ্বিতীয় এটা দেখা নাই। হেৰ বেমাৰী হ'লি বুলি লুঙিখনৰ ফটা টুকুৰাও কঁকালৰ ফালে লৈ বহিব নোৱাৰনে? সদায় একেটা কথাকে কৈ নাথাকো দেই। কোনোবা দিনা বুঢ়ীমাৰৰ খং উঠিব, অথবা খৰি লগাই দিম বাপেকে। পুৰি মৰিলেহে তোৰ জ্ঞান আহিব। বাৰী চুকত জুই একুৰা জ্বলাই তাত নঙঠা হৈ বহি থাকগৈ জহনীত যোৱা, দাঁত উলিয়াই হাঁহিছ! তোৰ হাঁহিত ভোল যোৱা মানুহ মই নহওঁ দেই! ডেকা পুতেৰ জীয়েৰৰ আগত তোৰ লাজ লাগিব নাপায়নে।" খলিফাই লুঙিখন টানি-টুনি লৈ ভালকৈ বহিলে। সঁচাকৈয়ে লাজ লগা কথা। তাৰ কাপোৰ বেয়া হৈ আছিল। খঙৰ ভমকত লেঙেৰী গৈ ঘৰৰ মুধ পালেগৈ। লেঙেৰীয়ে বিয়াৰ আগলৈকে খলিফাক নাম কাঢ়ি তই-তোকা কৰিয়েই মাতিছিল। এতিয়াও খং উঠিলে মুখত যিহকে আহে তাকে কয়। তাইৰ গাতো দোষ নাই। লুঙিখন শি দিও বুলি তাই কেইবাদিনো খুজিছিল। তালৈকে আৰু এখন লুঙি সলাই দিবলৈ নাই। আকবৰৰ লুঙি এখন পিন্ধা হ'লেও হ'লহেতেন। তাকো এলাহতে থাকিল। বংশীয়ে তাক সেইদৰে বহি থকা দেখিলে নেকি বাৰু? খলিফাৰ হাঁহিহে উঠিল। নেহাঁহিও নোৱাৰি। জগন্নাথ বেজবৰুৱাৰ ঘৰত সি হালোৱা হৈ থাকোতে এদিন সি সেইদৰে বহি থাকোতে তাই মুখ টিপি টিপি হাঁহিছিল আৰু এতিয়া সেইজনী মানুহেই তাক গালি শপনি দি খঙত টিঙিৰি তুলা হৈছে। প্ৰকৃততে তাৰ ভুল হৈছে। সি বেমাৰী হ'লেও উঠিব নোৱাৰা নহয়। বুঢ়াও হোৱা নাই। আচলতে সি আগৰে অসাৱধান। তাই তাক ধোদ এলাইবাদু সোৰোপা নুবুলি কাক বুলিব? ইচ্ সেইদিনা ঘটনাটো তাৰ জীৱনলৈ মনত থাকিব।

বেজবৰুৱাৰ সকলো কিজনী ছোৱালীয়েই বিয়া হৈ গ'ল। মাজতে তাই থাকি গ'ল। তেতিয়া বেজবৰুৱাৰ ঘৰত মাইকী মানুহ লতিকাহে। ৰন্ধা-বঢ়াৰ পৰা হালোৱা পথৰুৱাক চাহ-জলপান দিয়ালৈকে গোটেই পাকঘৰৰ কাম-কাজ বিলাক তাইয়ে কৰিছিল। বামুণ মানুহ; তল জাতৰ মানুহৰ হাতে ভাত নেখায়। অন্যক পাকঘৰত সোমাবলৈ নিদিয়ে কাৰণে তাইৰ মূৰতে পাকঘৰৰ কামবোৰ হৈছিল। সেইদিনা আবেলি পথাৰলৈ কঠিয়া কঢ়িয়াবলৈ ওলাই সি ডোখৰি পীৰা এখনতে বহি চাহৰ কাৰণে বাট চাই ৰৈ আছিল। লতিকাই চাহ লৈ আহি তাৰ মুখলৈ চাই ৰৈ আছিল। খলিফাৰ বাটি টোত চাহপানীখিনি ঢালি দি তাই তাৰ সন্মুখতে বহি দিলে। কিয় বহিছিল তেতিয়া সি একো বুজা

নাছিল। এবাৰ তাই হাঁহি হাঁহি কৈছিল "এই জহনিত যোৱাটোৰ নাকত চুণ লাগিলে।" কান্ধৰ গামোছাখন লৈ সি মুখখন মোহাৰিছিল। "হৃতচিৰি হোৱা, কাপোৰ ঠিক কৰি বহ।" তাইৰ আগত তাৰ সেইদিনা লাজতে চাহ খাই থাকোতেও ডিঙিতো শুকাই যোৱা যেন লাগিছিল। সি চাহৰ বাটিটো তাতে এৰি আঁতৰি গৈহে লাজ উপশম কৰিছিল। তাৰ পাচত নাকত চুণ লাগিছে বুলি কোৱা কথাটোৰ অৰ্থটো মনত পৰিলেই তাৰ হাঁহি উঠিছিল।

তাৰ পিছৰ পৰাই তাইৰ লগত সেইবোৰ কিবাকিবি আৰম্ভ হৈছিল।

আৰম্ভ হৈছিল মানে তাইহে তাক বাধ্য কৰিছিল। তাই তেতিয়াও ক্ষীণ আছিল, যদিও তেতিয়া তাইৰ গাটো পূৰঠ আছিল। ঠেং এটাহে চুটি, তাৰ বাহিৰে তাইতো দেখিবলৈও সিমান বেয়া নাছিল। তাইৰ ভনীয়েক দুজনীৰ হেনো এতিয়াও বিয়া দিব পৰা চেহেৰা হৈ আছে। ঠেংটো চুটী কাৰণেই দৰা নোলাল। সি থাকোতে তাইৰ দৰা ওলাবনো ক'ত? তাৰ নচিবত তাই লিখা আছিল। খোদাৰ মৰ্জিয়েই হওক বা তাইৰ ভাগ্যৰ কাৰণেই হওক কিন্তু বায়েক-ভনীয়েকহঁতৰ দৰে ধনী মানুহৰ ঘৰলৈ পৰা হ'লে তাই আজিও গাভৰু হৈয়ে থাকিলেহেতেন।

খলিফাৰ ঘৰখনেহে তাইক বুঢ়ী কৰিলে। তাইৰ এই অৱস্থা হোৱাৰ কাৰণে সি নিজেই একমাত্ৰ দায়ী। তাইৰ মুখখন আগৰ পৰাই চোকা। চোকা যদিও তাৰ ঘৰলৈ আহি অভাৱত পৰি তাই দন্দুৰীও হ'ল। মুখখনো বেছি চোকা হ'ল। মৌজাদাৰৰ ঘৰৰ কপাহৰ জোলা যেন লতিকাজনী তাৰ লগলৈ অহাৰ কাৰণে খেৰ শুকুৱাদি শুকাল। সি তাইক ৰাখিব নাজানিলে। মৌজাদাৰৰ জীয়েকৰ মূল্য সি নুবুজিলে। পৃথিৱীত তাতকৈ যেন কাপুৰুষ কোনো নাই। খলিফাৰ মনটো সেমেকি উঠিল। জুইৰ দাঁতিত পাৰি থোৱা বস্তাখনতে সি শুই পৰিল। চাদিখনৰ এলান্ধু বোৰৰ ৰংটোৰ দৰে খলিফাৰ বুকুৰ ভিতৰখনো যেন কলা পৰি গ'ল।

আকবৰ-বংশীহঁতে দেহাৰ এফাল কৰি ৰাইজৰ কামত নামিছে। সিহঁতি বাৰু এলান্ধুকলীয়া মনৰ হাঁ-হুতাশাবোৰ আঁতৰ কৰি তাৰ ৰং সলনি কৰিব পাৰিবগৈ নে কেতিয়াবা? বহুত দিন লাগিব ছাগৈ। খলিফাই সেই নতুন ৰংঙৰ বোল সনা হাঁহি মুখৰ আকবৰহঁতক নেদেখিব ছাগৈ।

□□

॥ ন ॥

মাষ্টৰৰ অকাট্য যুক্তিৰ ওপৰত বংশীৰ কথা নৰজিল। "মানুহে ক'বই। কোৱাৰ মাজতে নিজকে নিস্কলুষ বুলি প্ৰতিষ্ঠিত কৰিব পৰাটোহে প্ৰকৃত মানুহৰ কাম। চৰিত্ৰ হনন হোৱাৰ ভয়ত কাপুৰুষৰ ভেশ ধৰিলে নিজৰ চৰিত্ৰৰ ওপৰতো বিশ্বাস নোহোৱা বুলি বুজাব। তদুপৰি ছোৱালীজনীক নিজৰ ভনীয়েক বুলি ভাবি ল'লে বেয়া ভাব অহা দূৰৰে কথা দুখীয়াৰ দুখ বুজা হ'ব।"

বংশী মংলাৰ ঘৰৰ পৰা আঁতৰি যোৱাতো নহ'ল। কিন্তু প্ৰথম অৱস্থাত যিটো উৎসাহ-উদ্দীপনাৰে মাষ্টৰৰ লগত আলোচনাত বহিবলৈ গৈছিল, দিন যোৱাৰ লগে লগে তাৰ ইচ্ছা কমি আহিছে যেন বংশীৰ নিজৰ ধাৰণা হৈছে। আচলতে সি জালুকণিলৈ অহাৰ পৰাই যোগাযোগ ঠিকমতে হোৱা নাই। মংলাৰ ঘৰত মাত্ৰ চাৰি-পাঁচ দিন সিহঁত বহিছিলে। ৰাতি গণেশৰ বাঁহনিখন পাৰ হোৱাৰ অসুবিধাৰ কাৰণে বহিব পৰা নাই। মংলা কেতিয়াবা ৰাতি নাহেই। ফুলেশ্বৰীক গধূলি অকলে এৰি যাবলৈকো বংশীয়ে ভালপোৱা নাই। ইফালে দহদিনমানৰ পৰা যিহে জাগল পাতিছে গধূলি ওলাবলৈকে মন নাযায়। এদিন গধূলি ঘৰত নথকাৰ কাৰণে বলোৰাম আহি মংলাক ধমকি দিলেহি। গধূলি মদ অলপ অলপ খুৱাই মংলাক ফুচুলাই ৰাখিবৰ কাৰণে বলোৰামে ফুলেশ্বৰীৰ হাতত মদৰ বটল মাজে মাজে দি যায়হি। সেইটো বুদ্ধিত কিছু কাম হৈছে। গধূলি মংলা বাহিৰলৈ নোযোৱা হৈছে। সেইটো সুবিধাতে আকবৰৰ ঘৰত আকৌ আলোচনা আৰম্ভ কৰিছে। মাষ্টৰে কিতাপ একোখন হাতত লৈ আহে। তাৰ পৰা চাই চাই মাজে মাজে আৱশ্যকীয় কথা কিছুমান পঢ়ি শুনাই। কেইদিনমান ধাৰাবাহিকভাৱেই সিহঁত অহা হৈছে। আজিকালি মুহিৰাম আৰু কঠীৰ বদলি সোণধৰ আৰু ফটিক জাপিসজিয়াৰ পৰা আহে। তেওঁলোক দুয়ো ল'ৰা ছোৱালী থকা যদিও সাহস কৰি ওলাই আহিছে। ভৱধৰ মাষ্টৰ নাহিলে।

আকবৰৰ কোঠাটোত সাত-আঁঠটামান মানুহে থিয় হৈহে থাকিব পাৰে। সেইটো ঘৰতে মানুহখিনি কাজুলী জপাদি জাপি বহে। অৱশ্যে বতৰ ডাৱৰীয়া হৈ থকাৰ কাৰণেহে পাৰিছে। প্ৰতিদিনে আকবৰে মাকৰ বকনি খায়। সদায়

বকনি শুনি শুনি আকবৰে সেইবোৰ হজম কৰিব পৰা হৈছে। বিশেষকৈ মাষ্টৰ বহা ঠাইত পাৰি দিয়া বিচনা চাদৰখনত সদায় বোকা লগাৰ কাৰণে; বিচনাত ভৰি তুলি নবহিব বুলি মাষ্টৰক ক'বলৈ ৰূপহীয়ে আকবৰক কৈ আছে। সি একো নকয়। এদিন চিগাৰেট খাই মাষ্টৰে বিছনা চাদৰখন অলপ পুৰিলেও। আকবৰক বিচনা চাদৰখন ৰূপহীয়ে বৈ দিয়া। সেই কাৰণে বিচনা চাদৰখনৰ আলৈ-আথানি তাই সহিব নোৱাৰে। তাই মাকক নি দেখুৱালে। সেইদিনা আকবৰক মায়েকে মাৰিবলৈহে বাকী থাকিল।

ৰূপহীয়ে আলোচনাবোৰ শুনি ভাল পাই বুলি আকবৰে জানে। কাৰণ তাই সদায় বেৰৰ দাঁতিত বৈ শুনি থকা আকবৰে প্ৰায়ে দেখিছে। তাইকো আলোচনাৰ মাজলৈ মাতিবলৈ মাষ্টৰেও কৈছিল। মায়েকে নিদিয়ে, কাৰণ তাই হেনো ছোৱালী হৈ ককায়েক কংসৰ লগত কাজিয়া আৰম্ভ কৰিব খোজাতো লেণ্ডেৰীয়ে সহিব নোৱাৰে। হেজাৰ হ'লেও একেজনী মাক, একেটা বাপেকৰ পৰাই জন্ম হোৱা নিজৰ ককায়েক।

আকবৰক সদায় কৈ আছে, "বাঘৰ পোকৰত আঙুলি ভৰাবলৈ গ'লে মূৰটো বাঘৰ মুখত যাব।" আকবৰে জেল খাবলগীয়া হ'লে ঘৰখনৰ মানুহ জাকৰ মহা বিলৈ হ'ব। আকবৰে মায়েকৰ কথা নুশুনাখ ভাও ধৰি থাকে। ৰূপহীয়ে পিচত লেণ্ডেৰীৰ লগত তৰ্ক আৰম্ভ কৰে। অকল তাইৰ ককায়েকই সেইবোৰত লগা নাই। মাষ্টৰ, ইমান পঢ়া-শুনা থকা বুঢ়া মানুহজন লাগিছে যেতিয়া নিশ্চয় কিবা এটা হ'বই। তাইও মায়েকৰ গালি খায় "যা তয়ো মূলাগাভৰু হৈ বাপেৰহঁতৰ লগত যুদ্ধ কৰগৈ" বুলি বকে। খলিফাই ৰূপহীৰ পক্ষ লৈ লেণ্ডেৰীক মনে মনে থাকিবলৈ কয়। সেইদিনা গধূলি মাষ্টৰ আকবৰৰ কোঠাৰ পৰা ওলাই আহি ৰূপহীক বেৰৰ দাঁতিত কথা শুনি বৈ থকা দেখি তাতে বহিবলৈ মাতি নিব খুজিছিলে। খলিফাৰ ওচৰতে বহি লেণ্ডেৰীয়ে গোজগোজাই আছিল কাৰণেহে নামাতিলে।

মাষ্টৰে যেন কদোৰ বাহতহে জুই দিলে। উচাৎ মাৰি গৈ লেণ্ডেৰীয়ে বোলে, "বিবেকা দাদা, আপুনি নিজে পঢ়োৱা এই ফুকলীয়া ল'ৰাকেইটাৰ পিছে পিছে ঘূৰি ককাইদেউৰ মাটি-বাৰী কাঢ়ি ল'বলৈ যে উচতাই দিছে, তাৰ পৰা আপোনাৰ কি লাভ হ'ব? বংশীৰ আগলৈও নাই পিছলৈও নাই। কালিলৈ যদি আকবৰক থানাত সুমুৱাই থয়গৈ, আপুনি মোৰ ঘৰখনৰ খৰচ-পাতি দিব?

নলগা জেগুত লাগি আপোনাৰ মান সন্মান গৈছেই। মোৰ পেটত কথা নেথাকে কাৰণে কৈ দিছো। আপুনি কাৰোবাৰ হাতৰ মাৰ খাইহে লাগে।" লেণ্ডেৰীৰ কথা শুনি মাষ্টৰে পাতলকৈ হাঁহি ক'লে, "আমি যিবোৰ কথা আলোচনা কৰিছো সেইবোৰ এটা মানুহৰ বিপক্ষে নহয় লতিকা। দেশৰ সকলো দুখীয়া ৰাইজৰ কাৰণেহে আলোচনা হৈছে। ভবা মানুহ বহুত আছে ; কিন্তু হাতে-কামে লগা মানুহ নাই কাৰণে আমি নিজে ওলাই আহিছো।" মাষ্টৰৰ কথা শেষ নহ'লেই।

আকবৰে বোলে "তোৰ ককায়েৰৰ মাটি কাঢ়ি লওঁ বুলি তোৰ গাৰ পোৰণি উঠিছে নেকি? এতিয়া তই খলিফাৰ তিৰোতা নে কংসৰ ভনীয়েক? তই আকবৰৰ মাক হৈ চাবক কথা কৈছনে, কংসৰ ভনীয়েক হৈ কথা কৈছ?"

মাষ্টৰে আকবৰক মুখেৰে নামাতিবি বুলি হাতেৰে দেখুৱাই ক'লে, "লতিকা, তুমি কংসৰ ভনীয়েক হৈ জন্ম লৈছিলা যদিও তুমি খলিফাৰ পৰিবাৰ লেণ্ডেৰীহে। যিহেতু কংসৰ ভনীয়েক বুলি চিনাকী দিবলৈ বৰ্ত্তমানে তোমাৰ আগৰ নামটোও লুপ্ত হৈ গ'ল। কৃষকৰ গৃহিণী হৈ লেণ্ডেৰী হ'লা। তুমি আগতে যিয়েই নাছিলা, এতিয়া কিন্তু আকবৰৰ দৰে খাতি খোৱা খেতিয়কৰ মাক, আৰু তুমি সকলো কথা চিন্তা কৰিব লাগিব তোমাৰ বৰ্ত্তমান অৱস্থাটোৰ অৱসান ঘটাবৰ কাৰণে। ককায়েৰ নালাগে তোমাৰ বাপেৰ হ'লেও তেওঁ যদি তোমাৰ শত্ৰুতা কৰে, তেওঁ তোমাৰ কেতিয়াও প্ৰকৃত পিতৃ হ'ব নোৱাৰে। অতীতৰ সুখৰ সংসাৰৰ চিন্তা বাদ দি তুমি বৰ্ত্তমানৰ হাঁহাকাৰ অৱস্থাৰ কথা চিন্তা কৰি তাৰ পৰা মুক্তি পোৱাৰ উপায়ৰ পথ বিচাৰিব লাগিব।" ক্ষন্তেক সকলো মনে মনে থাকিল। মাষ্টৰে বুজিলে এফালে ভাতৃ স্নেহ আৰু আনফালে নিজৰ পৰিয়ালৰ মাজৰ পাৰ্থক্য বুজিও লেণ্ডেৰী অবুজন হোৱা মানে জাতাভিমান গোৱামী লেণ্ডেৰীৰ গাত এতিয়াও আছে। শত্ৰু মিত্ৰৰ কথা লেণ্ডেৰীয়ে এতিয়াও বুজা নাই। স্বাভাৱিক কথা, শতকৰা এজন ধনীৰ ঘৰৰ ল'ৰাইও অন্তৰেৰে দৰিদ্ৰতা দূৰীকৰণৰ চিন্তা নকৰে। কাৰ্পেটৰ ওপৰৰ পৰা বোকাত নমাৰ কথা চিন্তা কৰাটোও অস্বাভাৱিক।

বংশীয়ে বোলে "ছাৰ খুৰীয়ে কথাবোৰ বুজা নাই আৰু আমি তেওঁক ভাণ্ডিপাতি কোৱাও নাই। মই এদিন বুজাই ক'ম। আপুনি কি ক'ব খুজিছে কওঁক।"

কিতাপ পঢ়া বন্ধ কৰি মাষ্টৰে কথা আৰম্ভ কৰিলে। মাষ্টৰে দান কৰিব খোজা মাটি টুকুৰাত এখন হস্পিতেল পতাৰ ওপৰত আলোচনা চলিল। তিনি বিঘা মাটিৰ বাৰীখন মাষ্টৰে দান কৰিবলৈ এটা অনুষ্ঠান লাগে। কৃষক পৰিষদ এখন যদি আলোচনা কৰামতেই গঠন হয় তেন্তে সেই পৰিষদৰ নামতে মাষ্টৰে মাটি টুকুৰা ৰেজিষ্টাৰ কৰি দিব। কিন্তু অন্য দহোটা অনুষ্ঠানৰ দৰে তাচ খেল, মদখোৰা, এবছৰতে মৰি শেষ হোৱা কৃষক পৰিষদক তেওঁ মাটি দান নকৰে। কৃষক পৰিষদে কাম কৰি দেখুৱাই ৰাইজৰ আস্থাভাজন হ'ব লাগিব। কৃষকৰ উন্নতিৰ কাৰণে সেই পৰিষদে কৰ্ম্মসূচী তৈয়াৰ কৰি কাম কৰি দেখুৱাব লাগিব। এখন হস্পিতেল গাঁওকিখনৰ মাজত কৃষকক জীয়াই ৰাখিবলৈ অপৰিহাৰ্য্য বস্তু। তাৰ পিছত স্কুল, ক্লাব, ৰঙ্গমঞ্চ, সাহিত্য ইত্যাদি বিভিন্ন দিশত কৃষক পৰিষদে যদিও কাম কৰিব লাগিব; তথাপি কৃষক পৰিষদৰ মুখ্য কাম হ'ব লাগিব ভূমি সমস্যাৰ সমাধান কৰা। ধান পকালৈ সময় আছে। এই সময়ছোৱাতে সংগঠনটো গঢ়িলৈ হস্পিতেলৰ কাম আগবঢ়াই নিবলৈ দীঘলাইতক মাষ্টৰে বাৰে বাৰে ক'লে। গুৱাহাটী, তেজপুৰৰ মানুহ আহি অথবা চৰকাৰে কোনো দিনেই এইবোৰ কাম দাংধৰা অঞ্চলত কৰি নিদিয়েহি। এইবোৰ নিজৰ সমস্যা নিজেই সমাধান কৰিবলৈ শক্তিশালী এটা কৃষক সংগঠন কৰিবলৈ সকলো ৰাইজকে গোট খুৱাই অতি সোনকালে এখন ৰাজহুৱা সভা আহ্বান কৰাৰ কথাত মাষ্টৰে জোৰ দিলে। মাষ্টৰে কৈ আছিল। মাজতে দীঘলাই "এটা কথা নহয় চাৰ, মই অৱশ্যে আপোনালোকৰ লগ লোৱা বেছি দিন হোৱা নাই। নাই যদিও বয়সত সিহঁতকৈ ডাঙৰ, আৰু ডাঙৰ হিচাপে এটা কথা আপোনাক সোধো। সিহঁতি কৈ আছে বোলে বুজা কথাবোৰো সিহঁতি পাহৰি গৈছে। কিম্বা কাম এটাত ধৰাই দি এইদৰে বহাৰ ব্যৱস্থা কৰিলে কেনেকুৱা হ'ব?"

মাষ্টৰে বোলে "তাকেইটো কৈছো। কাম আৰম্ভ কৰিবলৈ এখন কমিটি লাগিব। ধান কটাৰ সময়ত আমাৰ মূল কাম আৰম্ভ কৰিব সেই সমিতিয়ে।" মাষ্টৰে ঘৰলৈ যাবলৈ হাতত ছাতিটো লৈ উঠিছিলেই। মূৰত জাপি এটা লৈ পুহিতা বুঢ়ী পিঠিত নাতিনীয়েকটো বান্ধি ৰাতিখন বৰধুণত অহা দেখি মাষ্টৰ আচৰিত হৈ ৰ'ল। বোৱাৰীয়েক টেপৰীয়েও কোচত এটা কেচুৱা লৈ বুঢ়ীৰ আঁৰত বৈ আছে। বুঢ়ীক মাষ্টৰে দৰ্খাস্ত এখন লিখি দিব লাগে। কেইবাদিনো মাষ্টৰৰ ঘৰলৈ গৈ বুঢ়ীয়ে মাষ্টৰক লগ পোৱা নাই। বুঢ়ীৰ হাতৰ পৰা কাগজখন

লৈ মাষ্টৰে পঢ়ি ছালে। চৰকাৰী পেঞ্চনৰ দৰ্খাস্তৰ কাৰণে আহিছে। মাষ্টৰে ক'লে "এইবোৰ মোৰ কাম নহয় বাইটি। এম. এল. এ. মিনিষ্টাৰেহে পেঞ্চন দিব। কংসৰ ওচৰলৈকে লৈ যোৱাচোন। তেওঁ এইবোৰৰ ভূ-ভা পাব পাৰে।"

দীঘলাই বোলে "এৰা তেওঁহে পাৰিব। সেইবোৰ কাৰোবাক কাৰোবাক দিয়া বুলি শুনিছো।" পুহিতাই বোলে, "তাৰ ওচৰলৈ গৈ এখুন্দা লাগিছে সেই কাগজখনকে উলিয়াই আনিছো। ক'ৰ বঙালী দেচোৱালীৰে পৰা তাৰ ঘৰত কাম কৰা চাকৰেও পেঞ্চন খাইছে। আৰু মই ভাবুলী বুঢ়ীজনীৰ নামটোকে হেনো সি পাহৰিলে। জানিছ দীঘলা, অমুকি পুহিতাই তাহানি সাতখন গাওঁ বিচাৰি তাক ভীমকল যোগাৰ কৰি খুৱাইছিলোহি। পুহিতা এদিন নগ'লেই বেজবৰুৱানীয়ে মানুহ পঠিয়াই ধৰাই আনে। ঢেঁকীৰ ধান বনাৰ পৰা কাপোৰ কানি, কাঁহবাতি ধোৱাৰ পৰা পুহিতা ন'হলে তেওঁৰ ঘৰত নহৈছিলেই। আজি সেইজনী পুহিতাই তাৰে একেখন গাঁৱতে গেলি-পচি মৰিছো। সি বোলে "তইনো ক'ত মৰি আছিলি?" তাৰ কথাখন চোৱা! খঙৰ ভমকত মুখত যি আহে উজাৰি দিলো বুঢ়ীমাকে। তাৰ আগত মই কিবা কথা ক'বলৈ ভয় কৰা জনী নেকি? মই হেনো সোমাইহে আছিলো। হে'ৰ মগনীয়া মানুহ মই। দিয়া বোপাই, দিয়া মোৰ সোন। এই চাৰিটা প্ৰাণীৰ আশীৰ্বাদ পাবা মোৰ বোপাই।" পুহিতাৰ জয়দেৱ কাকুতি শুনি মাষ্টৰে বোলে, "বাইটি, তুমি মোক ইমান কাকুতি কৰিব নালাগে। মই কাগজখন ভৰ্ত্তি কৰি থম কালিলৈ লৈ যাবাহি। কিন্তু এইবোৰ পেঞ্চননো কিমান দিনলৈ দিব? মন গ'লে চৰকাৰে বন্ধ কৰি দিব। আৰু পালেও সেইকেইটা পইচাৰে তোমাৰ জাতো যাব, পেটো নভৰিব। পেঞ্চন পাইছা বুলি দিয়াইও নিদিয়া হ'ব।" পুহিতাই বোলে, "পিছৰ কথা পিছ বোপাই, এই বোৱাৰীজনীৰ বেমাৰ বাতিৰলৈকে মোক পইচা কেইটামান লাগে। তাই ভাল হ'লেহে নাতি-পোৱালীহাল উঠিব। নহয়নে কি কব সোণধৰ? সোণধৰে বোলে "তেখেতে কালিলৈ তোক আহিবলৈ কৈছে। আহি লৈ যাবিহি, পেহী। আমিও যাওঁ। আৰু যাব যদি একেলগে ব'ল।" পুহিতাই মাষ্টৰক বহুতদিন জীয়াই থাকিবলৈ আশীৰ্বাদ এজোলোকা দি সোণধৰহঁতৰ লগত গ'লগৈ। মাষ্টৰে লেমটোৰ পোহৰত পুহিতাৰ গাৰ আঁৰ লৈ থিয় হৈ থকা টেপৰীলৈ কেইবাবাৰো নিৰীক্ষণ কৰিলে।

সিহঁত যোৱাৰ পাচত এটা হুমুনিয়াহ পেলাই মাষ্টৰে বোলে, "দীঘলা কি দেখিলা?"

দীঘলাই বোলে, "বুঢ়ীয়ে ঠিকেই কৈছে চাৰ, আজিকালি চৰকাৰী গুণ্ডাবোৰে ওপৰলৈ চায়। তলৰবোৰ নেদেখে।"

মাষ্টৰে বোলে "মই এম.এল.এ.ৰ কথা কোৱা নাই। তোমালোকে কৃষক সমাজৰ সঁচা ছবিখন দেখিলানে বুলিহে সুধিছো। সদায় দেখি দেখি তোমালোক নেদেখা হৈ গৈছা। পঁচিশ-ছাব্বিশ বছৰীয়া এজনী গাভৰু ছোৱালী। তাইৰ বয়সৰ ধনীৰ দুলাৰীহঁতৰ বিয়া বাৰু এতিয়াও হোৱা নাই। কৃষকৰ ঘৰৰ ছোৱালী কাৰণে মূৰেও তেল অকণ নেদেখাকৈ, চুলিয়ে ফণী নেদেখাকৈ, গা ঢাকিবলৈ এডোখৰ কাপোৰ নোহোৱাকৈ তাই বুঢ়ী হ'ল। তাই তোমালোকৰ আগত নিজৰ অৱস্থাটো দেখুৱাবলৈ লাজ পাইহে বুঢ়ীৰ আঁৰত লুকাই আছিল। যৌৱন কেতিয়া আহিল, কেনি গ'ল গম নোপোৱা তাইৰ দৰে হাজাৰ হাজাৰ গাভৰুৱে "পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ" গাইছে। মৰিবলৈ ভয় নকৰা জীৱ পৃথিৱীতেই নাই। অথচ প্ৰতি মুহূৰ্ততে তাইক মাৰি নিয়াৰ কাৰণে ঈশ্বৰক খাটিছে। তাইৰ দৰে লাখ লাখ মানুহে জীয়াই থকাৰ সুবিধাখিনি নাপায়। সিহঁতে মৰি মৰিও জীয়াই থাকিবলৈ চেষ্টা কৰিছে। প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত কৰাসকলৰ কবলৰ পৰা মুক্তি পাবলৈ অহৰহ পথ বিচাৰিছে। এইয়া এন্ধাৰ ৰাতি, এই বোকাত, ৰৰষুণৰ মাজত, কোলাত কেঁচুৱা বান্ধি পাৰ কৰা ৰঘুনাথ মুখেৰে গোৱা তিৰোতাই কাৰ্য্যৰে মৰি মৰি জীয়াই থাকিবলৈ কৰা চেষ্টাৰ নিদৰ্শন তোমালোকৰ আগত দেখুৱাই থৈ গ'ল। তোমালোকে সিহঁতক পথৰ সন্ধান দিয়া। সিহঁতক বঞ্চিত কৰা দৈত্যহঁতৰ দেৱালখন যিমানেই দুৰ্লঙ্ঘ্য নহওঁক, সেই দেৱাল সিহঁতে ভাঙি চুৰমাৰ কৰি পাৰ হৈ যাব। আজি তিনিমাহ আলোচনা চলিল। এতিয়া সাৰবস্তুবিলাক খামুচি ধৰি কৰ্মক্ষেত্ৰত তোমালোক আগবাঢ়িবলৈ কঁকালত টঙালি বান্ধাহঁক। মই যাওঁ।" মাষ্টৰে ছাতিটো মেলি টৰ্চ এটা জ্বলাই ৰৰষুণৰ মাজতে ওলাই গ'ল। দীঘলাই বোলে, "মাষ্টৰে বাইজ গোট খুৱাবলৈ কৈছে হয়, পিছে ভাদমহীয়া নাম শেষ নহ'লে বাইজক গোট খুৱাব নোৱাৰি দেই বংশী।" বংশীয়ে বোলে "ত্ৰাহি গোপাল কৃপাল স্বামী, মজিলো ভৱ জলধিত আমি।" মানে কি কৈছে বুলি নামঘৰত তুমি আৰম্ভ কৰি তাৰ পৰাই কথাবোৰ উলিয়াবা ককাইদেউ। মাষ্টৰকো সেইদিনা নামঘৰলৈ টানি আজুৰি হ'লেও লৈ যাম।" দীঘলাই বোলে, "নামঘৰ এটা হ'লেহে? আঠাইকিখন গাঁৱৰ মানুহক ভাদমহীয়া নামঘৰত একে ঠাইতে কেনেকৈ গোটাবি? বৰুৱে

বোলে "গুৰু এজনাই, নাম কীৰ্ত্তন একোবোৰেই। এদিন ডাঙৰকৈ কোনোবা এটা নামঘৰতে নাম পাতো। তেতিয়াও নাহিবনে?" বংশীয়ে বোলে, "তেনেকুৱা বুদ্ধি নকৰিলে বুঢ়াবোৰ নাহে, পিছে ডেকাজাককহে আচলতে গোট খুৱাব লাগে।" শেষ সিদ্ধান্ত একো নহ'লগৈ। সেইবোৰ কথাকে পাতি সিহঁত সেইদিনা বহুত ৰাতিলৈকে থাকিল।

* * * *

পিছদিনা মাষ্টৰৰ ঘটনাটো শুনি কণ্ঠিয়েও সহ্য কৰিব নোৱাৰিলে। তাৰ চাকৰি গলেও যাব, আকবৰহঁতৰ লগত সি মাষ্টৰৰ ঘৰলৈ আহিল। মাষ্টৰ বিচনাত পৰি আছে। বংশীৰ সৰ্ব্বশৰীৰত কপনি উঠিলে। মাষ্টৰক কিয় মাৰিলে? মাষ্টৰৰ অবস্থা দেখি তাৰ চকুৰ পৰা যেন জুইহে ওলাব। "ছাৰ" বংশীয়ে মাত দিলে। মাষ্টৰে চকু মেলিবলৈ চেষ্টা কৰিলে। "বহাহঁক।" বংশীয়ে মাষ্টৰৰ মূৰত হাত ফুৰাই দি সুধিলে "ঘটনাটো ক'ত হ'ল ছাৰ?" মাষ্টৰে সেহাই সেহাই অস্পষ্টকৈ ক'লে "ঠাই ডোখৰ দেখিনো কি কৰিবি? ঘৰৰ ওচৰতে।" কেনেকৈ কি হৈছিল মাষ্টৰৰ মুখৰ পৰা থুলমূলভাৱে সিহঁতে যি গম পালে, দুটা মানুহ ৰাষ্টাত বৈ আছিল। এন্ধাৰত টৰ্চ মাৰি হাতৰ মেলা ছাতিৰে মাষ্টৰ আহি থকা দেখি সিহঁতি চাইকেলত উঠি মাষ্টৰৰ ফালে আগবাঢ়িল। এটাই মাষ্টৰক খুন্দা মাৰি নিজেও পৰি গ'ল। তাৰ পাছত দুয়োটাই ধৰি সোধ-পোছ নাই "কণা বুঢ়া নেদেখা নেকি?" বুলি ঘুচিয়াই চৰিয়াই মাষ্টৰক পেলাই থৈ গুচি গ'ল। লাইট জ্বলাই নিজৰ দাঁতিয়েদি যোৱা মানুহজনকে মাৰিলে। ডকাইতি কৰা ল'ৰাও গাঁৱত আছে; কিন্তু মাষ্টৰৰ হেনো জেপ পৰ্য্যন্ত সিহঁতি চোৱা নাই। বংশীৰ মনৰ খু-দুৱনি নমৰিল। "চাৰ মানুহ দুটাক আপুনি চিনি পাইছিলেনে?" "পাইছিলো সিহঁত দোষী নহয়। হুকুমত কাম কৰা মানুহ। মানুহকেইটা তইঁতৰ দৰে খাতি খোৱা মানুহ। শাৰীৰিকভাৱে মই কষ্ট পাইছো যদিও মোক মানসিক যন্ত্ৰনাইহে বেছি কষ্ট দিছে। আমি আৰম্ভ কৰাৰ আগতে শত্ৰুহঁতে অভিযান আৰম্ভ কৰি দিলে। পঢ়া কথাবোৰ মনত পেলাইছো। এনেকুৱা দমন, পীড়ণ অতীতৰ পৰাই চলি আহিছে।" বংশীহঁতে মাষ্টৰৰ কথা কওঁতে কষ্ট হোৱাৰ কাৰণে কথা নাপাতো বুলি ঠিক কৰিছিল। মাষ্টৰৰ মুখ কিন্তু বন্ধ নহ'ল। "আদিম সাম্যবাদী সমাজ ব্যৱস্থাৰ শেষৰফালে যেতিয়া বহিখোৱা এদলৰ সৃষ্টি হ'ল, তেতিয়াই

এই গুণ্ডা বাহিনীৰ জন্ম হৈছিল। দলপতিৰ নিৰাপত্তাৰ ভাৰ লৈও যেতিয়া গুণ্ডা বাহিনীয়ে খাটিখোৱা মানুহৰ পৰা বহিখোৱাক ৰক্ষা কৰিব নোৱাৰা হৈছিল, তেতিয়াই সৃষ্টি হৈছিল ঈশ্বৰৰ অস্তিত্ব। সৃষ্টিৰ ৰহস্য বুজিব নোৱাৰা বৰ্ব্বৰ খাটিখোৱা মানৱক দমন কৰা হৈছিল। এইটো অভিনৱ কৌশলেৰে ঈশ্বৰৰ মায়াজাল আৰু পুলিচ নামৰ গুণ্ডা বাহিনীৰ হতুৱাই খাটিখোৱা মানুহখিনিক দমন কৰিবলৈ ব্যৱহাৰ কৰা ব্যৱস্থা চলি আছে। সেইদৰেই খাটিখোৱাৰ ভয়ত বহি খোৱাইঁতে একোটা সৰুবৰ বাহিনী ৰাখিবই লাগিব। সিহঁতি জানে, সিহঁতে কৰা অন্যায়ৰ বিৰুদ্ধে যেইকোনো মুহূৰ্ত্তত নিপীড়িত জনগণে হুংকাৰ কৰি উঠিব পাৰে।" মাষ্টৰে কথাবোৰ মালা গথাৰ দৰে অনৰ্গল কৈ থকাৰ কাৰণে উপায় নাপায় সিহঁতি কেইটা আঁতৰি গৈছিল। মাষ্টৰে কৈয়ে আছে। বকুল আহি "ছাৰ আমি যাওঁ" বোলাতহে মাষ্টৰৰ মুখ বন্ধ হৈছে। ডাক্তৰ অনাৰ কাৰণে বকুলক পঠিয়াই মাষ্টৰৰ পৰিচৰ্য্যাৰ কাৰণে বংশী মাষ্টৰৰ ঘৰত থাকিল। আকবৰহঁত যোৱাৰ পাছত বংশীয়ে মাষ্টৰক খাবলৈ আনি দিলেহি। মাষ্টৰে আকৌ আৰম্ভ কৰিলে। "সিহঁত গ'লগৈ যদিও তই শুন, বংশী। কংস, ৰামধাৰীৰ গুণ্ডা বাহিনীয়ে প্ৰাথমিক পৰ্য্যায়ত মোৰ ওপৰতেই আৰম্ভ কৰিছে, তহঁতক ভয় খুৱাবলৈ। সিহঁতে এই কথাও জানে যে মোক মাৰ কিল কৰাৰ কাৰণে প্ৰতিশোধ ল'বলৈ ফেৰপাতি ধৰিবি। তহঁতে ফেৰপাতি ধৰাৰ পাছত বিভিন্ন উপায়েৰে নিজৰ মানুহকেই নিজেই ঘাইল কৰি সিহঁতে ভাড়াতীয়া গুণ্ডা বাহিনী মকৰল কৰিব। তাৰ মানেই তহঁতৰ সকলো প্ৰস্তুতি আৰম্ভণিতে শেষ কৰি দিব।" বংশীয়ে প্ৰকৃততেই প্ৰতিশোধৰ ভাব এটা লৈ আছিল যদিও মাষ্টৰৰ কথাবোৰ শুনি বেছিকৈ চিন্তা কৰিবলৈ আৰু বেচিকৈ উদ্যমেৰে আগবাঢ়িবলৈ যেন অনুপ্ৰেৰণাহে পালে। মাষ্টৰৰ কথা কোৱা বন্ধ কৰিবৰ কাৰণে বংশী ভিতৰলৈ গ'লতহে মাষ্টৰৰ কথা বন্ধ হৈছিল।

* * * *

কেইদিনমান যোৱাৰ পিছত মাষ্টৰে ঘূৰাঘূৰি কৰিছে যদিও ঘৰৰ পৰা বাহিৰ হোৱা নাই। বংশীয়ে চাৰিদিন মাষ্টৰৰ আলপৈচান ধৰাৰ পাচত সেইদিনা আকবৰৰ ঘৰত আটাইকেইটা লগ খাইছেহি। অৱশ্যে মাষ্টৰৰ ঘৰলৈ প্ৰতিদিনেই যোৱাৰ কাৰণে সিহঁতে এটা সিদ্ধান্তত উপনীত হ'ব পাৰিছে। আধি মাটিৰ ধান

এইবাৰ দীঘলা আৰু আকবৰে কংসক নিদিয়ে। বকুলেও ধান নিদিওঁ বুলি খামাখা বাপেকক কৈ আহিছে। তেওঁলোক তিনিওঁজনে প্ৰথমে সংগ্ৰাম আৰম্ভ কৰিব। আগৰ কথামতেই কাম কৰিব। মালিকক খবৰ নিদিয়ে। ধান কাটিব, বাহিৰে বাহিৰে ঘৰলৈ লৈ আহিব। মাষ্টৰে ৰাইজৰ কাৰণে মাৰ খাইছে বুলি কৈ সিহঁতে খন্দুৱা খোৱা, আধি খোৱা মানুহ যাকে পাই তাকেই কৈছে। কিন্তু ধান দিয়া নিদিয়াৰ কথা একো কোৱা নাই। সময়ত ক'ব। ধান পকালৈ ডেৰমাহমান সময় বাকী আছে। সেই সময়চোৱাত ফিচাৰিলৈ বুলি বহুত বছৰ পেলাই থোৱা পঞ্চায়তৰ মাটিখিনি হাবি ভাঙি হালকোৰ মাৰি আহুধানৰ কাৰণে উলিয়াবলৈ বংশীহঁতে মনস্থ কৰিছিল। তাতো মাষ্টৰে বাধা কৰিছে। চৰকাৰী মাটি দখল কৰিবলৈ গ'লে চৰকাৰৰ লগত লাগি লোৱা হ'ব আৰু ইফালে আচল গৃহ শত্ৰুকেইটা ফাকে ফাকে সাৰিব। মাষ্টৰৰ মতে দুদিন দেৰিয়েই হওঁক। এই সময়খিনি ব্যৱহাৰ কৰি ভাল কৈ সিহঁতে সক্ষম হ'ব পাৰিব। ৰামধাৰী, গদাধৰ, গোহাঁই, কংসহঁতৰ আধি খন্দুৱা দিয়া সমুদায় মাটিৰ দখল বাৰমাহে নিজৰ হাতত ৰাখিবলৈ মাষ্টৰে বংশীৰ আগত আৰু এটা ভাল পৰামৰ্শ দি পঠিয়াইছে। ধান দোৱাৰ পিছত কৃষক পৰিষদে আধি খন্দুৱাত দিয়া মাটিত টেক্টৰ ভাড়ালৈ আনি হাল বোৱাই আহু ধান কৰক। আহু ধানৰ আচল তিনি ভাগৰ এভাগ আধি খন্দুৱা খোৱাক বিনামূল্যে দি সহায় কৰক। অহা বছৰ খেতিৰ কাৰণে পৰিষদে আধি খন্দুৱাত খোৱা মাটিখিনি টেক্টৰেৰে বিনামূলীয়াকৈ এচাহ হাল বোৱাই দিয়ক। যিকোনো উপায়েৰে খেতিয়কে আধি খন্দুৱাত বোৱা মাটিত শস্য কৰি আবদ্ধ কৰি ৰাখিবই লাগিব। মাষ্টৰৰ কথাবোৰ শুনিবলৈ ভাল হৈছে যদিও বকুলে বোলে, "গছত কঁঠাল, ওঁঠত তেল, নৌ-খাওঁতেহ চেলবেল। মাটি দখললৈ অহাই নাই, দখল লোৱাৰ পিচত কি কৰিব লাগিব সেইটো কথা চিন্তা কৰিছে। টোপনিত ৰজা হোৱাৰ কথা এতিয়া থ বংশী।" কি টোপনিত ৰজা হোৱা কথা অ'? ছাৰে সুন্দৰ চিন্তা কৰিছে। ধান নিদিলতো একো ন'কলে যেনিবা, সিহঁতে কিবা ধান নোপোৱাৰ পিচতো নাকত তেল দি শুই থাকিব নেকি? নিজে খেতি কৰিম বুলি যদি হাল বোৱাই দিয়েহি? ছাৰে পদ্ধতি এটা লৈ পৰিকল্পিতভাৱে কাম কৰাৰ কাৰণে সেইবোৰ পৰামৰ্শ দিছে। তোৰ মূৰত সেইবোৰ কথা খেলাবনে? কথাবোৰ উৰাই নিদিবিচোন। উলিয়াচোন বাৰু এই পাঁচখন গাঁৱৰ ভিতৰত মাষ্টৰৰ দৰে আন মানুহ এটাকে, উলিয়াব নোৱাৰে,

অংক, ইংৰাজী পঢ়ুৱা মাষ্টৰ বহুত পাবি; এনেকুৱা চিন্তাৰ মানুহ এশৰ ভিতৰত এটাও উলিয়াব নোৱাৰ। তেওঁ খেতিয়ক নহ'ব পাৰে; কিন্তু খেতিয়কৰ জীৱন, খেতিয়কৰ অৱস্থাৰ ইতিহাস তেওঁৰ মূৰত সোমাই আছে। পঢ়িছে ৰে। দেশ-বিদেশৰ বিপ্লৱৰ ইতিহাস থকা কিতাপেৰে তেওঁৰ আলমাৰি ভৰি আছে।" আকবৰে বোলে "হ'ল আৰু মাষ্টৰৰ গুণানুকীৰ্ত্তন কৰি তই লেক্‌চাৰ মাৰিব নালাগে। ৰাইজ গোট খুওৱাৰ কি উপায় কৰিবি সেইটো কথা উলিয়া।" দীঘলাই বোলে,"মাষ্টৰে কোৱা কথাটোকে ধৰো। বাছি বাছি মানুহ মাতো। যি আছে তাৰ ভিতৰৰে মানুহ লৈ আমি প্ৰথমে কমিটি এখন গঠন কৰি হস্পিতেল এখনৰ কাৰণে ঘূৰা-ঘূৰি কৰো। মাষ্টৰে চৰকাৰৰ লগত যোগাযোগ আৰম্ভ কৰিছেই। তেওঁৰ মাটিডোখৰ আমি সমিতিখন পাতি সোনকালে নল'লে চৰকাৰক মাটি কেনেকৈ দেখুৱাম। টকা-পইচাও ধেৰ লাগিব বুলি কৈছে। মাষ্টৰে তিনিচুকীয়া বা ডিব্ৰুগড়ৰ ফালৰ কোনোবা ব্যৱসায়ীয়ে কাৰোবাৰ নামত ঘৰ একোটা দান কৰে নেকি তাৰ কাৰণে যাব লাগিব বুলি কৈছে। আহিন মাহ পাৰ হ'লেই ৰাইজৰ ধান কটাও আৰম্ভ হ'ব। ইফালে আমাৰো আচল কাম তেতিয়াই আৰম্ভ হ'ব। গতিকে আহিনৰ দিনকেইটাৰ ভিতৰতে কমিটি এখন পাতিবই লাগিব। বকুল, বলোৰাম, বংশী, আকবৰ, দীঘলা, সোণধৰ, ফটিক আৰু জানমুখৰ মৈইনুদ্দিন প্ৰত্যেকেই নিজৰ চুবুৰীৰ পৰা কমেও দহজনকৈ ডেকা ল'ৰা আনিব লাগিব বুলি শেষ সিদ্ধান্তত উপনীত হ'ল। পিছদিনা মাষ্টৰৰ অৱস্থা চাই তাৰিখ ঠিক কৰিম বুলি কথা-বতৰা শেষ কৰি ঘৰা-ঘৰি সকলো গ'লগৈ। বলোৰামৰ ৰাতি ডিউটি নাছিল কাৰণে তাক বংশীয়ে ঘৰলৈকে লৈ গ'ল। এন্ধাৰ নিশা, অথচ হাতত বংশীহঁতৰ একো পোহৰ নাছিল। সিহঁতে মাজে মাজে পথাৰৰ মাজৰ বকিয়াটোৰ পৰা ভৰি পিচলি ধাননিত সোমাইছেগৈ। পথাৰ ডোখৰ পাৰ হ'লেই গণেশৰ বাহনিখন পাৰ হৈ গৰু ম'হ চৰা চৰকাৰী গ্ৰেজিংটো। তাৰ পিচৰ সৰু পথাৰ কিডৰা পাৰ হৈ জালুকণি গাওঁ আৰম্ভ। গণেশ বুঢ়াৰ বাঁহনিৰ মাজৰ বাটচোৰাই কোনোদিন ৰ'দৰ মুখ নেদেখে। ফাগুন-চ'ত মহীয়াও এজাক বৰবুণ হ'লেই বোকা আৰম্ভ হয়। বাৰিষা এআঁঠুমানলৈকে দ বোকা থাকে। দিনত হ'লে বাঁহনিৰ দুয়োটা দাঁতিয়ে দাঁতিয়েহে জেওৰাত ধৰি এছেৰা যাব পাৰি। বোকাৰ ওপৰত দিয়া চেৰাগছ এডাল আৰু বাঁহ-তামোল গছ কিডালো বোকাৰে পোত খাই পৰিল। সিহঁতি বোকা ডোখৰৰ এছেৰা

পাৰ হৈ আহিল। বাঁহনিৰ আগফালে মুকলি পোহৰলৈ চাই চাই আহি থাকোতে বলোৰামৰ ভৰিত অঁথেয়া এডাল সোমাল। বাঁহনিৰ মাজৰ পৰা অঁথেয়া ডালেৰে সৈতে বলোৰামে খোজেই কাঢ়িব নোৱাৰা হ'ল। বংশীয়ে বলোৰামক বোকোচাত তুলিহে ঘৰ পোৱালেহি।

ঘৰ পাই চাকিৰ পোহৰতহে দেখিছে সোঁ ভৰিৰ বুঢ়া আঙুলিৰ নখটো টেমাৰ সাফৰ খুলি থোৱাৰ দৰেহে দাং খাই আছে। তেজ বন্ধ হোৱা নাই। বোকাবোৰত তেজ লগা ভৰিটো দেখিলে গা শিঁয়ৰি উঠা অৱস্থা। ফুলেশ্বৰীয়ে পানী ঢালি ধুৱাই দিলেহি। বংশীয়ে হুলডাল আজুৰি এৰুৱাই ভৰিটোত গোন্ধোৱা বনৰ পাত এসোপাকে খুন্দি বান্ধি দিলেহি। মংলাই ভিতৰৰ জুইৰ ওচৰত গীত টানি আছিল। গাত নিচা আছে।

বংশীয়ে বান্ধি-কুন্ধি দিয়াৰ পাছত ফুলেশ্বৰীয়ে গৈ কোৱাত মংলা ওলাই আহি বলোৰামক গেলাতে টেঙা দি উধাই-মুধাই গালিহে পাৰিলেহি। "চালা কুত্তা, তোকে থাকেক লে, কংস বাবু ঘৰ দেইহে। আপন ঘৰে নাই ৰহিকে মিটিং কৰেক যাইৰহি! ঐছে তোকে ভগৱান শাস্তি দেইহে। কংস বাবু তোকে দেনাপানী দেইহে আৰু তই তাৰ পিছে ঘূৰথী? চালা হাৰামজাদা। হাৰামি কাহাকা, এখন ঘৰে ঘুমাই থাক। তোৰ বাপ ঘৰকেৰ মিল। ঘৰে থাকলেভি তোৰ হাজিৰা চলতে থাকি।"

বলোৰামক বকি বকি মংলাৰ ভাগৰ লাগিল। ভিতৰলৈ সোমাই গৈ ফুলেশ্বৰীক তালৈ খোৱাং যোগাৰ কৰিবলৈ কৈ মংলাই বকি বকি বহি থাকিলগৈ। বলোৰামক চোতালৰ পৰা ধৰি ধৰি বংশীয়ে তাৰ বিচনাখনতে শুবলৈ দিলেগৈ। ভাত নতুনকৈ ৰান্ধিবলগীয়া নহ'ল। ফুলেশ্বৰীৰ হেনো খাবলৈ মন যোৱা নাই। বলোৰামে ভৰিটোত দুখ পাই বুলি সাৱধানে শোওঁতে বংশীৰ ৰাতি টোপনি ভালকৈ নধৰিলেই। টোপনি ধৰাবৰ বাবে চেষ্টা কৰাটো বৰ অসহনীয়। তাতে বিভিন্ন চিন্তাই যদি এবাৰ মূৰত খোপনি পুতিলে, সহজে টোপনি নধৰেই। বংশীৰ সেই অৱস্থাই হ'ল। নতুনকৈ কোনো মানুহকে সিহঁতি সিহঁতৰ লগলৈ আনিব পৰা নাই। বলোৰামে জালুকণীৰ দুটা ল'ৰাক উলিয়াইছে বুলি কৈছে যদিও সিহঁতক বংশীয়ে লগ কৰিব পৰা নাই। মুখেৰে ফটফটাই থকা ললিত, ডম্বৰুহঁতক বহুত চেষ্টা কৰিও বলে পৰা নাই। সিহঁত মুখৰ মানুহ। এৰা দেশৰ ডেকা ল'ৰাখনৰ মনত দেশৰ চিন্তা, ৰাইজৰ চিন্তা একেবাৰেই নাইকিয়া

হ'ল। এইবোৰ ডেকা-গাভৰুৱেই লাচিত, মূলাগাভৰুৰ গৌৰৱত ওফন্দি থাকে। কনকলতা, ভোগেশ্বৰীৰ কথা কয়। হেৰ' কুকুৰহঁত। কনকলতা ক'ৰ, কি হৈ মৰিছিল তহঁত জাকৰ মাজৰ পৰা ক'ব পাৰিবিনে? লম্বোদৰটো, সি আকৌ শিৱসাগৰীয়া মানুহ থাকিলেহে হেনো সিহঁতৰ লগত যোগ দিয়ে। হেৰ' দেশৰ কাম কৰিবলৈ আকৌ কিহৰ শিৱসাগৰীয়া মানুহৰ লগ ল'ব লাগে? পৰেশে হেনো এই ৰাজনীতিৰ মেৰপাকত নোসোমায়। বংশীহঁতেনো কি ৰাজনীতিডাল কৰিছে? প্ৰাপ্য আদায় কৰাৰ দাবী কৰিলে যদি কিবা ৰাজনীতি কৰা হয় তেন্তে সেইটো ৰাজনীতি জনতাই হওঁক বা কমিউনিষ্টেই হওঁক, যিয়েই নহওঁক কৰিবই লাগিব। তই বংশীহঁতৰ ৰাজনীতিটো বেয়া বুলি ক, নহ'লে কোনোবা এটাক ভাল বুলি যুক্তি দেখুওৱা। সেইডালেই আকৌ মাইনৰ স্কুলৰ মাষ্টৰ।

বলোৰামে ভৰিৰ বিষত কেকাই আছে। তাৰো টোপনি অহা নাই। ভৰিত সোমোৱা অঘৈয়াডালৰ পৰা যদি বলোৰামৰ টিটেনাছ ৰোগ আৰম্ভ হয়! সেইটো হ'লে বোলে মানুহ বচোৱাটোৱেই টান হৈ পৰে। তাক লগে লগে বেজী এটা দিয়াব লাগিছিল। হস্পিতেল এখন থকা হ'লেহে ৰাতিয়েই কষ্ট-মষ্ট কৰিও লৈ যাওঁ। আছে চাৰি-পাঁচমাইলমান দূৰৰ দিনজানত। তাকো মিলিটেৰী হস্পিতেল। তাক ৰাতিপুৱাই তালৈকে লৈ যাব লাগিব। মহা সমস্যা হ'ল। মাষ্টৰৰ লগত লাগি থাকোতেই এনেয়ে পাঁচ-ছয়দিন গ'ল, আকৌ এইটো পৰিলে। কাম আগবাঢ়ক-নাবাঢ়ক বলোৰামক সি অৱহেলা কৰিব নোৱাৰে। শেষ নিশালৈ দুয়োটাৰে টোপনি আহিছিল।

* * * *

পিছদিনা ৰাতিপুৱা ৰ'দ ওলাইছে। বাট যেনেকুৱাই হওঁক, বৰষুণ নিদিলে ভাল লাগে। বংশীয়ে জনমজয় দোকানীৰ চাইকেলখন খুজি আনিলেগৈ। দোকানৰ মাল কঢ়িওৱা চাইকেল। কেৰিয়াৰখনো ডাঙৰ। দৰঙ্গী চুকেদি দিনজানলৈ পাঁচ মাইলমান হ'ব যদিও চাইকেলত বলোৰামক লৈ সেইফালেদি যাব নোৱাৰি। পি.ডব্লিউ.ডি আলিয়েদি ঘূৰিহে যাব লাগিব। যথেষ্ট ঘূৰণ হ'ব। হওঁক, বলোৰামক কেৰিয়াৰত বহুৱাই এচোৱা বাট জালুকণীৰ সিমূৰলৈকে চাইকেল ঠেলি নিব লাগিব। ইফালে জনমজয়েও চাইকেলখন সোনকালে

ঘূৰাই দিবলৈ কৈছে। সিহঁত পিন্ধি-উৰি ওলাল। মণ্ডলাই আহি ক'লেহি ফুলেশ্বৰীৰ বোলে কেইবাদিনো পেটলৈ ভাতকে যোৱা নাই। বমি কৰি আছে। পেলুৰ দৰৱ কেইপালিমান ফুলেশ্বৰীলৈকো বংশীক লৈ আহিবলৈ বুলি মণ্ডলাই ক'লে। সিহঁত গ'লগৈ। বংশী ঘূৰি আহোঁতে বাৰ মানেই বাজিছিল। এম-ই-এছ হস্পিতেলত ইমান সতকাই বাহিৰা মানুহৰ বেমাৰ নাচায়। বংশী মিলিটেৰীৰ চাকৰিয়াল আছিল কাৰণে সি সোনকালেই বলোৰামক বেজী দিয়াই বেণ্ডেজ কৰাই ঘূৰি আহিল।

বলোৰামক চাইকেলৰ পৰা নমাই দি সি পিৰালীৰ খুঁটাতে চাইকেলখন আওজাই থৈ কপালৰ ঘামবোৰ মচিলে। চাইকেলৰ পৰা নামি দিলত গাতো ভমক ভমক কৰিছে। জনমজয়ৰ চাইকেলে জনম জয় কৰিব হয়, এটা নহয় কেইবাটাও জনম এইখন চাইকেলে কিজানি জয় কৰিলেই। তাতে বলোৰামটোৰ হাড় কিডালো কম ভাৰি নহয় দেই। বংশীয়ে বলোৰামৰ ভৰি দুখনলৈ চালে। এই গেৰগেৰীয়া হাড় কিডাল তাহানি কাৰোবাৰ ভৰিত ফুটবল খেলোতে কেতিয়াবা লাগিলেই সিটো বহি পৰিছিল।

ৰঙা চাহ দুবাটি ফুলেশ্বৰীয়ে চোতাললৈকে লৈ আহিছে। "এম-ই-এছৰ ডাক্তৰে বেমাৰী নোচোৱাকৈ দৰৱ নিদিয়ে ঐ। তোক এদিন লৈ যাব লাগিব।" বংশীৰ কথাৰ উত্তৰ ফুলেশ্বৰীয়ে একো নিদি ভিতৰলৈ সোমাই গ'ল। ফুলেশ্বৰীজনী খীণাইছে হয়। তাইক বংশীয়ে কেইবাদিনো দেখাই নাছিল। তাইৰ কিবা অসুখ এটা হৈছে। তাতে তাই আগদিনা ৰাতি ৰন্ধা ভাত নাখালে বুলি সি নিজে জানে। চাহৰ বাটিটো হাতত লৈ সি কোঠাৰ ভিতৰত সোমালে। সেই এটা নতুন চিন্তা তাৰ মূৰত জমা হ'ল। তাইকো লৈ যাব লাগিব। মণ্ডলাৰ লগত তাইক পঠিয়ালে একো নহ'ব। সি নিজে তাইক লগত লৈ যাব লাগিব। বলোৰামে উঠিবই নোৱাৰে। তেন্তে তাইক লৈতো সি অকলে যাব নোৱাৰে। তাইৰ শৌচ-প্ৰস্ৰাৱ লৈ যাবলৈ কৈছিল। তাইক লৈ যোৱাতকৈ সি শৌচ-প্ৰেসাৱকে লৈ যাব। দিনটো খুব টান ৰ'দ। চোতাল শুকাইছে। পিচবেলালৈ বতৰটো জুৰ পৰিছে। জাবৰ-জোথৰ কিছুমান গোটাই মংলা বুঢ়াই জুই একুৰা চোতালৰ মূৰতে জ্বলাইছে। দিনজানৰ পৰা অহাৰ পাছত বংশীয়ে ৰ'দত লুটিয়াই দিয়া বাৰীৰ হাবি-বনবোৰত জুই জ্বলাবলৈ চেষ্টা কৰিছে। জুই নজ্বলে। ধোঁৱাই ধুঁৱলী-কুঁৱলী কৰিছে।

ওচৰৰ কোনোবা এজন বুঢ়া মংলাৰ ওচৰলৈ আহিছিল। মংলা বুঢ়াক লৈ জুইকুৰাৰ ওচৰত বহিলগৈ। দুয়োজনে বিড়ি জ্বলাইছে। গৰম জাৰ সকলো সময়তে জুইৰ ওচৰত বহাটো বুঢ়া মানুহবিলাকৰ অভ্যাসত পৰিণত হয় নেকি? বেলিটো ওলালে ৰ'দ প্ৰথমে কিজানি মংলাৰ ঘৰতে পৰেহি। আধা দুখৰীয়া জোনটোৰ পোহৰো বেলি ওলোৱাৰ ফালৰ পৰাই চোতালত পৰিছেহি। পূৰ্ণিমাৰ জোনাকত যে মংলাৰ চোতালত জোনাক ভৰ্তি হৈ থাকে ছাগৈ। আকবৰ আহি বলোৰামৰ সৈতে চোতালত বহি কথা পাতিছেহি। হাত-ভৰি ধুই বংশীও বহিলহি। লেমটো ঘৰৰ পিৰালীত ফুলেশ্বৰীয়ে জ্বলাই থৈ গৈছেহি। বলোৰামে কাম খতি হোৱা কেইদিনত মেডিকেলৰ ছুটি নেপায়। সেইবোৰ বছেৰেকীয়া ছুটি, বেমাৰীক হাজিৰা দিয়া নিয়ম, কংসৰ মিলত নাই হেনো। বংশীয়ে বোলে, "গাঁৱৰ ভিতৰুৱা মিল। তাতে লেবাৰ ইন্সপেক্টৰক ছাগৈ জেপত কংসই ভৰাই থৈছে। নহ'লে ঘানি ঘূৰি গ'লহেঁতেন। মজদুৰৰ প্ৰাপ্যখিনিৰ এশ ভাগৰ এভাগ ইন্সপেক্টৰক দিলেই খেলা খতম।" "তইঁতেও ইউনিয়ন এখন কৰিব লাগিব দেই, বলো। লাগিছো যেতিয়া ঘুলুকিম। আচল কথাটো আৰম্ভ কৰি লওঁ। কেইদিনমান অপেক্ষা কৰ।" আকবৰ আৰু বংশীয়ে কথা পাতিছে।

"বলোৰ সৈতেনো কি সম্বন্ধ? এসময়ত বলোৰামৰ সৈতে একেলগে খেলিছিল। তাৰ বাহিৰে সিহঁতৰ মাজত কোনো লেনাদেনা বা অন্য ধৰণৰ সম্পৰ্ক নাই। অথচ এইদৰেই সিহঁতি সিহঁতৰ বিপদৰ বন্ধু হ'ব লাগিব। জালুকণি গাঁৱৰ ভিতৰত তাৰ সৈতেহে কিন্তু বংশীহঁতৰ সম্পৰ্ক হৈছে। বাকী মানুহবিলাকৰ লগত তেনে কোনো হলি-গলি নাই। মজদুৰ মানুহখিনিৰ লগত গাঁৱৰ বাকী মানুহবোৰৰ সম্পৰ্ক সদায় এনেকৈয়ে থাকিবনে?" লেণ্ডেৰীয়ে হাতত লেম লৈ খলিফাৰ সৈতে ওলালেহি। বলোৰামে বহিবলৈ কি দিওঁ বুলি উচ্পিচাই ফুলেশ্বৰীক মাতিলে। তাই ওলাই নাহিল। বংশীয়ে চকীখনকে উলিয়াই দিলেহি। খলিফা বহিল। লেণ্ডেৰীক বলোৰামে বস্তাখনকে বহিবলৈ দি সি লেণ্ডেৰীয়াই লেণ্ডেৰীয়াই অলপ আঁতৰি ৰ'ল। বলোৰামে ভৰিত দুখ পোৱা কথাবোৰ ক'লে। খলিফাই বোলে, "সেইটো বাটেদিয়েই সদায় আহিছে গৈছে কোনোদিন একো হোৱা নাই। কিবা নচিবহে বেয়া আছিল।" লেণ্ডেৰীয়ে বোলে, "কিবা হ'বলগীয়া থাকিলে ঘৰৰ ভিতৰতে হ'ব।"

বংশীয়ে ভিতৰলৈ অহা-যোৱা কৰা দেখি লেণ্ডেৰীয়ে বোলো "আমাক

একো নালাগে ঐ বংশী। মই হাতত তামোল লৈ আহিছো। তই আহছোন। ডাক্তৰেনো কি ক'লে কহি। ইয়াক আকৌ হস্পিতেললৈ নিব লাগিব চাগৈ?" বলোৰামে আৰু তিনিদিনমান যাব লাগিব বুলি ক'লে। খলিফাই বোলে "কমেও আঠ-দহদিন নহ'লে ঘা নুশুকায়। সিমান দিন তোৰ কাম খতি হ'ল।" লেঙেৰীয়ে বোলে "নখটো এৰাই গ'ল নেকি?" বংশীয়ে লেমটো হাতত লৈ প্লেট এখনত তামোল-পাণ লৈ আহি বোলে "তাৰ নখটো ডাক্তৰেহে একেবাৰে পেলালে। পুলিচে যে ল'ৰাবোৰক ধৰি নি অমুকৰ ঘৰ জ্বলাইছে বুলি সৈ কঢ়াবলৈ প্লাছেৰে নখবোৰ টানে, তাক ডাক্তৰে সেইটোকে কৰিলে। মই তাকে ভাবিছো খুড়ী। এৰাই থকা নখটো ডাক্তৰে টানমাৰি দিওঁতেই সি বাবা গ', মা গ' বুলি চিঞৰিলে। থানাৰ ভিতৰত ল'ৰাবোৰক শাস্তি দিওঁতে ছাগৈ পুলিচেহে ওচৰত থাকিব পাৰে। তেজ-মঙহৰ মানুহে সেইবোৰ চাই থাকিব নোৱাৰে, খুড়ী। ৰ'বা খুড়ী, এয়া আমাৰ ফালৰ তামোল-পাণ আৰু ইয়াতে দিছো, বলোৰামৰ ফালৰ মান খোৱা।"

লেঙেৰীয়ে চকু ঘোপাকৈ বংশীলৈ চাই বোলে "জানো পাই, তই কি কথাবোৰ কব? তোৰ কথাৰ পাক মই ধৰিবই নোৱাৰো" বংশীয়ে হাঁহি এটা মাৰি বোলে "মোৰ কথাৰ পাক, মেৰপাক খুড়ী। বোলে, এই ৰাতিখন বোকা ফালি ফালি তুমি অইনৰ ঘৰলৈ ভৰিত শ্বল এডাল সোমোৱা বেমাৰী খবৰ কৰিবলৈ কেতিয়াও নোযোৱা, খুড়ী। আগলৈকো তাক সেইদৰে মৰম-সাদৰ কৰি থাকিবা।" বলোৰামে লাজত মুখ ঘুৰালে।

বংশীৰ কথাৰ অৰ্থ খলিফা, লেঙেৰী, বলোৰাম তিনিও বুজিছিল। সেই কাৰণে সিমানতে ৰাখিবলৈ মন কৰি ফুলেশ্বৰী নাই নেকি বুলি লেঙেৰীয়ে সুধিলে! বলোৰামে ফুলেশ্বৰীক মাতিলে। বংশীয়ে বোলে "তাইৰ গাটো ভাল নহয়। শুই আছে হ'বলা।" লেঙেৰী ভিতৰফালে ফুলেশ্বৰীক মাত লগাবলৈ গ'ল। "মৈনক হেনো ৰামধাৰীয়ে মাটি এৰি দিবলৈ এতিয়াই নটিচ্, দিছে, বংশী। জানৰ মুখৰ পৰা দৰঙী চুকলৈ প্ৰায় তিনিমাইল বাট আহি মৈনে ৰামধাৰীৰ আধি মাটি ৰোৱেহি। কোন কাহানিয়েই সি ৰামধাৰীৰ ঘৰৰ গাৰোৱাণ হৈ থকা দিনৰে পৰা ৰামধাৰীৰ সেই ডোখৰ মাটিত খেতি কৰি খাইছে, এইবাৰ ধান দোৱাৰ পিছত হেনো ৰামধাৰীয়েও আহু লগাব।" খলিফাই সেই কথাটো বংশীহঁতৰ কমিটিখনক জনাবলৈকে নিয়াজ খুঢ়াই হেনো খলিফাক কথাটো

কৈ গৈছেহি। বংশীয়ে বোলে "টান পাই ৰাম বুলিছে. মানুহ গোটাবলৈ খবৰ দি আহিছিলো। মৈইন নিজেও নাহিল। ভাল পাইছো দদাই আৰু কেইটামানে সেইদৰে নটিচ্ পালেহে এইবোৰৰ জ্ঞান হ'ব।" খলিফাই বোলে "জ্ঞান হওঁতে হওঁতে সেইটো মৰিব খাবলৈ নাপায়। সেই দুপুৰা মাটি তাৰ পৰা এক্‌বাৰ পাৰিলে ৰামধাৰীয়ে আটাই কিঘৰৰ পৰা মাটি এক্‌বাৰ। কিবা স্বৰূপত হাতৰ পৰা মাটিখিনি গ'লে সেইফালৰ মুছলমান মানুহ আটাই কিঘৰেই অইন ক'ৰবালৈ যাবগৈ লাগিব। তাকে ভাবিছো বোপাই, শেষত আমাক কবৰলৈ নিবলৈকো নিজৰ মানুহ এঘৰী নাথাকিব যেন পাইছো।"

লৈ অহা লেমটো বঢ়াই লেঙেৰীয়ে বোলে "কৰিমৰ লগত তাইক অকলে থৈ আহিছো নহয় কি কৰা? যোৱা যদি উঠা।" খলিফা যাবলৈ ওলাল। আকবৰে কথাবোৰ শুনি আছিল। সি বোলে "এটা কথা নহয় ববা তই মৈইন কাকাহঁতৰ কথা যিমানকৈ ভাবিছ কিজানি সিহঁতে নিজেও সিমানকৈ ভবা নাই। ভবাহেঁতেন দুবাৰ মই মতাৰ পিছতো মিটিঙলৈ নহাকৈ থাকেনে? আৰু তোক কবৰলৈ কোনে নিব সেইটো চিন্তা তই এতিয়াই কৰিব নালাগে। নমৰালৈকে কেনেকৈ জীয়াই থাকিব পাৰ সেইটো কথা ভাব।" খলিফাই কিবা এটা ক'ব খোজোতেই বংশীয়ে বোলে, "তুমি পুতেৰৰ লগত কথা পাতি ৰৈ আছা। খুড়ী সৌজনী দং দংকৈ কোনোবাখিনি পালেগৈ। এন্ধাৰে মুন্ধাৰে তুমি গৈ বলোৰামে উজুতিওৱা গোজদালতে উজুতিয়াই সেইডাল আঁতৰাই পেলালে কিন্তু সৰ্বনাশ হ'ব।"

"এঃ সৌজনী বহুত দূৰ পালেগৈ"—বুলি লাখুটিডাল লৈ খলিফাও গ'লগৈ। বলোৰামে বোলে "তই যে কেতিয়াবা কেতিয়াবা বৰ অসভ্যালীখন কৰ দেই বংশী।" "হয়তো, ইয়াৰ বাৰু বুঢ়া মানুহটোৰ লগত সেইবোৰ ধেমালি কৰাৰ বয়স আছেনে?" সি মায়েৰক কি কথাবোৰ ক'লে চা। কণহীক মই আনিম বুলি কোৱাৰ কাৰণেই হেনো মায়েৰ ববাৰে মোক খবৰ কৰিবলৈ আহিছে। তই মানুহক লাজত পেলাই মাৰিবি দেই বংশী।" বলোৰামৰ কথাৰ উত্তৰ নিদি বংশীয়ে ক'লে, "তই এতিয়া যাগৈ আকবৰ। মায়েৰ লেঙেৰী, ববাৰৰ গাত কানিৰ জাল আছেই। সেই বোকা ডোখৰত ইটোৱে সিটোক ধৰোতে হালেই বোকাত লাগি ধৰিবগৈ।"

আকবৰে বোলে "কথা একো ঠিকেই হোৱা নাই। মায়ে দিওঁ বুলিছে

ববাই নিদিওঁ বুলিছে। তই একো ক'ব নোৱাৰাকৈ মাজতে বিয়াকে পাতিলি। এইবোৰ ধেমালি কৰা কথা নহয় দেই বংশী। মায়ে তোক ভালকৈ এপালি দিব চাই থাকিবি।" বংশীয়ে বোলে "বাজিব লাগে টেমী কটাৰী, বাজিছো মই হাঁচতী। তই কথাতো খামাখা বন্দবস্ত কৰিব পৰা নাই। মই উজাৰি দিলতো মোৰ ওপৰত দুইটাই দমদমনি মাৰিছ। মই নালাগিলে কথা লেধেপধেপ হৈয়ে থাকিব। ববাৰেনো বলোৰামলৈ ছোৱালী কেনেকৈ নিদিয়াকৈ থাকে মই চাম নহয়। অমুকা বংশীয়ে কৈ দিলো, ৰূপহীক এইখন ঘৰত সুমুৱাই থৈহে মই ইয়াৰ পৰা যাম। লাগিছো যেতিয়া জোক লগাদি লাগিম। মায়েৰক পতালো যেতিয়া তোৰ ববাৰৰ কথা নৰজে চাই থাকিবি। এই মায়েৰহঁতে বহুত দূৰ পালেগৈ। তই যা।" লেমটোৰ পোহৰ দেখা নেদেখা হ'ল। আকবৰ গ'লগৈ।

* * * *

দিনবোৰে, কোনেও গম নোপোৱাকৈ বাগৰ সলায়। চাৰি দিনতে বলোৰামৰ ভৰিটো ভাল হৈছে যদিও ফুলেশ্বৰীক লৈহে বংশীৰ ডাঙৰ সমস্যা হৈছে। তাইৰ বেমাৰৰ লক্ষণটো বেয়া। ছোৱালীজনী খুব ক্ষীণাইছে। কিবা এটা খালেই বমি হৈ ওলাই যায়। কেঞ্চাৰ বেমাৰৰ সম্পূৰ্ণ লক্ষণ। ইলিয়াছ কম্পাউণ্ডাৰ পৰা বমিৰ দৰৱ, পেলুৰ দৰৱ আনি মংলাই তাইক খুৱাইছিলহি। একো লাভ হোৱা নাই। তাইক তিনিচুকীয়ালৈ নি ডাক্তৰক দেখুৱাই আনিবলৈ মংলাই বংশীক ভৰিত ধৰিবলৈহে বাকী আছে। মংলাৰ মনেৰে বেজীকেইটামান দিলেই তাই ভাল হৈ যাব। এম-ই-এছৰ ডাক্তৰে শৌচ-প্ৰস্ৰাৱ দেখুৱাবলৈ কৈছিলে। তাৰ পিছতো বলোৰামক এদিন ডাক্তৰৰ ওচৰলৈ নি ড্ৰেচিং কৰোৱাই আনিলেগৈ। কিন্তু ফুলেশ্বৰীৰ শৌচ-প্ৰস্ৰাৱ নিয়াৰ দৰকাৰ নহ'ব বুলি ভাবিহে সি নিনিলে। বলোৰামৰ ভৰিটো ভাল হোৱাহেঁতেন তাৰ লগত গৈ ফুলেশ্বৰীক তিনিচুকীয়ালৈ নি পৰীক্ষা কৰালেহেঁতেন। মংলাক লগত লৈ সাত-আঠ মাইল বাট খোজকাঢ়ি ফুলেশ্বেৰীক তিনিচুকীয়ালৈ নিব লাগিব। চাইকেলখনত বলোৰামক বহুৱাই লৈ ফুলেশ্বৰীৰ কথা ভাবি থাকোতেই মংলাই ফুলেশ্বৰীৰ শৌচ-প্ৰস্ৰাৱ মোনা এটাত ভৰাই বংশীক দিলেহি। সিহঁত আগবাঢ়িল। দৰঙ্গী চুকেদি বাট শুকাইছে কাৰণে পি.ডব্লিউ.ডি আলিয়েদি সিহঁত ঘূৰি যাবলগীয়া

নহ'ল। বলোৰামক বেজী দিয়া সেইদিনাই শেষ হ'ব। হস্পিতেললৈ যাওঁতে কেৰিয়াৰত বহি যোৱা বলোৰামে সিহঁতৰ কাৰণে বংশীয়ে কৰা কষ্টখিনিৰ কথা কৈ কৃতজ্ঞতা জনাইছিল।

বংশীয়ে বোলে "মই তাইক নিজৰ ভনী বুলি ভাবিছো, বলো। ককায়েক হিচাপে সেইখিনি কৰাৰ দায়িত্ব ল'বই লাগিব। পিছে বেয়া লাগিছে অন্য এটা কথাৰ কাৰণেহে। ছাৰৰ লগতে সেইকেইদিন আছিলো। তাৰ পিছত তোৰ লগত এইকেইদিন গ'ল। আকৌ ফুলেশ্বৰীয়ে এথোন কি দেখুৱাই ঠিকনা নাই। সেইফালে আমাৰ আচল কামবোৰ যে পিছপৰি গৈছে। সেইটোহে বৰ ডাঙৰ কথা হৈছে জানিছ?" বলোৰামে বোলে "আমাৰ ভিতৰুৱা কথাবোৰ গম পাই সিহঁতি মাটি এৰি দিবলৈ সেয়া হুকুম জাৰি কৰি দিছে। এক প্ৰকাৰ ভালেইহে হৈছে, বংশী। মাটি এৰিবলৈ কোৱা মানুহখিনিক আমি এতিয়া আমাৰ লগত পামেই। আৰু এটা কথা। ফুলেশ্বৰী আমাৰ ঘৰলৈ গুচি অহাৰ কাৰণে ৰামধাৰীয়ে আমাকো মাটি এৰ বুলি কয়হে লাগে। মই সেইটোলৈকে বাট চাই আছো। এঘৰ নহয় বে কেইবা ঘৰেও ৰামধাৰীৰ মাটি খাইছে। আমাৰ গাঁৱত আৰম্ভ হ'লে কিন্তু গোটেইখনে হেঁচা মাৰি ধৰিব। মই ঘূৰিব পৰা হৈ লওঁ ৰ'। এইবাৰ মই আমাৰ মজদুৰ মানুহখিনিৰ লগত লাগিম। তই পিছে কি কৰ? জমা পইচাকেইটা শেষ হ'লে মৰিবি কিন্তু।" "দোকান এখন আৰম্ভ কৰো বুলিছিলো। পিছে নকৰো। দোকান দি মই আবদ্ধ হৈ থাকিলে আচল কাম নহ'ব। নেফাফুৰ মানুহৰ দৰে পাণৰ বাৰী এখন পাতি তাৰ লগতে মৌ পালন আৰু এখন ফিছাৰী কৰাৰ কথাহে ভাবি আছো।"

বংশীৰ পৰিকল্পনাটো শুনি বলোৰামে বোলে ময়ো তোৰ লগতে লাগি যাম। পাণত একদম খৰচ নাই। মৌ পালনতো একো খৰচ নাই। কিন্তু দুয়োটা বস্তুতে ভাল পইচা আছে। দীননাথৰ ফুটুকলানী ডোখৰ দেখুৱাই সি ক'লে, "দীননাথৰ এই একচনীয়া মাটিখিনি খুজিলে কিন্তু সি দিব। এনেয়েহে পৰি আছে। ইটাৰ ভেটা মাৰি ৰামধাৰীয়ে লাখ লাখ টকা এই ডোখৰ মাটিৰ পৰাই উলিয়ালে পাই বংশী।" সিহঁত দুটা চাইকেলৰ পৰা নামিল। বংশীয়ে মাটি ডোখৰ এপাক মাৰি চাই আহিলেগৈ। ইটা ভেটাৰ গাঁতবোৰ ভালকৈ খান্দি দিলে কম খৰচতে ভাল ফিছাৰি এখন হ'ব। দীননাথকো পাৰিলে অংশীদাৰ হিচাপে লোৱাৰ কথাও বংশীয়ে ভাবিলে। মূলধন বংশীৰ, অংশীদাৰ বলোৰাম

আৰু দীননাথ। সিহঁতে বহি খোৱা জাতৰ মানুহ নহয়। নিজ হাতে কাম কৰিব। অতি সোনকালে কামটো আৰম্ভ কৰিব লাগিব।

* * * *

সিহঁত আহি হস্পিতেল পালেহি। হস্পিতেলত বলোৱামক ড্ৰেচিং ৰুমত বহুৱাই থৈ বংশীয়ে ফুলেশ্বৰীৰ শৌচ-প্ৰস্ৰাৱ পৰীক্ষা কৰা কোঠাত মোনাৰ পৰা শৌচ-প্ৰস্ৰাৱ থৈ আহি ডাক্তৰক দিলেহি। ফুলেশ্বৰীৰ বেমাৰৰ লক্ষণবোৰ কৈ বংশীয়ে মনৰ খু-দুৱনিটো গুচাই ল'বৰ কাৰণে তাইৰ কেঞ্চাৰ হোৱাৰ লক্ষণ বুলি ডাক্তৰে ভাবে নেকি সুধিলে। ডাক্তৰৰ মতে সকলো বেমাৰেই প্ৰথম অৱস্থাত ধৰা পৰিলে ভাল চিকিৎসা হয়, চিন্তা কৰিব নালাগে। শৌচ-প্ৰস্ৰাৱত কি ধৰা পৰে চোৱাৰ পিছত দৰকাৰ হ'লে X-Ray কৰিব লাগিব পাৰে। বংশী বাহিৰৰ বেঞ্চখনত বহি থাকিলহি। "ডাক্তৰে অসম্ভৱ নহয় বুলি ক'লে।" যদি ফুলেশ্বৰীৰ সেইটো বেমাৰ হৈছে তাই মৰি থাকিব। দুখীয়া মানুহৰ সেইটো বেমাৰ হ'লে আত্মহত্যা কৰি মৰি থকাই ভাল। আত্মহত্যা হেনো পাপ। কিহৰ পাপড়াল হ'ব? মৰিবই যেতিয়া, টকা-পইচা এসোপা, ঘৰ, মাটি শেষ কৰি, খৰচ কৰাই, জীয়াই থকাবোৰকো যমৰ যান্ত্ৰণা ভোগ কৰোৱাটোহে মহাপাপ। ফুলেশ্বৰীৰ যদি সেইটো বেমাৰ হৈছে এয়া আৰম্ভণীহে হৈছে। তাইক লৈ তাৰহে মহা শাস্তি হ'ব। তাইক যেতিয়া ভনীয়েক বুলি সি গ্ৰহণ কৰিছে, যেয়ে যি ভাবক, সি তাইক পৰিচৰ্যা কৰিবই। কিন্তু যদি তাইৰ কাৰণে তাৰ জমা থকা পইচাখিনি শেষ কৰিবলগীয়া হয়? সি কথা ভাবিব নোৱাৰা হ'ল। সি এপাক বাৰাণ্ডাতে ঘূৰি আহি আকৌ বহিলহি। সি কিয় পইচা খৰচ কৰিব? সৰুৰে পৰা তাইৰ পৰা ৰামধাৰীয়ে কাম লৈছে। তাইৰ চিকিৎসাৰ সকলো দায়িত্ব ৰামধাৰীয়ে ল'ব লাগিব। সি যদি দায়িত্ব ল'ব নোৱাৰে বুলি কয়! জালুকণী গাঁৱৰ গোটেই মানুহবোৰ লৈ গৈ সি ৰামধাৰীক বাধ্য কৰিব। ডাক্তৰৰ মাত শুনি সি ঘপৰাই উঠি গৈ ডাক্তৰ বহা কোঠালী পালেগৈ।

ডাক্তৰে কি ক'ব সেইটো কথা ভাবি তাৰ বুকুৱে ঢুকুৰ ঢুকুৰ কৰিছে। পিছে ডাক্তৰে এটা হাঁহি মাৰি বংশীৰ মুখলৈ চালে। বংশীৰ মনটো পাতল লাগিল। "কি খুৱাবা, মাছ নে মিঠাই? ভাল খবৰ দিম। কোৱা কি খুৱাবা?"

বংশীয়ে একো বুজিব নোৱাৰি বোলে, "ছাৰ আপুনি কি খায় খুৱাম কওঁকচোন কি ভাল খবৰ দিম বুলিছে।" "তোমাৰ কোলালৈ নতুন আলহী আহিছেহে। তাইৰ এড্‌ভানচ ষ্টেজ। গৰ্ভস্থিতি হোৱাৰ অৱস্থাত এইবোৰ অসুখ বহুত মানুহৰেই হয়। দৰৱ লৈ যোৱা। মাজে মাজে মানুহজনীক চেক্ আপ কৰাবাহি। কিন্তু ফেমেলী প্লেনিং মানি চলিবা দেই!" বংশীৰ ডিঙিটো শুকাই গৈছিল। তাইৰ গৰ্ভত সন্তান! "বংশীৰ কোলালৈ আলহী আহিছে। ফেমেলী প্লেনিং মানি চলিবা দেই!" ডাক্তৰে ফুলেশ্বৰীক তাৰ তিৰোতা বুলিহে ভাবিছে। দৰৱৰ প্ৰেচক্ৰিপচন নোলোৱাকৈ সি ওলাই আহি বলোৰামৰ ওচৰলৈ গ'ল।

ডাক্তৰে আকৌ তাক মাতিলে। ডাক্তৰৰ ওচৰলৈ আকৌ এবাৰ যোৱাটো তাৰ কাৰণে ভয়ৰ কথাই হৈছিল। সি গ'ল। প্ৰেচক্ৰিপচনখন নোলোৱাকৈ সি গুচি অহাৰ কাৰণেহে মাতিছিল। তাইৰ গৰ্ভত সন্তান. ক'ৰ পৰা হ'ল। সিহঁতৰ ঘৰলৈ কোনো মানুহে অহা সি দেখা নাই। তেন্তে ? বলোৰামক এৰি প্ৰেচক্ৰিপচনখন লৈ সি গেটৰ বাহিৰ হৈ গৈছিল। সি ঘূৰিলে। বলোৰামক সি কি বুলি ক'ব? ফুলেশ্বৰীৰ গৰ্ভত সন্তান আছে বুলি ক'লে বলোৰামে তাকেই ভাবিব। সি নহয় বুলি ক'লে বলোৰামে কেতিয়াও বিশ্বাস নকৰে। তাৰ দৰে ডেকা ল'ৰা এটা গাভৰু ছোৱালী এজনীৰ সৈতে একেলগে থাকিলে মানুহে অন্যৰ কথা কেতিয়াও নাভাবে।

বলোৰামক লৈ বংশীয়ে আহি থাকোতে অলপ দূৰ যোৱাৰ পিচতে বলোৰামে ফুলেশ্বৰীৰ কি হৈছে বুলি সুধিলে। কওঁ নকওঁকৈ বংশীয়ে তাইৰ গাত লেঠা হোৱা বুলি ক'লে। বলোৰামে একো উত্তৰ নিদিলে। বলোৰামৰ খং উঠিছিল। বংশীয়ে তাইক ভনীয়েক বুলি কয়। তেন্তে তলে তলে এইবোৰ কি কথা আৰম্ভ কৰিলে? সি যদি ফুলেশ্বৰীক তিৰোতা হিচাপে ৰাখিব খোজে বলোৰামে আপত্তি নকৰিলেহেঁতেন। বৰঞ্চ সাদৰেৰে সম্মতিহে দিলেহেঁতেন। অথচ তাকো লুকুৱাই বংশীয়ে বিশ্বাস ভঙ্গ কৰিছে। বংশীক সেই বিষয়ে আৰু নুসুধি মনে মনে গুজৰি গুমৰি আহি ঘৰ পালেহি। যাওঁতে এঘণ্টা লগা বাটচোৱা ঘূৰি আহোঁতে আধা ঘণ্টামানতে শেষ হ'ল। বংশীয়ে দৰৱৰ প্ৰেচক্ৰিপচনখন মংলাৰ হাতত দি দৰৱ আনিবলৈ পইচা উলিয়াই দিলে। চাইকেলখন দি আহো বুলি সি ওলাই গ'ল।

চাইকেলখন জনমজয়ক ঘূৰাই দি বংশীয়ে আকবৰ ওচৰলৈ আহিছিল।

ফুলেশ্বৰীৰ সৈতে একেটা ঘৰতে আকৌ কেনেকৈ থাকে? তাইৰ গৰ্ভত কাৰ সন্তান? তাইক সুধিব কোনে? সুধিলে যদি তাই তাৰ কথাকে কৈ দিয়ে। তাক ফান্দত পেলাবলৈ বুলি যদি তাইক কোনোবাই সেই অৱস্থাত পঠিয়াই দিছে। কিন্তু তাইৰ গৰ্ভৰ সন্তানটো কাৰ? নিজকে নিজে প্ৰশ্ন কৰি কৰি সি গ্ৰেজিং ডোখৰৰ মাজৰ চামগছ জোপাৰ তলতে বহুত সময় বহি থাকিল। কোনো প্ৰশ্নৰ উত্তৰ সি উলিয়াব নোৱাৰিলে। মাষ্টৰৰ ওপৰত তাৰ খুব খং উঠিল। ফুলেশ্বৰী মংলাৰ ঘৰলৈ আহোতেই সি অন্য ঠাইলৈ যাবলৈ ওলাইছিল।

মাষ্টৰে মানবীয়তাৰ কথা ক'লে, কা-পুৰুষালি কৰা হ'ব বুলি ক'লে, দুখীয়াক সহায় কৰাৰ কথা ক'লে যাৰ কাৰণেই আজি বংশীৰ মূৰত বিনা মেঘে বজ্ৰপাত পৰিছে। তাক মাষ্টৰেই খাই দিলে। বংশীয়ে সমস্যাটোৰ কথা আকবৰক বাৰীত অকলে পাই ভাঙি পাতি ক'লেহি। মাষ্টৰেই তাক শেষ কৰি দিলে বুলি কওঁতে আকবৰে বোলে, "তই যেনেকৈ তাইৰ ভিতৰুৱা কথাটো নজনাৰ কাৰণে তাইৰ সৈতে থাকিবলৈ শেষত মান্তি হৈছিলি, মাষ্টৰেও তেনেকৈ ভিতৰুৱা কথাবোৰ নজনাৰ কাৰণেই তোক মংলাৰ ঘৰৰ পৰা গুচি নাহিবি বুলি কৈছিল। আৰু তই যেতিয়া সম্পূৰ্ণভাবে নিৰ্দোষী, তাৰ কাৰণে ইমান ভয় কৰিবলগীয়াও তোৰ একো নাই।" শেষত আকবৰে কথাটো মায়েকক ক'বলৈ ক'লে। বংশীয়ে লেঙেৰীক আকবৰৰ খোটালীলৈ মাতি নি গোটেই কথাটো ক'লে। লেঙেৰীয়ে বংশীৰ কথাবোৰ শুনি নিজৰ গাৰ বদনাম লুকুৱাবলৈ বুদ্ধি কৰি লেঙেৰীক কৈছেহি বুলি বংশীলৈ একেথৰে চাই আছিল। বংশীয়ে বোলে, "কি হ'ল খুড়ী? তুমি দেখোন মোৰ চকুলৈ চাই ৰ'লা?" "এৰা জানো পাই, কথাৰ মেৰপাক মই ধৰিবই পৰা নাই। তোৰ গাত যদি কোনো চেকাই নাই তইনো ইমানকৈ ভয় কৰিছ কিয়?"

বংশীয়ে বুজিলে তাক লেঙেৰীয়ে বিশ্বাস কৰিব পৰা নাই। "তাইৰ কেইমাহ হৈছে বুলি কৈছে?" বংশীয়ে বোলে, "মই সেইবোৰ একো সোধা নাই।" বংশী ফুলেশ্বৰীৰ সৈতে থকা কেইমাহ হ'ল সেইটো কথা মনতে লেঙেৰীয়ে চিন্তা কৰি চালে যদিও একো সিদ্ধান্তলৈ আহিব নোৱাৰি বোলে, "মই তোক তাইৰে সৈতে একেলগে নাথাকিবি বুলি তেতিয়াই কৈছিলো। আকবৰৰ ববাকে তোক বাপেকে-জীয়েকেও অকলশৰে থাকিব নাপাই বুলি কৈছিল। এতিয়া যেনেকৈ মৰ মৰি থাক। মোক একো নুসুধিবি।" বংশীয়ে

ফুলেশ্বৰীৰ ওচৰলৈ গৈ তাইক কথাটো সুধিবলৈ লেঙেৰীক নেৰা-নেপেৰাকৈ লাগিল। লেঙেৰীয়ে মংলাৰ ঘৰত সেইবোৰ কথাৰ উহ ল'বলৈ নেযায়। শেষত কৰিমক মাতি আনি মায়েকে মাতিছে বুলি ফুলেশ্বৰীক মাতিবলৈ পঠিয়ালে। ফুলেশ্বৰী কেনেবাকৈ নাহে বুলি কিবা দৰৱ এটা কৰিমৰ মায়েকে ফুলেশ্বৰীক নিবলৈ মাতিছে বুলি ক'বলৈ বংশীয়ে কৰিমক কৈ পঠিয়ালে। কৰিমক পঠিয়াই বংশীয়ে আকবৰৰ বিচনাত বাগৰ দি চিন্তা কৰি থাকিল। লেঙেৰীয়ে খলিফাক ঘৰৰ মুধলৈ মাতি নি কথাবোৰ ক'লেগৈ। খলিফা দাং খাই উঠিল। সেইবোৰৰ মাজত সোমাবলৈ কি দৰকাৰ? কৰিমক পঠিওৱা বুলি ক'লত খলিফাই বোলে, "হাতৰ কুঠাৰ ভৰিত মাৰি সি মৰিছে। সি বাচিব নোৱাৰে। ৰূপহীক কাৰোবাৰ ঘৰলৈ নপঠিওৱাকৈ তাইৰ আগত এইসৱ কথা নাপাতিবি" বুলি কৈ খলিফা জুইৰ ওচৰৰ বস্তাখনত আকৌ বহিলগৈ।

ৰূপহীয়ে তাঁতখন মেলি থৈ কেনিবা গৈছিল। সেই চলতে লেঙেৰী গৈ তাঁত বোৱাত লাগিলগৈ। দৰৱ দিবলৈ মাতিছে বুলি ক'লত ফুলেশ্বৰী লগে লগেই কৰিমৰ সৈতে আহিল। লেঙেৰীয়ে তাইক তাঁতৰ শাললৈকে মাতি নিলে। ফুলেশ্বৰীৰ কি কি হয়, প্ৰথমতে লেঙেৰীয়ে সুধিলে। তাইৰ গাত লেঠা হৈছে বুলি লেঙেৰীয়ে কোৱাৰ লগে লগে ফুলেশ্বৰীয়ে কান্দিবলৈ আৰম্ভ কৰিলে। লেঙেৰীয়ে তাইক তাইৰ মাকৰ দৰে ভাবি কাৰ ফালৰ পৰা তাইৰ গাত লেঠা হৈছে সঁচা কথা ক'বলৈ ক'লে। তাই নকয়। বহুত ফুচুলোৱাৰ পিছতো তাই কথা নক'লে। শেষত যেতিয়া ফুলেশ্বৰীৰ অসুবিধা হ'লে নিজে খবৰ-খাতি কৰিম বুলি লেঙেৰীয়ে ক'লে তেতিয়াহে বুকুত সাহ গোটাই ফুলেশ্বৰীয়ে তাইৰ কাহিনীটো ক'লে। ফুলেশ্বৰীৰ পৰা কথাবোৰ লৈ তাইক থৈ আহিবলৈ, কৰিমক পঠিয়াই দি লেঙেৰী খলিফাৰ ওচৰত বহিলহি। ফুলেশ্বৰীৰ কথাবোৰ শুনিবলৈ খলিফায়ো ব্যগ্ৰতাৰে অপেক্ষা কৰি আছিল। লেঙেৰীয়ে আৰম্ভ কৰিলে, "ৰামধাৰীয়ে হেনো ফুলেশ্বৰীয়ে ফ্ৰক পিন্ধি থকা দিনৰে পৰা তাইৰ হতুৱাই গাত তেল ঘহাঁই, গা পিটিকিবলৈ লগায়। সেইখন পিটিকা-পিটিকিৰ পৰাই হেনো ৰামধাৰীয়ে তাইক নকৰিবলগীয়া কাম কৰিলে। তাইক হেনো শাৰী কাপোৰ দি দিনে দিনে বেছিকৈ মৰম কৰিবলৈ ধৰিলে। আকৌ তাইক বোলে সি জীপ গাড়ীত তুলি নি টাউনত চিনেমা দেখুৱাইগৈ। সেইবোৰ বোলে ভালেমান দিনৰে পৰা চলি আছিল। এদিন হেনো আমাৰ লীলা,

ললিতাহঁত ঘৰত নাথাকোতে লেঙেৰীৰ ককায়েকে পকা চুলি উঘালিবলৈ তাইক জীপ গাড়ী পঠিয়াই নিয়াইছিল আৰু হেনো দিন দুপৰতে কংসয়ো বোলে তাইক বল-বন্তি কৰিলে। সেইদিনাই তাই হেনো কংসৰ ঘৰৰ পৰা পলাই বাহিৰে বাহিৰে মংলাৰ ঘৰলৈ গুচি আহিলে।"

বংশীয়ে লেঙেৰীৰ কথাবোৰ কোঠাৰ পৰা কাণ থিয়কৈ শুনি আছিল। তাৰ গাৰ ওপৰৰ পৰা যেন এটা গধুৰ বোজাহে আঁতৰি গ'ল। সি স্বস্তিৰ নিশ্বাস পেলালে। ৰামধাৰীয়ে ষড়যন্ত্ৰৰ এই জালখন তাৰ ওপৰতে পেলোৱাৰ বুদ্ধি কৰিছিল। তাৰ মনটো পাতল লাগি এবাৰ বাহিৰলৈ ওলাই আহিবলৈ ইচ্ছা হৈছিল। লেঙেৰীয়ে আৰু কি কি কয় শুনি ল'বলৈ সি অলপ অপেক্ষা কৰিলে।

লেঙেৰীৰ মুখত ফুলেশ্বৰীৰ বিপৰ্যয়ৰ কাহিনী শুনি খলিফাই "হায় আল্লা" বুলি ক'লে। "মাউৰী ছোৱালীজনী দেহি! তাতে আকৰী-আজলী পাই সিহঁতে ইমান ডাঙৰ ঘটনাটো কৰিব লাগেনে? বৰ ডাঙৰ কাম কৰিলে দেই। খোদাই কেতিয়াও নসহে। চাই থাকিবি তই। জীয়া জুইৰ লগত খেল কৰিলে পোৰে বুলি নেজানে নেকি?" "ৰামধাৰীয়ে কিজানি মাইকী কৰিয়েই ৰাখিলেহেঁতেন? ল'ৰা এপেট লৈ তাই গুচি আহিলে কাৰ কিটো কৰিবলৈ?" লেঙেৰীয়ে কথাবোৰ ফুলেশ্বৰীক দোষাৰূপ কৰি কোৱা দেখি খলিফাই বোলে, "তইও কেঁচুৱা ছোৱালীয়ে কোৱাদি কথা কৈছ! তাইৰ স্বভাৱ বেয়া হোৱাৰ এইটোৱেই বয়স। তাতে ধনী মানুহ এটাৰ লগত খেলা কৰিবলৈ পাই তাই আকৰিয়ে ছাগৈ আস্মান ঢুকি পোৱাদি পাইছিল। আৰু সি তাইক তাৰ নাতিনীয়েকৰ বয়সৰ ছোৱালীজনীক নিজৰ মাইকীজনী থাকোতে কিহৰ একালত তাইৰ গাত হাত দিলে কচোন? আৰু বা কিমানক সিহঁতি বেশ্যা কৰিছে কি ঠিক আছে। তাই কৈ দিলতহে পানী তলৰ কাঁইটডাল চিনি পালি। যি হ'ল হ'ল। কথাত কথা বাঢ়ে খৰিকাত কাণ বাঢ়ে। আমাৰ মুখৰ পৰা কথা বাঢ়িব নালাগে। বংশী আহক। তাইক সুধিবলৈ কৈছিল, তাই যি ক'লে তাক কৈ দিবি।"

লেঙেৰীয়ে বোলে, তাই যে ককাইদেউক লেটিয়াই লেটিয়াই কথাটো ক'লে, সেইবোৰ কথা মই কিন্তু বংশীক নকওঁ দেই। বংশীকনো কোনে হাতত ধৰি আছে? জুইকুৰাৰ ওচৰত ঘিউখিনি থাকিলে নগ'লি থাকিব পাৰেনে বংশী আকবৰৰ কোঠাৰ পৰা ওলাই আহি লেঙেৰীৰ কথাৰ উত্তৰ নিজেই দিলেহি।

"বুজিছো খুড়ী, তুমিহে নালাগে সকলোৰে সেইটো কথাকেই ক'ব। মই

মিছা-মিছি মানুহৰ সন্দেহৰ কাৰণ হোৱাত ভয়ত জ্বলি-পুৰি মৰিছো। তাতোতকৈ ভয় খাইছিলো ৰামধাৰী কংসই মোক জালত পেলাবলৈ ষড়যন্ত্ৰ কৰি তাইক পঠিয়াইছে বুলি। যেই হওঁক, তাই মোক ৰক্ষা কৰিলে। কিন্তু ছোৱালীজনীৰ অৱস্থাটোৰ এতিয়া কি হ'ব?"

খলিফাই অলপ সময় তলকা মাৰি থাকি উত্তৰ দিলে, তাই যেনেকৈ আৰ্জিছে, তেনেকৈ ভুগিব। তই তাইৰ দুখ গুচাব নোৱাৰ। নোৱাৰ যদিও ৰামধাৰীক সুদাই এৰিবলৈও মই নকওঁ। নকওঁ যদিও কিবা এটা তইঁতি কৰিব পাৰিবি বুলিও নাভাবো। কাৰণ হাতীৰ টিকাত তইঁতৰ ভৰাৰ ফৰ্মুটিয়ে একো কৰিব নোৱাৰে। তাইক ৰামধাৰীৰ ঘৰলৈ ঘূৰাই পঠিওৱাৰ উপায় এটা কৰিব পাৰিলেহে তাক বান্ধিব পাৰিবি। আৰু এটা কথা, তই ইমানতে মংলাৰ ঘৰৰ পৰা আঁতৰি অহাই ভাল দেখো। তই পিছে গুচি আহিলেও ৰামধাৰীয়ে চল পাব। তাকে চাইচিতি যি ভাল দেখ আটাকেউটা বহি আলোচনা কৰিহে কৰিবি দেই। আৰু মাষ্টৰকো কথাটো ক'গে"

বংশীয়ে বোলে "মই গুচি আহিলে মংলা বুঢ়াই ফুলেশ্বৰীক মৰিয়াই মাৰি পেলাব দদাই। ফুলশ্বেৰীক মৰিবলৈ দিলে ৰামধাৰী সাৰি যাব। তাক মই পানী পানী খুৱাম, দদাই।" তেতিয়ালৈকে বংশীৰ দুপৰীয়া ভাতৰ কথা উঠাই নাছিল। খলিফাই বংশীক ভাত খোৱাৰ কথা সুধিলে। হস্পিতেলৰ পৰা আহি মংলাৰ ঘৰৰ ভিতৰ সোমোৱাই নাই বুলি বংশীয়ে ক'লত লেঙেৰীয়ে বংশীলৈ ভাত বান্ধিবলৈ গ'ল।

আকবৰ বাবীৰ পৰা আহিল। বংশীয়ে আকবৰক ফুলেশ্বৰীৰ মুখৰ পৰা লেঙেৰীয়ে শুনি কোৱা কথাবোৰ ক'লে। আকবৰে মূৰে-কপালে হাত দি বহিল। ৰামধাৰীৰ কাৰণে সকলো কামেই সম্ভৱ; কিন্তু কংস তাৰ মায়েকৰ নিজৰ ককায়েকটোৰ বংশ মৰ্য্যদা, তদুপৰি স্থানীয় মান-মৰ্যদাৰে বয়সস্থ মানুহজনেও মজদুৰৰ দুখীয়া ছোৱালীজনীৰ জীৱনটোলৈ খেলা কৰাৰ কাৰণে আকবৰৰ খুব খং উঠিল। খং উঠিলে সি মুখেৰে কথা কোৱাতকৈ শক্তি প্ৰয়োগ কৰাত উগ্ৰ হৈ উঠে। সি একো নকৈ ইফালে ঘুৰা-ঘুৰি কৰি থাকোতে এবাৰ ভনীয়েকলৈ মনত পৰিল। তাইৰ ওপৰতো জগন্নাথে হাত দিলে নেকি? সি কেইবাদিনো ভাবি থকা কথাটোৰ সম্ভেদ উলিয়াবলৈ ৰূপহীক মাতিলে। তাঁতশালৰ পৰা ৰূপহী উঠি আহিল। নঙলাৰ মুখেদি লীলাই গৰু এজাক খেদি

ৰ্শ যোৱা দেখি লীলাক মাতিবলৈ ৰূপহীক ক'লে। লীলা আহিল। লীলাই ৰূপহীলৈ তেল, পাউদাৰ, কাপোৰ-কানি আদি বস্তুবোৰ জগন্নাথৰ হাতত দি পঠিয়াই নিজেনো কিয় দি যাবহি নোৱাৰ বুলি লীলাক সুধিলে। জগন্নাথক সিহঁতৰ ঘৰলৈ অহা-যোৱা কৰাৰ সুবিধা দিয়া মানে ৰূপহীক যে বেয়াৰ ফালে ঠেলি দিয়া হৈছে সেই কথা কৈ লীলাক আকবৰে ধমক দিলে।

খলিফাই বোলে, "চুৰ কৰিবলৈ ধৰিছ নেকি অ "? লীলাই বোলে, তহঁতিনো কি কৈছ, মই একোকে বুজাই নাই। মই জগন্নাথৰ হাতত তেল, পাউদাৰ একো দিয়া নাই। বৌৱেকৰ গাত নোহোৱা হ'ল বাবে তাইলৈ ব্লাউজ এটা এদিন মই দিছিলো। তাৰ পাচত আৰু কিবা কিবি দিছে যদি সি নিজে কিনি দিছে, আৰু কিবা দিছেহি যদি এই ভেলেঙীজনীক ফুচুলাই নি কোনোবা দিনা সি বিক্ৰী কৰি দিবগৈ। বাটত "গৰুৱে ধান খালে ঐ" বুলি কোনোবাই চিঞৰা শুনি লীলা দৌৰি ওলাই গৈছিল। আকৌ ঘূৰি আহি ক'লেহি, সি হেনো জগন্নাথৰ ভয়তহে ললিতাক অকলে এৰি নাহে। জগন্নাথৰ স্বভাৱ বেয়া আৰু মোমায়েকে লীলা আৰু ললিতাক ঘৰলৈ আহিবলৈ মানা কৰিছে কাৰণেই সিহঁত হাল আহিব পৰা নাই। তাতকৈ ডাঙৰ কথা আকবৰহঁতে ঘৰত কিবা মিটিং পতা বন্ধ কৰিবলৈ বুলি কৈ থাকোতে "গৰুৱে ধান খালে ঐ লীলা" বুলি বাটৰ পৰা কোনোবাই আকৌ মতা শুনি এচাৰিডাল তুলি লৈ লীলা দৌৰি ওলাই গ'ল। লীলাৰ কথাবোৰ শুনি বংশী আকবৰ বিচনাৰ পৰা উঠি আহিল। ৰূপহীক বস্তুবোৰ দি তাইৰ পৰা কথা লৈ জগন্নাথে কংসক সকলো জনাই দিছেগৈ বুলি ৰূপহীক দায়ী কৰি বংশীয়ে ভৱিষ্যতলৈ কোনো কথা তাক নক'বলৈ ৰূপহীক সাৱধান কৰি দিলে। ৰূপহীৰ লগত জগন্নাথৰ কিবা গোপন সম্পৰ্ক গঢ়ি উঠিছে নেকি ভাবি খঙত আকবৰে ৰূপহীক খোলাখুলিকৈ সুধি দিলে। বংশীৰ আগত সেইদৰে কোৱাৰ কাৰণে ৰূপহীৰ খং আৰু লাজত কাণ-মূৰ ৰঙা হ'ল। তাই বোলে, "মই কিবা তাৰ লগত কথা পাতিছো নেকি তাতে যে তই মোক বেয়া ভাবিছ? বস্তুবোৰ লীলা কাইয়ে দি পঠিয়াইছে বুলি দিয়েহি। মই ঘূৰাই পঠিয়াব পাৰো নেকি? আৰু মেল-মিটিং পতাৰ কথা মোক সি কোনো দিন সোধাও নাই। মই একো কোৱাও নাই। তহঁতি মোক মিছা-মিছিকৈ নকবি।" কথাবোৰ কৈ কৈ ৰূপহীয়ে কান্দি কান্দি মাকৰ ওচৰলৈ গ'ল।

লেঙেৰী ওলাই আহিল। মনে মনে জগন্নাথৰ পৰা বস্তু লৈ ছোৱালী আগবঢ়াই দি ধন ঘটিব খুজিছে বুলি লেঙেৰীক খলিফাই ভালকৈয়ে গালি-শপনি দিলে। লেঙেৰীয়েও ওভতি আকবৰ, খলিফা আৰু বংশীক উদ্দেশ্য কৰি ভালকৈ এজাউৰী শুনাই দিলে বোলে, "ইমানটো ভয়েই যদি পাকঘৰৰ ভিতৰত সোমাই ফুচফুচীয়া মেল পাতি বহি থাকিব নালাগে। মই সব কথা শুনি আছো। তাইক সদায় কৈও আছো বোলো মেল মিটিঙৰ কথা সেইটোক ক'লে নিজৰ ককায়েৰৰহে বিপদ হ'ব। তাই নোকোৱা কাৰণেই তহঁতি ইমান দিন মাৰ নোখোৱাকৈ সাৰিছ। আও মৰেণেৰে মৰিবলৈ মূৰে-ভৰি কাঢ়িছহঁক। গদাধৰে গাঁৱত মাটি বিচাৰি অহা দেখিছ? ককাইদেউ বা ৰামধাৰীয়ে কাক কোনদিনা মাটি বন্ধকত দে বুলি খুজিছিলহি? হাতীৰ লাদ দেখি শহাই গোকৰ ফাটি মৰিবলৈ ওলালে তহঁতৰ হাড়মূৰ গুড়ি নহে কাৰ হ'ব? ককাইদেউৰ সেইবোৰ ব্ৰহ্মোত্তৰ মাটি। মধুসোধন গোঁসাইক খাটে পামে ৰজাই দিয়া মাটি বুলি সদায় কৈ আছো, তহঁতি মৰিবি, তহঁতি মৰিবি। পাবি এতিয়া মজাটো। ধান নিদিওঁ বুলি আলচ কৰি মাষ্টৰে বোন্দা থেকেচা খাই তিনিদিনলৈ গাল উখহাই চকুপোত খুৱাই আছিল বুলি তহঁতিয়েই কৈছিলিহি! বুঢ়া মানুহটোকে সেইদৰে খুন্দিছে। তহঁতক সুদাই এৰিব বুলি ভাবিছ নেকি হাঁ? মাজতে মোৰহে কলৰ জপৰ খন হৈছে। কাৰণ এফালে মোৰ নিজৰ ককাই আৰু মোৰ ককাইৰ বিপক্ষে মূৰে-ভৰি কাঢ়িছে মোৰ নিজৰ ল'ৰাই। মোক হেজাৰে অন্যায় কৰক ; তথাপি নিজৰ ককাইটোৰ বিপক্ষে উঠিলে মই মুখেৰে নমতাকৈ থাকিব নোৱাৰোঁ।"

লেঙেৰীয়ে যে কংসৰ বিপক্ষে কোৱা কথা সহ্য কৰিব নোৱাৰে বংশীয়ে আগতে বুজা নাছিল। লেঙেৰীৰ ভাতৃস্নেহৰ ওপৰত মাধমাৰ সোধাই বংশীয়ে ক'লে "খুৰী, ককায়েৰে বিহ খুৱালে তুমি নমৰিবা নেকি? ইমান অত্যাচাৰ কৰাৰ পাছতো মই শুনি আচৰিত হৈছো। বিপদত যি মাত দিয়ে, যি সহায় কৰে, সি লাগিলে যি জাতৰে নহওঁক, তাকহে অপোন বুলি ভাবিব লাগিব। এতিয়া শত্ৰু-মিত্ৰৰ চিনাকিও তোমাক দিবলগীয়া হ'লনে?"

আকবৰে বোলে, "মাইৰ কথাত লাগিলে তোৰ মূৰ গৰম হ'ব, বংশী। মনে মনে থাক। ৰজাই মাটি যাক দিছিল সেই বামুণ গোঁসাইৰ হাড়ত কেতিয়াবাই বন গজিলে। এতিয়া ৰজাও নাই, বিষয়াও নাই। ভাত হয় মানে চাকৰ ওচৰৰ পৰা আহোঁগৈ। যাব যদি ব'ল বংশী।" আকবৰে মনটো শান্ত কৰিবৰ কাৰণে

অলপ সময় আঁতৰি থাকিবৰ মন কৰিছে মাষ্টৰৰ ঘৰলৈ যাবলৈ ওলাইছিল। খলিফাই তাৰ মনৰ কথা বুজি পাই বোলে, "যাব যদি গদাধৰৰ ঘৰলৈ গৈ পইচা কেইটাকে বিচাৰি আনগৈ। মাষ্টৰৰ ঘৰৰ পৰা ঘূৰি আহি আৰু যোৱাৰ সময় নাথাকেগৈ।"

"মূৰটো এনেয়ে গৰম হৈ আছে। এই দুপৰীয়া পইচা বিচাৰি মই গদাধৰৰ ওচৰলৈ গ'লে আৰু জুই জ্বলিব। ১৫০ টকাত সি এমাহৰ হাজিৰা কৰাই ল'ব খুজিছে। আগত বন্দবস্তমতে পুখুৰীৰ পাৰ সমান কৰি দিলো। আৰু কাম নকৰো। বন্দবস্ত মতে মই পইচা উলিয়াই লম।" আকবৰে ক'লে।

লেঙেৰীয়ে বোলে, "উলিয়াই লবি? কেতিয়া উলিয়াই লবি? ববাৰক লুঙি এখন আনি দিবলৈ তোক কেইদিন কৈছো। এই মহাজাৰ আহিছে। ভুটীয়া চুৰেটোৰ এটাকে ববাৰক আনি দেহি। তই ঘৰখনৰ কথা নাভাবি তাৰ পিছে পিছে মিটিং গাই ফুৰিলে........।" খলিফাই বোলে তই এতিয়া সেইখন বকলা মেলিব নালাগে। তাক ভাত দে। মোক এতিয়া চুৰেটোৰ কিনি দিব নালাগে। পাৰ যদি পইচাকেইটা গদাধৰৰ পৰা আনি জাৰ নৌ পৰোতেই তইয়ে নীলামি কোট এটা লহি। তইতৰ লগত সি নিশকটীয়া হৈ ঘূৰি ফুৰিছে বংশী, মোৰ কিবা বেয়া লগা হৈছে। তাক কোট এটা কিনি আনি নিদিলে সি জাৰতো এইদৰেই ফুৰিব।"

বংশীয়ে হাঁহি এটা মাৰি বোলে, "তাৰ গাত গৰম তেজ আছে দদাই, আৰু সি নিজে জাৰত থাকিলেহে লোকৰ গাৰ জাৰ অনুভৱ কৰিব পাৰিব। কোট চুৰেটোৰ পিন্ধি ফুৰিলে, জাৰত কপি থকাবোৰৰ কথা পাহৰি যাব।" লেঙেৰীয়ে বংশীক ভাত খাবলৈ মাতিলে। আকবৰো বংশীৰ সৈতে খোৱাৰ ঘৰলৈ সোমাই গ'ল।"



## ।। দহ ।।

খলিফাৰ ঘৰৰ পৰা ফুলেশ্বৰীয়ে কোবাকুবিকৈ আহি ঘৰ সোমালেহি। মূৰত চিন্তাৰ ভাৰ এখন লৈ তাই ঘৰৰ ভিতৰত চট্‌ফটাই আছেহি। তাইৰ এটাই মাত্র চিন্তা যে তাইৰ পেটত লুকুৱাব নোৱাৰাকৈ এটা বস্তু সোমালে। চাদি বিয়া নোহোৱাকৈ পেটত বাতচা হোৱাটো বৰ লাজৰ কথা। লাজ অপমান যিয়েই নহওক তাইৰ পেটত পোৱালী আছে বুলি গম পালে তাইক মংলা বুঢ়াই ঘৰৰ পৰা উলিয়াই দিব। তাই কলৈ যাব? তাই অহাৰ পিচদিনাই মংলাই তাইক ৰামধাৰীৰ ঘৰত থৈ আহিম বুলি কৈছিল, তাই কিয় শুছি নগল? এতিয়া ৰামধাৰীয়েও তাইক নাৰাখে। তেন্তে? তাই এতিয়া কি কৰিব? কাৰোবাক উপায় বিচাৰিবলৈ যোৱা মানে কথাটো তাই নিজে উলিয়াই দিয়া হ'ব। বংশীয়ে তাইক মৰম কৰে কিন্তু সি এইটো কথা জনাৰ পিচত তাইক কেতিয়াও ভাল চকুৰে নাচাব। বলোৰামে কি কৰে তাৰো থিক নাই। ফুলেশ্বৰীয়ে যি কোনো উপায়েৰে গৰ্ভৰ সন্তানটো উলিয়াই পেলাব। তাই ৰামধাৰীৰ সন্তানক জন্ম নিদিয়ে। তাই বিজুলী ধাইৰ ওচৰলৈ যাব। সন্তানটো যদি বাহিৰ কৰি দিব পাৰে তাই জীয়াই থাকিব। অন্যথাই তাইৰ পেটৰ 'বাতচা' জনম দিয়াৰ আগতেই আত্মহত্যা কৰিব। তাইৰ এতিয়া এটাই প্রধান চিন্তা-বিজুলী ধাই ক'ত থাকে বিচাৰি উলিওৱা। খলিফাৰ ঘৰৰ পৰা অহাৰ পিছৰ পৰা সন্ধিয়ালৈকে তাইৰ চিন্তাৰ শিকলিডাল দীঘল হৈ গৈ আছে। তাই বন্ধা খোটালীটোৰ বেৰখনৰ দাঁতিত মাটিতে শুই থাকিল। গৰ্ভৰ ভিতৰৰ আতঙ্কই ভোক-পিয়াহ সোমাবলৈকো ঠাই নিদিলে। বলোৰামে তাইৰ বিষয়ে সকলো কথা মংলাক কৈ দিলে বুলি ফুলেশ্বৰীয়ে তেতিয়াহে গম পালে যেতিয়া মদৰ নিচাত ক'ব নোৱাৰা হৈ মংলাই তাইক ঘৰৰ পৰা ওলাই যাবলৈ কৈ গালিত তালফাল কৰিলেহি। মংলাই হেঁপাহ পলুৱাই তাইক চৰ গোৰ যি পাৰে মাৰিলেহি।

ফুলেশ্বৰীয়ে কিন্তু মুখেৰে শব্দ এটাও নকৰাকৈ সকলো সহি গ'ল। তাইক টনা-আজোৰা কৰিও ঘৰৰ বাহিৰ কৰিব নোৱাৰি মংলা ভাগৰি গ'ল। কন্তেক ঘৰৰ পিৰালিত এন্ধাৰে মুন্ধাৰে বহি থাকি জেপৰ জুইশলাৰে চোতাল

আগৰ জাবৰ খিনিত জুই জ্বলাই দিলে। শুকান জাবৰৰ জুইয়ে মংলাৰ চোতাল ঘৰ পোহৰ কৰি পেলালে। জুইৰ ওচৰত অলপ বহি মংলাৰ গাটো পুনৰ গৰম হৈ আহিল। সি ফুলেশ্বৰীক বাৰে বাৰে এটা কথাই প্ৰশ্ন কৰিছে, "তাইৰ পেটৰ বাতাচাতো কাৰ।" তাই একো নকয়। খণ্ডত মংলাই চিঞৰি চিঞৰি তাইক গালি পাৰিছে।

মংলা বুঢ়াৰ ঘৰলৈ মাষ্টৰক বংশী আৰু আকবৰে লৈ আহোঁতে মাষ্টৰে দেখিলেহি দুকুৰা জুই, একুৰা চোতালত, আৰু আনকুৰা মংলাৰ মূৰত। মংলাই চুলিকোছাত ধৰি ফুলেশ্বৰীক ভিতৰৰ পৰা চোঁচৰাই উলিয়াই আনিছে। ফুলেশ্বৰীয়ে কোনো প্ৰতিবাদ প্ৰতিৰোধ কৰা, আনকি মুখেৰে মাত এটাও মতা নাই। বলোৰাম ঘৰতে আছিল। বংশীয়ে আগবাঢ়ি গৈ মংলাক হাতত ধৰি আঁতৰাই আনিলে। মংলা ক্ষান্ত নহৈ দুগুণে জ্বলি উঠিল। "চালা হাৰামি। হামি ফুলেশ্বৰীকে ৰামধাৰী ঘৰে ৰাখি আহিম বুলি কৈছিলো। তই জোৰ-জুলুম কৰি তাকে ৰাখি দিলি। তাইৰ বাতচা জনম হ'লে তুই খুৱাব লাগিব। ফুলেশ্বৰীৰ জিম্মা তুই ল'ব লাগিব। বলোৰামকেৰ কামানি কেতনা? হামি আপন পেটৰ খোৰাকি যোগাৰ কৰেক নাই পাৰিছো, তাৰ ওপৰতে আৰু একেটা জনম হ'লে কোনে খুৱাব?" আকবৰ আগবাঢ়ি আহি মংলাক বুজনি দিবলৈ চেষ্টা কৰিলে। মংলাই কাৰো কথা নুশুনে। বলোৰামে আকবৰ বংশীৰ মাত শুনি শুই থকাৰ পৰা লেঙুৰিয়াই লেঙুৰিয়াই চোতাল পালেহি।

ফুলেশ্বৰী তেতিয়াও চোতালতে বহি আছে। বলোৰামে কোনো কথা নকলে, মাথো মাষ্টৰক বহিবলৈ চকীখন উলিয়াই দিলেহি।

মাষ্টৰে মাত লগালে হেৰ' গৰু ছাগলীয়েও মাইকীক খোচা খুন্দিওবা নকৰে। তেনেস্থলত মানুহ হৈ মতাই তিৰোতাক, মোমায়েকে ভাগিনীয়েকৰ ওপৰত এইদৰে কৰা অত্যাচাৰ পশুতকৈও অধম কাম হৈছে।" মাষ্টৰৰ সংসাৰ ভাগি থানবান হোৱাৰ পাছতো নিজৰ তিৰোতাক কোনো অত্যাচাৰ নকৰাকৈ স্ব-ইচ্ছাই কাম কৰিবলৈ এৰি দিছিল। সেই কথা পৰ্যন্ত কোৱাৰ পিছতো মংলা ক্ষান্ত নহৈ ফুলেশ্বৰীক ৰামধাৰীৰ ঘৰত ঘূৰাই থৈ অহাৰ কথাতে লাগি থাকিল। চাৰি বছৰীয়া অৱস্থাতে ফুলেশ্বৰীক মংলাৰ ভনীয়েকে মংলাৰ হাতত দি মৰি থাকিল। তাৰ পিছত তাইক পিঠিত বান্ধি লৈ ভিক্ষা কৰি মংলাই দহ বছৰীয়া কৰিলে। পেট ভৰাই এমুঠি খাব, সুখত থাকিব বুলি ৰামধাৰীৰ ঘৰত তাইক ৰাখিছিল। মা বহিন চিনি নোপোৱা জানোৱাৰটোৱে তাৰ নাতিনীৰ সমান

ছোৱালীজনীৰ লগত ল'ৰা-ধেমালী কৰি পেটত বাতচা এটা দি ঘূৰাই পঠিয়াব কিয়? বুলি মংলাই ৰামধাৰীক গালি পাৰিবলৈ আৰম্ভ কৰিলে।

ফুলেশ্বৰীৰ ওপৰত উঠা খণ্ডটো ৰামধাৰীৰ গালে বাগৰি যোৱাৰ সুবিধাতো গ্ৰহণ কৰি বংশীয়ে বোলে, "নানা, তই চিন্তা নকৰিবি। ৰামধাৰীক আমি এৰি নিদিওঁ। সি ফুলেশ্বৰীৰ ওপৰত যি অত্যাচাৰ কৰিলে তাৰ শাস্তি সি পাবই লাগিব। ফুলেশ্বৰীক তাৰ ঘৰলৈ ঘূৰাই পঠিয়াব নালাগে। তাই ইয়াতেই থাকক। তাইৰ ভৰণ-পোষণৰ দায়িত্ব, ঘৰ-দুৱাৰ, মাটি-বাৰী সকলো ৰামধাৰীয়ে দিব লাগিব।"

বলোৰামে অভিযোগৰ সুৰত আৰম্ভ কৰিলে, "মজদুৰ, মানুহ নহয় নেকি? মজদুৰৰ তেজ আৰু ৰামধাৰীহঁতৰ তেজ একে নহয় নেকি? মজদুৰৰ ছোৱালীৰ ওপৰত সকলোৱে বিলাস কৰিবলৈ বিচাৰে কিয়? মজদুৰক ঠাঁই সৰা জাবৰৰ দৰে সকলোৱে কিয় ভাবে? মজদুৰৰ কাৰণে গাঁৱৰ বাইজে মুখেৰে নেমাতে, চৰকাৰে মুখেৰে নামাতে, কোনেও একো নকৰে। ঘৰে ঘৰে হালোৱা, হাজিৰা কাম কৰিবলৈকে মজদুৰক ভগবানে পৃথিৱীলৈ পঠিয়াইছে নেকি? দেখ বংশী, তহঁতি এইটো কথাত দাংধৰা অঞ্চলৰ সকলো মানুহকে গোটাই লৈ ৰামধাৰীক হেঁচা মাৰি ধৰিবি, তেতিয়া তহঁতি মজদুৰ বাইজৰ অন্তৰ পাবি। মুছলমান, খৃষ্টিয়ানৰ বিচাৰ নকৰি যদি মজদুৰৰ সমস্যাটোকো বাইজৰ সমস্যা বুলি মুঠি বান্ধি খাবা হবি, মজদুৰ বাইজে গাঁৱৰ বাইজৰ লগত মিলিবলৈ আগবাঢ়ি যাব। সঁচা কথা ক'লে আপোনালোকে মোক বেয়া নেপাব চাব। মজদুৰক আপোনালোকে নতুন অসমীয়া বুলি যিমানেই মুখেৰে নকওঁক, কাৰ্য্যৰে কিন্তু মজদুৰবিলাকৰ কাৰণে আপোনালোকে একোকে নকৰে। মজদুৰক নামঘৰলৈ সোমাবলৈকে আজি পৰ্যন্ত কোনো গাঁৱৰ মানুহে দিয়া নাই। মজদুৰ মানুহক সকলোৱে অবহেলা কৰি থকাৰ কাৰণেই মোৰ ভনীজনীক ৰামধাৰীয়ে এই অৱস্থা কৰিবলৈ সাহস পাইছে। মই বংশীহঁতৰ লগত সংগ্ৰাম কৰিবলৈ আগবাঢ়ি গৈছো। কিন্তু কেতিয়াবা আমি যদি মাটি গিৰিয়াবোৰৰ হাতৰ মাটি কাঢ়ি ল'ব পাৰো তেতিয়া দেখিব ছাৰ, মোক হয়তো এপুৰা মাটি সিহঁতি দিব। কিন্তু বাকী কোনো মজদুৰে মাটি নাপায়।"

বলোৰামৰ ঘৰৰ চোতালত বলোৰামে মাষ্টৰ বংশীহঁতক কলিজা সৰকি যোৱাকৈ বাক্য বাণেৰে থকা সৰকা কৰি দিলে। বলোৰামৰ কথাৰ উত্তৰ দিবলৈ বা প্ৰতিবাদ কৰিবলৈ কাৰো মুখৰ পৰা কথা নোলালে। বলোৰামে গোটেই

মজদুৰৰ অন্তৰৰ সামগ্ৰীক ক্ষোভ প্ৰকাশ কৰিছে। মাষ্টৰে মাত মাতিলে, "নিজক নিজে অৱহেলা কৰি জহন্নামে যোৱা কৃষক গাঁৱলীয়া ৰাইজে অন্যৰ কাৰণেনো ভাবিব কেনেকৈ? তদুপৰি ধৰ্মৰ দোহাই দি জাতি-ভেদৰ বাচ-বিচাৰ কৰি ভাইয়ে ভাইয়ে কন্দল কৰি বোকাত লুতুৰি-পুতুৰি কৰি ৰাখিবলৈ ৰাজনীতিৰ ষড়যন্ত্ৰই দিনে নিশাই হোজা গাঁৱলীয়া ৰাইজৰ ওপৰতেই সকলো শক্তি প্ৰয়োগ কৰি আছে। স্থানীয় মানুহে মজদুৰক অৱহেলা কৰাৰ প্ৰশ্ন দূৰতে থাকক, বলোৰাম। লাচিত, মূলা, কনকলতাৰ নামত উৎসৱ পাতি শ্ল'গান দিয়া অসমীয়া ডেকা গাভৰুৱে আজি বন্দুকৰ এটা শব্দ শুনিলে বুকুত ধপ্‌ধপনি উঠে। জাতীয় চেতনা, দেশাত্মবোধ চিনি নোপোৱা সেইবোৰ ডেকা গাভৰুৱে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ কথা চিন্তা কেনেকৈ কৰিব।"

মংলা বুঢ়াই ইমান সময়ে কথাবোৰ মিতাল মাৰি ভালকৈ নুবুজিলেও শুনি আছিল। হঠাৎ সি মাষ্টৰক বোলে, "তোৰ লম্বা লম্বা কথা হাম্‌ৰাকে পেট নাই ভৰাই ৰে মাষ্টৰ। ঐ ৰকম বহুত বাত শুনলি। বহুত আলেক, বহুত গেলেক, বহুত ভোট দিলি। লেকিন সৱদিন হামদেৰ একেই অৱস্থা, একেই দুখ। ঐ সব ফুচুলনী বাত হামকে দৰকাৰ নাই। যদি হামাৰ দুখেৰ সময় কিছু কৰিবি হ'লে চুক্‌ৰীতাকে ৰামধাৰী ঘৰে পোহঁছাই দে। হামি একটা পেট পুৰা কৰিব নাই পাৰিছো। ছালি হাৰামজাদি চুক্‌ৰীটা, হামাৰ ঘেঁছাই লটক্ যাইহে। আৰ থোৰা দিন পাছে আৰ একটা বঢ়াই দেইতো হামি কেইছে খিয়াব?" মংলাই ৰামধাৰীৰ চৈধ্য গোষ্ঠীত ধৰি আকৌ গালি শপনি আৰম্ভ কৰিলে।

মাষ্টৰে পুনৰ মংলাক বুজালে। "ফুলেশ্বৰীক ৰামধাৰীৰ ঘৰত থৈ আহিলে সি তাইৰ গৰ্ভৰ সন্তানটো নষ্ট কৰি বিপদৰ পৰা হাত সাৰিব। তাই মংলাৰ লগতে থাকক। তাইৰ গৰ্ভৰ জাৰজ সন্তানটো বিপ্লৱৰ বীজ। সেই সন্তানেই ৰামধাৰীহঁতৰ বংশ ধ্বংস কৰিব। তাৰ কাৰণে সকলো খাটি খোৱা মানুহ, সি লাগে মজদুৰেই হওঁক বা গোঁসাই মহন্তই হওঁক, মুঠ বান্ধি সকলোৱে হুংকাৰ কৰিলেহে সিহঁতৰ বুকু কঁপিব।" সেই পৰ্য্যন্ত সংগঠনৰ নামত বংশীহঁতে যে একো কৰিব পৰা নাই তাৰ বাবে আক্ষেপ কৰি মাষ্টৰে বংশীহঁতক উদ্দেশ্য কৰি ভালেখিনি ভৎৰ্সনা কৰি আকৌৰহঁতক এৰি গুচি গ'ল। মাষ্টৰ যোৱাৰ পিচত মংলা ভিতৰ সোমাল। বংশীহঁতৰ কাৰণেই মাষ্টৰে বৃদ্ধ বয়সত যে মাৰকিল খাই লাঞ্চিত হৈছে আৰু তাৰ বিপৰীতে সিহঁতি যে কোনো সিদ্ধান্তলৈকে আহিব পৰা নাই সেই লৈ যথেষ্ট কথাৰ কটাকটি সিহঁত তিনিওটাৰ মাজত হ'ল।

সিহঁতি শেষত এটা সিদ্ধান্ত কৰিলে। ফুলেশ্বৰীৰ সন্তান জন্ম নোহোৱা পৰ্য্যন্ত সিহঁতি কথাটো গোপনে ৰাখিব, আৰু তলে তলে মজদুৰ গাঁৱৰ ৰাইজক ৰামধাৰীৰ বিৰুদ্ধে সঙ্ঘ্ম কৰি এটা সময়ত তাক দলে বলে হেঁচা মাৰি ধৰিবগৈ। ফুলেশ্বৰীৰ কেলেংকাৰীটোকে কেন্দ্ৰ কৰি সিহঁতি বিদ্ৰোহ আৰম্ভ কৰিম বুলি দৃঢ়ভাৱে প্ৰতিজ্ঞা কৰিলে। বকুল আহি ওলালেহি। বকুলে কথাবোৰ গম পোৱা নাছিল। বলোৰামে প্ৰথমে বংশীক সন্দেহ কৰিছিল বুলি খোলাখুলিকৈ কৈ বংশীক আটাইৰে আগতে মাফ খুজিলে। বকুলে কথাবোৰ শুনি গুজৰি-গুমৰি থাকি শেষত বাচি বাচি জাপিসজিয়াৰ পৰা জালুকণিলৈকে যিখিনি ৰাইজক গোট খুৱাব তাৰ তালিকা এখন কৰি বংশীহঁতক শুনালে। সেইদিনাই ফুলেশ্বৰীৰ কথাটো ৰাইজৰ আগত বিচাৰৰ বাবে বকুলে দিয়াৰ কথা কৈছিলে। বংশীয়ে পুনৰ বকুলকো সদ্যহতে কথাটো গোপনে ৰখাৰ কাৰণে সাৱধান কৰি দিলে। বংশী বলোৰামহঁতৰ ঘৰৰ পৰা আঁতৰি গ'লে মূল শত্ৰুৱে কথা ক'বলৈ তাইক ফুচুলাবও পাৰে ইত্যাদি কাৰণতে মংলাৰ ঘৰতে তাক থাকিবলৈ মাণ্টৰে কোৱা কথাবোৰ বকুল-আকবৰহঁতক বংশীয়ে ক'লে।

ফুলেশ্বৰীয়ে বংশীহঁতৰ আলোচনাবোৰ শুনি অলপ সান্ত্বনা লভিলে। তাইক বংশীহঁতে এৰি নিদিয়ে। তথাপি তাই লাজতে মুৰ নদঙাকৈ বহি আছিল। বংশীহঁতে কথা পাতি থাকোতেই এটা সময়ত তাই ঘৰৰ মুধৰ এন্ধাৰৰ মাজলৈ উঠি গ'ল।

ফুলেশ্বৰী চোতালত বহি থকাৰ পৰা কেতিয়া ভিতৰলৈ উঠি গৈছিল কোনেও নেদেখিলে। তাইক সান্ত্বনা দিবৰ কাৰণে বকুলহঁত ঘৰৰ ভিতৰলৈ সোমাল। বলোৰাম চোতালৰ জুইৰ ওচৰতে বহি থাকিল।



## ।। এঘাৰ ।।

কাতি নেউলীৰ গাত কুৰঁলী পৰিল। নতুন ধানৰ গোন্ধে গৰু-ছাগলীক বলিয়া কৰিছে। হোলাৰ দাঁতিৰ বাম ডোখৰত আকবৰৰ নেউলী ধান পকিছে। জেওবাৰ ফাকেদি মূৰ সুমুৱাই গৰুৱে ধান খায়। জাকে জাকে টুনী চৰাই ধানত পৰিছেহি। ঘৰখনৰ কোনোবা এটা অহৰ্নিশে ধানৰখীয়া হৈ থাকিবলগীয়া হৈছে। কৰিমে গাত লাগি ধান নৰখে। তাৰ গাত কথা লগা নাই। ৰ'দটো ভালকৈ ওলোৱাৰ পিছতহে খলিফা ধাননিৰ ফাললৈ আহে। তাৰ আগলৈকে লেঙেৰীয়ে বাৰীত শাক-পাচলিত গোবৰ দিয়া, হাবি-বন গুছোৱা আদি কামবোৰ কৰি কৰি ধানতো চকু দিয়ে। সেইদিনা বেলি উঠাৰ পিচত গোহালীৰ গোবৰখিনি বাৰীলৈ নি নাদত গা-ধুই হাতত কচুশাক এমুঠি লৈ তিতা গাৰে আহি খলিফাক ধাননিলৈ যাবলৈ ক'লেহি। ৰূপহীয়ে ঘৰ চোতাল সাৰি-পুচি থৈছে। তিতা কাপোৰ সলাই মূৰৰ তিতা চুলিখিনিত গামোচা এখন বান্ধি তামোলৰ বটাটো গোটাই লৈ লেঙেৰী বহিলহি।

খলিফা জুইকুৰাৰ ওচৰৰ পৰা উঠাই নাই। এবাৰ দুবাৰত খলিফাৰ গা নলৰে। মানুহটো দগধা হেঁৱাদি হ'ল। গোহালীত গৰুজনীয়ে হেম্বেলিয়াই আছে। হালোৱা গৰুটোও বান্ধতে আছে। গৰু এৰাল দিবলৈ লেঙেৰীয়ে পাহৰি আছিল। ধাননিৰ দাঁতিৰ ঘাঁহ-বন একোছা আজুৰি গৰুকেইটাৰ আগত দি আহিছিল যদিও সেয়া ছাগে শেষ হ'ল। ৰাতিৰ পৰা খলিফাৰ পেটৰ বিষটো উঠিছে। সেই কাৰণে ধান ৰাখিবলৈ বাৰীলৈ যাবলৈ খলিফাক ক'বৰ মনো যোৱা নাই। তথাপি উপায় নাপাই মাত দিলে-"মানুহটোৱে জুইকুৰাকে হেঁচামাৰি ধৰি নাথাকি খোজ দুটামান চলালেহে পেটৰ নাড়ী-ভুৰুবোৰ মুকলি হ'ব। গাটোত ৰ'দ এচেৰেঙা লাগক, ধাননিৰ ওচৰতে বহাগৈচোন। কৰিমে হ'বলা নোখোৱা নোবোৱাকৈ স্কুললৈ ল'ৰ মাৰিলে?" খলিফাই ধান ৰখাৰ কথা একো নক'লে। কৰিমৰ কথালৈহে উত্তৰ দিলে। "খালী পেটেৰে স্কুল পঢ়িবলৈ যোৱা ল'ৰা আমাৰ ঘৰত ওলোৱাহেঁতেন একালত সুখৰ মুখকে দেখিলাহেঁতেন। সেইটোৱে দকৰা ভীমকল এটা খাই বাল্টি-লাহনী লৈ কেহেঁৰ ঘৰৰ আগৰ খাল সিচিবলৈ

গৈছে।" "ভাত খাবলৈ চাউল নাই, সুদা মাছকে খাম বুলি ভাবিছা নেকি? আকবৰ কেতিয়া আহিব, কেতিয়া চাউল আনিব, ভাত কেতিয়া বান্ধিম? মোলোকৰ দোকানৰ পৰা চাউল অলপ বাকীকৈ আনি দিয়াহি" বুলি লেঙেৰীয়ে কৰিমক বাউটি জুৰি চিএৰিলেগৈ। চুণৰ টেমীৰ পৰা চুণ অকণ মুখত লৈ কচুশাক মুঠিৰ ছোচ গুচাবলৈ বহিল।

অলপ সময়ৰ পাছতে হাতত লাহনি লৈ বাল্টিত চেঙেলী, খলিহনা মাছ এসোপাৰে সৈতে কৰিমে হাঁহি হাঁহি মাকৰ ওচৰ পাই কলেহি, 'অ' মাই চা, আজি এগাল পালো" ল'ৰাই ধাননিত থকা হ'লেও কথা নাছিল। মাছ সিচি স্কুল খতি কৰাৰ কাৰণে লেঙেৰীৰ খং উঠি আহিল। তাতে খিচখিচিয়া মাছবোৰ লৈ বোকাৰে লুতুৰি-পুতুৰি হৈ কৰিম অহা দেখি লেঙেৰীৰ ভমক আৰু চৰিল। হাতৰ কচুশাক পেলাই থৈ কৰিমৰ ডিঙিত ধৰি বাল্টিৰ পৰা মাছ এমুঠি লৈ কৰিমৰ মুখত গুজি গুজি সুমুৱাই দি বোলে-"তোক মৰ খকে ধৰিছে যদি কেঁচা মাছকে খা।" কৰিমৰ মুখৰ হাঁহি মাৰ গ'ল। সি কান্দিবলৈ ধৰিলে। লেঙেৰীয়ে মাৰ-কিল কৰে বুলি কৰিম খলিফাৰ ওচৰলৈ গৈ বিননি আৰম্ভ কৰি দিলেগৈ। "তই যে খালে খালে মাছ সিচিবলৈ গলি, স্কুললৈ কিয় নগলি? ধাননিত জাক জাক টুনীয়ে ধান খাইছে ধান বাখিবগৈ নোৱাৰ? গোহালীত এই বেলি দুপৰলৈকে গৰুজনী বান্ধি থৈছু।"

লেঙেৰীৰ কথা বন্ধ নৌহওঁতেই কৰিমে বোলে— "মোৰ কিবা পেট কামোৰা নাই নেকি?" " স্কুললৈ যাবৰ সময়ত তোৰ পেট কামোৰণিটোৱে হেঁচা মাৰি ধৰিবহি আৰু মাছ সিচিবলৈ গ'লে খালৰ জখিনীয়ে তোৰ পেট কামোৰণিটো জাৰি পঠিয়ায়? ভালে ভালে গৰুকেইটা এবাল দি আহগৈ, নহ'লে এজাউৰী ভালকৈ দিম এতিয়া।"

কৰিমৰ কান্দোন বন্ধ হ'ল যদিও সি ওকোন্দা পাতি বৈ আছিল। লেঙেৰীয়ে কেইবাবাৰো কোৱাতো কৰিমে লৰচৰ নকৰা দেখি লেঙেৰীয়ে কৰিমক মাৰিবলৈকে চোঁচা মাৰি গ'ল। খলিফাই মাজতে সোমাইহে কৰিমৰ মাৰ নোখোৱাকৈ ৰাখিলে। সুবিধা পাই কৰিমেও মাত দিলে- "গৰু বান্ধিব লাগে কৰিমে, হাঁহ-কুকুৰা বান্ধিব লাগে কৰিমে, পিছে গাখীৰ গনেশ মহৰীৰ ঘৰত দি থৈ আহিবলৈ কেলেই পঠিয়াৰ? কুকুৰা-হাঁহে কণী পাৰিব, কোনো গুই নৌ উঠোতেই তই নি লুকুৱাই থৈ দি কৰ্মাইৰ হাতত বজাৰলৈ নিবলৈ দি পঠিয়াৰ। মোক কণী, গাখীৰ খাবলৈ নিদিয় কেলেই? ৰবাজান বেমাৰী

মানুহটোৱে খাবলৈ গাখীৰ অকণ নোখোৱাকৈ গোটেইখিনি বেছি দিয়গৈ কেলেই?" লেঙেৰীয়ে বোলে-"ভেট শুটিটোৰ কথা শুনা। তইঁতি এনে কণী, গাখীৰ খোৱা কপালবোৰ লৈ আহিছ, তাকে মই তইঁতৰ মুখৰ পৰা কাঢ়ি নি লুকুৱাই থওঁগৈ। সেইবোৰকে নেবেচিলে তইঁতৰ বৰ পেটবোৰ ভৰাবলৈ চাউলগাল আহে ক'ৰ পৰা?"

মায়েকৰ বকনিত আকবৰ ৰব নোৱাৰি কোঠাৰ পৰাই মাত দিলে— মাই, দিনটোৰ ভিতৰত এখন্তেক সময় তোৰ মুখখন বন্ধ কৰিব নোৱাৰনে? তোৰ চিঞৰত কথা এষাৰ পাতিব নোৱাৰা হ'লো। আকবৰে কোঠাৰ ভিতৰত কথা পাতি আছে বুলি লেঙেৰীয়ে আগতে জনা হ'লে আকবৰকো এজাউৰী দিলেহেঁতেন। তাতে চিঞৰ বাখৰ কৰিছ বুলি কোৱাৰ লগে লগে লেঙেৰীৰ খং আৰু বেছি হ'ল।

"তই হবলা ৰোহ্ঘৰৰ ভিতৰত সোমাই মন্ত্ৰণা কৰিয়ে আছ? তাকে মই চিঞৰ-বাখৰ কৰি বাধা কৰিছো? ৰাতি চাকিয়ে চাকিয়ে তেল পুৰি মন্ত্ৰণা কৰিছ? এই দিন দুপৰতো য'ৰে বন ত'তে এৰি দেশ জয় কৰাৰ মন্ত্ৰণা কৰি থাক। কেলেই, দুপৰীয়া ভাত নাখাব নেকি?"

বংশীয়ে কোঠাৰ পৰা ওলাই আহি বোলে— "খুড়ী ভাত হলেইনে?" "ভাত হলেইনে সুধিছ? এইখিনি পৰলৈ তাৰ গাকে লৰা নাই। চৰুলৈ জুই নিও কেতিয়া? দোকানৰ পৰা চাউল আনে কেতিয়া? চাছোন বংশী, কালি দুপৰৰ ভাতেৰে এইখিনি পৰলৈ ঘৰ ঘৰোৱাহে লঘোণে আছো। আমি সহি সামৰি আছো। সেই বেমাৰী মানুহটো খালী পেটেৰে থাকি পেটৰ বিষত মৰিছে। বাপেকটোলৈ তাৰ অকণমানো বেয়া লাগিব নেপায়নে? তই কছোন, নিজৰ ঘৰখনৰ কথা ভাবিব নজনা এই অজগৰটোৱে আকৌ বাহিৰৰ কাম কৰিবলৈ মিটিং কৰে!"

আকবৰে মুখেৰে একো নকৈ হুৰমুৰকৈ ভঁৰালৰ আগৰ চালিৰ পৰা ভীমকল থোকা লৈ দোকানত দি চাউল আনিবলৈ গ'ল। বংশীও আকবৰৰ লগতে ওলাই গ'ল। কৰিমক খলিফাই গৰু এৰাল দিবলৈ ফুচুলাই পঠিয়ালে। বাল্টিৰ পৰা চেঙেলী মাছবোৰ ওলাই জপিয়াই ফুৰিছে। দুটামান জুইৰ মাজত সোমাই ধৰফৰাইছে। নিজে গৈ মাছ জুইত সোমোৱাৰ কাৰণে অৱশ্যে খলিফাই পেটে পেটে ভালেই পাইছে। ভাত হোৱালৈ পোৰা মাছেৰে পেটৰ কামোৰণিটো অন্ততঃ শাম কাটিব। লেঙেৰীৰ খঙটোৱেও চেঙেলী মাছ

জপিওবাদি জপিয়াই বংশীৰ গালে বাগৰিলে। আকবৰক বংশীয়ে নষ্ট কৰিলে বুলি বকিলে। তাৰ পিছত মাছকেইটা সামৰিবলৈ ৰূপহী নহা দেখি ৰূপহীৰ গালৈ খংটো বাগৰি গ'ল।

"প্ৰমীলাই সূতা লেটিয়াইছে। তাই সূতা লবলৈ মাতিলে বুলি বাতিপুৱাই যোৱা ছোৱালীজনীয়ে ঘৰ-দুৱাৰ এৰি প্ৰমীলাৰ ঘৰত লেকেটা লাগি কেলেই আছেগৈ? মুখ খুলি খলিফাক ক'লে— "ছোৱালীয়েও ঘৰ-দুৱাৰৰ কথা নভবা হ'ল। বলোৰামে নিও বুলিছে ; ছোৱালী দি দিয়া, উঠন ছোৱালী। বয়স বৈ নাথাকে। সেইবোৰ জাত-পাতৰ কথা নুলিয়াবা। নিজৰে জাত-পাতৰ ঠিকনা নাই। বলোৰামক ছোৱালী লৈ যাবলৈ কৈ দিবা।" লেঙেৰীৰ খং উঠিলে খলিফাই মুখেৰে একোকে নামাতে। আনকি লেঙেৰীৰ বকনিলৈ আকবৰেও ভয় কৰে।

লেঙেৰীৰ মনেৰে ৰূপহীক বলোৰামলৈ দিয়ে। বলোৰামে নিও বুলি কোৱাৰ পাছত হেনো এদিন বংশীয়েও ৰূপহীক ময়েই বিয়া কৰাম বুলি আকবৰক কৈছিল। বলোৰামৰ লগত কথা চলি আছে বুলি গম পাইহে হেনো বংশী পিছ হুহকি গ'ল। সেই কাৰণেই খলিফাই পেটে পেটে বংশীলৈহে ৰূপহীক দিয়াৰ কথাটো ভাবি আছিল। মনৰ কথা খুলি নকৈ খলিফাই বোলে— "ছোৱালীজনী য'তে ত'তে গোজা মাৰি দিবলৈ তোৰ দেখোন ৰকাই নাইকিয়া হ'ল। তাই ঘৰত থকাৰ কাৰণে তোৰ গাৰ পোৰণি উঠিছে নেকি? তাই নিজে দুপইচা উলিয়াই আছে।"

লেঙেৰীয়ে গোজোৰা মাৰি ক'লে -"তোৰ লাজ লাগিব লাগিছিল তাইৰ কামানি খোৱাৰ কথা ক'বলৈ। যিটো সুখত জীয়েৰক ৰাখিছ, তাতকৈ এঘৰলৈ ওলাই গ'লে বেছি নহ'লেও তাই পেটতো ভৰাই দুবেলা খাবলৈ পাব আৰু এটা পেট কমিলেও ল'ৰাটোৱে তৎ পায়। সংসাৰৰ কানিৰে পৰা বিড়ি জুইশলা, দৰৱ-জাতিলৈ তোমাৰ পিচত কিমান টকা পইচা সি খৰচ কৰিব লাগে সেইটো খবৰ তোমাৰ আছে জানো?"

লেঙেৰীয়ে ঘৰৰ খৰচৰ টনাটনিৰ কথাৰে বকিবলৈ আৰম্ভ কৰোতেই ললিতা, লীলাই হাতত কাঁচি এজোতা লৈ ওলালেহি। লগতে জগন্নাথো। লীলাক নেউলী ধান দাবলৈ কৎসই দাৰুনীৰে সৈতে পঠিয়াইছে বুলি কোৱাৰ লগে লগে লেঙেৰী আৰু খলিফাৰ চকু থৰ হ'ল। ধান ভালকৈ পকাই নাই, আৰু ধান ৰোৱা মানুহে 'ধান দাম' বুলি মাটিৰ মালিকক খবৰ দিয়াৰ পিছতহে ধান কটা আৰম্ভ কৰে। ধান দাই মালিকৰ উঁৰালত ভৰাই থৈ অহালেকে মাটি

বোৰা মানুহৰ দায়িত্ব। তেনেস্থলত মালিকে আধি ধান কাটিবলৈ দাবনী পঠিয়াইছে। "হঠাৎ নতুন এই নিয়মটো ক'ৰ পৰা ওলাল? আধি আইনখন বদলি হ'ল নেকি জগন্নাথ?" খলিফাই সুধিলে।

খলিফাৰ প্ৰশ্নৰ উত্তৰত জগন্নাথে হাঁহি এটা মাৰি বোলে "আইন কানুন বদলি হোৱা নাই, বদলি হৈছে চাবৰ মনটোহে। আপোনালোকে নীলিমাৰ বিয়াৰ কথা গম পোৱা নাই জানো? তাইলৈকে ছাবে বোলে—একেজনী ছোৱালী তাইৰ বিয়াত বাইজক থমা দৈ, নতুন ধানৰ চিৰাৰে জলপান খুৱাও। সেই কাৰণে বোলে দাবনী লৈ গৈ নিজে ধান দাই ভাগ জোখ কৰি লৈ আহগৈ।"

লেণ্ডেৰীয়ে বোলে— "বিয়াত নতুন ধানৰ চিৰা খুৱাব বুলি কেঁচা ধানবোৰকে কাটি নিবলৈ আহিছানে? বিয়াখনকে দুদিনমান পিচলৈ নিবলৈ কোৱাগৈ।"

জগন্নাথে লেণ্ডেৰীৰ কথাটো হাঁহি মাৰি উৰাই দিলে। "বাক কথাবোৰ কৈছে। চিৰাখিনিৰ কাৰণে ইমান ডাঙৰ আয়োজনটো পিছলৈ নিব পাৰেনে? আপোনালোকৰ সুবিধাহে হৈছে। ধান দোৱাৰ, কঢ়িওৱাৰ, কষ্টখিনি নকৰাকৈয়ে হ'ব। লোকচান হলে চাবৰহে লোকচান হ'ব। আপোনালোকৰ ধান পিছত কাটিব। দাং মাৰি তেখেতৰ ভাগটো আমি কাটি লৈ যাওঁ। আপোনালোক আগত থাকিলেই হ'ব। লীলাইহঁতে মাপ জোখ কৰিব।" খলিফাই কংসৰ ষড়যন্ত্ৰটো বুজি পালে। আকবৰহঁতে আধি মাটিৰ ধান নিদিও বুলি মিটিং কৰি ফুৰা কথাটো মৰিমুৰ কৰিবলৈ এইটো সুবিধাহে উলিয়াইছে।

কণহী আহি কথাবোৰ শুনি বৈ আছিল। তাই বোলে—"মোমাইৰ জীয়েকৰ বিয়াই হওঁক বা ৰজাৰ জীয়েকৰ বিয়াই হওঁক, দেশৰ নিয়ম দস্তুৰ মতেহে ধান দাম। আমি মাটি বোৱা মানুহে ধানত কাঁচি লগোৱাই নাই, ধান দাবলৈ মানুহে পঠিয়াই দিছে। আচল খেতি কৰা মানুহটোক নোকোৱাকৈ ধান দাবলৈ নিদিবি ৰবাজান।"

ললিতাই বোলে—"তুমিনো মুখেৰে মাতিছা কেলেই? ডাঙৰ ককাইহে ককাই নেকি, এইজন তোমাৰ ককায়েৰ নহয় নেকি? ডাঙৰ মানুহজনহে ঘৰৰ মানুহ? ছয়মাহ ঘৰৰ পৰা আঁতৰি থকাৰ কাৰণে আমাৰ জন ক'বোৱাৰ কোনোবা হৈ গ'ল?" লীলাই বোলে —"আঁহ কালি কালি তই আমাৰ কথাত একো নামাতিবি দেই, কণহী। মই ঘৰৰ মানুহটোৰে মাটি জুখি লম। ককায়ে তাৰ

ওপৰত কি মাত মাতিব পাৰে? ”

লেঙেৰীয়ে বোলে—“সজে সজে তই এতিয়া যাগৈ। আকবৰ আহক। যদি ধান দাগৈ বুলি কয়, তইঁতক খবৰ দিম।' লীলাই বোলে— 'তইঁতেহে আঁহফলা কথা উলিয়াইছ দেই মাই। মাটি মোমাইৰহে। আখি খালেও তাত দুয়োটা ককাই-ভাইৰ সমান এক্তিয়াৰ আছে। যোৱা বছৰলৈকে সেই মাটিত মই নিজে হাল বাই খেতি কৰিছিলো। সেই মাটিত দুইটাৰে এক্তিয়াৰ আছে বুলি তইঁতি নাজান নেকি? আমাৰ ভাগটো নিজে জোখ কৰি লম ব'লা।” ললিতা, লীলাৰ কথা শুনি খলিফা অবাক হ'ল। মাটি ভাগ কৰাৰ কথা কৈছে। 'বজাৰ ধনত ভূত গিৰিহঁত, কলিজা সৰকি যোৱা কথা। খলিফাৰ খঙে মূৰৰ চুলি পালেগৈ। ছমাহৰ আগতে ঘৰলৈ অনা লোকৰ ঘৰৰ ছোৱালী এজনীৰ মুখত ইমান ৰৰ কথা। তাইৰ ইমান সাহ। কিবা এটা খলিফাই ক'ব খোজোতেই লেঙেৰীয়ে বোলে—“আৰৈতকৈ উখুৱাৰ কোবহে একাছি চৰা হ'ল। তই তেন্তে মাটিৰ ভাগ কৰিবলৈহে আহিছ? তই মোৰ মাটিৰ ওচৰলৈকে নাযাবি। ভালে ভালে এতিয়াই মোৰ ঘৰৰ পৰা ওলা, বেটি ঘৰভাঙি। ছয় বিঘাৰ বুকুৰে তিনি বিঘাৰ ভাগটো লবলৈ তই যে ধপলিয়াই আহিছ, মাৰৰ ঘৰৰ পৰা কেইপুৰা মাটি দিছিলে? ছমাহ নৌ-হওঁতেই তাক বুদ্ধি শিকাই শিকাই ফালি লৈ গৈও শান্তি পোৱা নাই। বেটি হাৰামজাদি।”

মায়েকৰ মুখতে লীলাই মুখ পাতি ধৰিলে। 'মাই, তাইক তই গালি নাপাৰিবি। তাই মোমাইক মাটি এডোখৰৰ কথা কৈছিলে। মোমায়ে এই ছয় বিঘাৰে তিনি বিঘা ভাগ কৰি লবলৈ কৈছে, আৰু এই বছৰৰ পৰাই তাত আছ কৰিবলৈ কৈছে।'

খলিফাই গোজ-গোজাই উঠি বোলে—“মাটি ভাগ কৰাৰ কথা আকবৰে নৌ-শুনোতেই ভালে ভালে তইঁতি ইয়াৰ পৰা ওলাই যা। ললিতাই বোলে— 'আপুনি ওলাই যা বুলি ক'লেই ওলাই যাম নেকি? মোক আনি সুমুৱাইছিলে যেনেকৈ, সেইদৰে মাটিৰ ভাগো দিব লাগিব। নিজৰ ৰবীয়াকৈ আমাকো মাটি এডোখৰ লাগে। মোমাইৰ মন ভাল লাগি আছে, তিনিবিঘা একেবাৰে লৈ ল বুলি কৈছে। দিওঁতেই নল'লে পিচত কি কৰে ঠিকনা নাই।' কণহীয়েও মুখপাতি ধৰিলে। একালে মাক-জীয়েক আনফালে ললিতাই তৰ্কাতৰ্কি আৰম্ভ কৰিলে। এটা সময়ত ধান দাওঁগৈ বুলি লীলাই ললিতাক হাতত ধৰি টানি লৈ গ'ল।

জগন্নাথে বোলে—'আমাৰ উপায় নাই। সাত, আঠোটা মানুহ লৈ

আহিছো। ধান কাটি লৈ যাবলৈ হুকুম দিছে। ধান কাটি নিনিলে আমাকো চাৰে সুদাই নেৰিব। বেয়া নাপাবা দেই, বুলি জগন্নাথো বাবীৰ পিছফালে গ'লগৈ। খলিফাই মুখ মেলি থাকিল।

ৰূপহীয়ে বোলে—"মাই, মুখৰ ভাত কাঢ়ি নিব আৰু উঠিব নোৱাৰা বেমাৰীৰ দৰে চাই থাকিবি নেকি? বাহঁৰ পৰা পোৱালী উলিয়াই লৈ যোৱা চৰাইৰ দৰে অসহায় ভাবে খলিফা আৰু লেঙেৰীয়ে ছটফটাবলৈ ধৰিলে। কি কৰা হয়নে? বহি থাকিলে নহব। আকবৰ দোকানৰ পৰা আহি সেইজাকে ধান দোৱা দেখিলে আজি এটাৰ মূৰ যাব'

খলিফাই বোলে—"মই বাৰু সেইখনৰ মাজত সোমাই কি কৰিমগৈ। সেইজনী তালৈ গলেই হ'বলা। তাইক মাতি আন। লেঙেৰীয়ে বোলে—'তাই ঘৰত সোমাই থাকিব পাৰে নেকি? যি হয় হব মই কিন্তু বৈ থাকিব নোৱাৰো' বুলি লেঙৰীয়েও কোবা-কোবিকৈ বাবীৰ পিছফালে গ'লগৈ। সঁচাকৈয়ে লেঙেৰীয়ে কৈ যোৱাটোৱেই হ'ল। বংশীয়ে ডিঙি ফালি ফালি 'খবৰদাৰ খবৰদাৰ' কৈ চিঞৰিছে। গণ্ডগোল হ'বই। সেইটো আকবৰৰ মাত। 'ধানত কাঁচি লগালে কিন্তু এটাকো ঘূৰি যাবলৈ নিদিওঁ।' ৰূপহীয়েও কিবা-কিবি কৈছে। কাৰো মাত কোনেও নুশুনা হৈছে। গণ্ডগোল বেছি হয় বুলি লাখুটিডাল হাতত লৈ খলিফা ধাননিৰ ফালে বেগাবেগিকৈ ওলাই গ'লগৈ।

খলিফাই কংসৰ মানুহক ধান দাবলৈ নিদি ঘূৰাই পঠোৱা কথাটো লগে লগে গাঁৱত ৰাষ্ট্ৰ হৈ গ'ল। প্ৰধানমন্ত্ৰীৰ প্ৰাণ নাশৰ চেষ্টা কৰাৰ দৰেই যেন এটা অতি সাংঘাতিক ঘটনা ঘটিল। মানুহে ফুচ-ফুচিয়াকৈহে আলোচনা কৰিলে। পিচবেলা যিখিনি মানুহ খলিফাৰ ঘৰলৈ খবৰ ল'বলৈ আহিছিল, তাৰ সৰহ ভাগেই কথাটো বেয়া হ'ল বুলিয়েই মন্তব্য দিলে। বুঢ়া মানুহৰ ভিতৰত কোনো কিন্তু খলিফাৰ ঘৰলৈ নাহিল। ভয়, জানোচা খলিফাৰ লগত যোগ আছে বুলি কোনোবাই সন্দেহ কৰি কংসক খবৰ দি দিয়ে। দীঘলা, মৈইন, ফটিক, ৰূপধৰহঁতে কথাটো কিন্তু ভাল হ'ল বুলিয়েই কৈছেহি।

সোণধৰ বোলে—"ডকাইতি হৈছিল। খেতি কৰা মানুহে ধানত কাঁচি নৌ-লগাওতেই মালিকে বলবন্তি ধান দোৱাটো খামাখা ডকাইতি। আৰম্ভ কৰিলা যেতিয়া আৰম্ভ হৈয়েই যাওঁক, খলিফা কোবাইটি। মৈইন, ৰামধাৰীৰ নটিচখন তই তাৰ আগতে ভৰিবে মোহাৰি দিবি। গেলুৱে মাটি এৰি নিদিওঁ বুলিয়েই কৈছে। তাকো লগত লৈ তহঁতৰ কালৰ আধি খন্দুৱা খোৱা মানুহখিনিক

গোটাই লৈ কথাটো খামাখা কৰি পেলা।"

মৈইনে বোলে—"দেশত বজা নাইকিয়া হ'ল সোণধৰ কাইটি। কেৱা মাৰি মাটি বোবা মানুহবোৰক কুকুৰহঁতে লেং মাৰি পেলাই বুকুতে জুঁটি দিছেহি। ফণীধৰে বোলে—'আকবৰে ৰাস্তাটো দেখুৱাইহে দিলে, মই বাপেকে ধান পকাৰ লগে লগে কাটিমো, খবৰ-খাতি দিবলৈ নাই, চিধা উঁৰালত সুমুৱাই দিমহি। তোমালোকে চাই থাকিবা, উঁৰাল ভাঙি ধান নিবলৈ আহক। নাই বজা মাটি, নাই গুৱাহাটী। যায় লাং থাকে লাং, মেছিদা ঘূৰাই দিম বাপেকে। নাখায় মৰাও মৰা, ৰণত মৰাও মৰা। হয়নে নহয় ফটিক ককাইদেউ?"

বংশীয়ে মাষ্টৰৰ ঘৰৰ পৰা বকুলৰ সৈতে আহি পায়ে ফণীধৰক দপদপাই থকা দেখি সুধিলে—"তোৰ বৰ সাহ যেন পাইছো। কাৰ ওপৰত মেছিদা ঘূৰাব?" ফণীধৰে বোলে—"কাৰ ওপৰত ঘূৰাম? যি কেইটাই ডকাইতি কৰিবলৈ আহে, সিহঁতৰ ওপৰত মিটিং পাত'? আমাক খবৰকে নিদিয়? ফণীধৰক সেবেলা চেপেতা দেখিছ কাৰণে তহঁতি গণিতাকে নকৰ ; নকৰিলেও বেয়া নাপাওঁ জানিছ। মই কথাৰ মাতটোহে কৈছো। তহঁতি মিটিঙলৈ মাতিলেও আহিব নোৱাৰো। মিৰি গাঁৱত গোটেইখনত কুকুৰা, হাঁহ বিচাৰোতে দিনটো যায়। এই কেইদিনতে পইচা কেইটামান গোটাই নল'লে নিমখ তেলৰ খৰচটোকে ক'ত পাওঁ? তহঁতি কি কৰিছ, নকৰিছ সোণধৰ ককায়ে কৈ আছে। সময়ত মাতিবি, জানিছ? তহঁতৰ নিচিনা ল'ৰা কেইটামানকে মই বিচাৰি আছিলো। পিচলৈ নাযাওঁ, তহঁতকৈ দুখোজ আগতহে যাম। সেইটো কথাও কৈ থৈছো। বোলে ৰণত পৰি কলীয়া, তেল নাইকিয়া ফপৰিয়া হ'লো—জানিছা খলিফা কাইটি। দি দিম, দেহালৈ নাচাওঁ।"

ফণীধৰ কথা শুনি বংশী অবাক। বেজী দিবলৈও টিকাত মঙহৰ সৰ্চ নোহোৱা শুকান মানুহটোৰ বুকুত দেখোন বহুত সাহ আছে। অথচ সেইবোৰ মানুহক সিহঁতি বিচাৰি পোৱাগৈ নাই। পুহিতা বুঢ়ীয়ে চোতালত বহি থকাৰ পৰাই মাত লগালে বোলে—"চৰাইহে সক লয় হোলোং গছত বাঁহ। আকবৰে মেকুৰীৰ ডিঙিত টিলিঙাতো পিন্ধাইয়ে দিলে। মই হ'লে আকবৰক ধইন ধইন বুলিছো বোপাইহঁত। হে'ৰ দুইটা গুটি ধানৰ উঁৰালত বাৰ মাহে ভৰি থাকে। তাৰ ওপৰতো মৰাক মাৰি খাবলৈ আহিছ? তোৰ নাই কি? কাঠৰ মিলে হৰ হৰকৈ পইচা উলিয়াইছে। বামুণ মানুহ হৈ মাছ বেচি টকা ঘটিছ। তাৰ ওপৰতো গৰীব দুখীয়াৰ ওপৰত ডকাইতি কৰিবলৈ আহ? এইবোৰ ডকাইতক নচছা

শূলত দিব লাগে। মোৰ ধানো নাই, ভঁৰালো নাই। তথাপি কৈছো বোপাইহঁত, এৰি নিদিবি দেই। বসতে নামতো থৈ, এটাই ধৰোতেই তাক গোটেইখনে হেঁচা মাৰি ধৰহঁক।" মনবৰক অহা দেখি পুহিতাৰ মুখ বন্ধ হ'ল।

নগুলা মুখত মনবৰক দেখাৰ লগে লগে কংসৰ ঘৰৰ প্ৰতিক্ৰিয়া শুনিবলৈ আকবৰৰ কোঠাত বংশীহঁত সোমাই থাকিলগৈ। মনবৰ আহিয়েই আৰম্ভ কৰি দিলেহি। খলিফা, পালি এতিয়া? মই কৈছিলো নহয়, বংশী আহিল যেতিয়া ল'ৰাক চম্ভালি ৰাখ। ৰাখিলি? সেই কুলক্ষণীয়াটোৰ কথামতে তোৰ পুতেৰে যিটো কাম কৰিলে তাৰ কাৰণে হোলোকা-হোলোকে পানী খাবি এতিয়া। তোক বাৰে বাৰে ক'লো—"বংশী কণী বিহৰ সঁচ।" তাৰ বাপেকেও তোৰ বিপক্ষে এদিন উঠি-পৰি লাগিছিল। ইয়াক জগন্নাথ বেজবৰুৱাই এই বাৰীখন দিওতে বৰমেধিয়ে মুছলমান মানুহ এঘৰ কেলেই গাবঁৰ মাজত বহুৱাইছে বুলি বেজবঁৰুৱাক বাধা কৰিছিলগৈ, জানিছ সোণধৰ। বেজবৰুৱা থকা হ'লে মই সঁচা কৈছোনে মিছা কৈছো ক'লেহেতেন। মই হ'বলা বেজবৰুৱাক এইটোৰ কথামতে খাটনি ধৰি ক'লোগৈ, বোলো আজুৰি পেটে ভাতে খোৱা মানুহ। মুছলমান হ'লে কি হ'ব। বিয়াই সবাহে ৰভা এখন দিবলৈ, বাৰীত কোৰ এচাব মাৰিবলেও মানুহটো লাগে। সেইটো মানুহেই এতিয়া গোজেই গজালি হ'লি। হে'ৰ মুখছ ফুটা, দেৱতাৰ লগৰ সন্মানী মানুহজনক তোৰ পুতেৰে অপমান কৰিবলৈ সাহটো পালে ক'ৰ পৰা? তেওঁক অপমান কৰা মানে তোৰ ল'ৰাই ৰাইজৰ মূৰত হাগি দিলে। আজি ধৰি যদি তেওঁলোকে আধি খন্দুৱা দিয়া বন্ধ কৰি দিয়ে, গাঁৱৰ মানুহখন ভোকত নমৰিব?" ইমান সময়ে মনবৰে মুখস্থ মতাদি খলিফাক ঢেৰেকণি দিলে। তাৰ পিচত অলপ নৰম সুৰত আৰম্ভ কৰি ক'লে—"তই মোক ককাইটি বোল' আৰু মইয়ো তোক ভাই বুলি ভাবিছে কথাটো গম পাইয়ে ধপলিয়াই আহিলো। সজে সজে তামোল-পাণ এশৰাই লৈ এতিয়াই গৈ বেজবৰুৱাৰ ভৰিত পৰগৈ। মই তেওঁক বুজাই বঢ়াই শান্ত কৰিম।"

মনবৰে কথা কৈ থাকোতেই কোঠাৰ পৰা আকবৰ ওলাই আহি ক'লেহি—" বৰপিতাই, বংশী সেইটো কোঠাতে বহি আছে, আৰু তুমি ৰবাক তামোল পানৰ শৰাই লৈ কংসৰ ওচৰলৈ মাতিছা? যেতি মইহে কৰিছো আৰু ধান দোৱাও মইহে বন্ধ কৰিছো। সেইটো যোৰাবিলা মইহে কৰিম। ৰবাই সেইবোৰ একো নাজানে। যোৱা কংসক কৈ দিয়া।" আকবৰ পুনৰ কোঠাৰ

ভিতৰ সোমাল। বংশী কোঠাত আছে বুলি কওঁতেই মনবৰে চকুৰে ধোঁৱা-কোৱা দেখিছিল। তাৰ ওপৰত আকবৰে নিজে মোকাবিলা কৰিম বুলি ক'লত লাজে অপমানে কেনি যাওঁ কি কৰো অৱস্থা হৈ কাকো মাত নলগোৱাকৈ মনবৰ গুচি গ'ল। মনবৰ যোৱাৰ পিচত বংশীহঁত ওলাই আহিল। মনবৰে লাজ পোৱাৰ কথাটো টৈ বেচ জমিছিল। যদিও বংশীয়ে মনবৰৰ কথা শুনি মনে মনে থকাৰ কাৰণে দীঘলাইতে কিবাকিবিবোৰ কৈছিল।

ফটিকে বোলে—"সেইটো নাৰদহে। তাক হেজাৰ গালি-শপনি পাৰিলেও সি 'নাৰায়ণ' 'নাৰায়ণ' বুলি কংসৰ তলপোণত ধৰি ধৰিয়ে ফুৰিব। তাৰ লগত মুখ নবজাই বাইজে ভালেই কৰিলে। পাই গৈছে নহয়। আকবৰ ওলাই আহোতেই তাৰ মুখ ক'লা পৰিছিল। তই কোঠাৰ ভিতৰত আছ বুলি কওঁতে কিজানি তাৰ কানি-কাপোৰেই বেয়া হ'ব পায়।" বহি থকা মানুহখিনিয়ে হাঁহি হাঁহি বাগৰি পৰিছিল। ফণীধৰে নাহাঁহিলে। আমি দুৰণিবটীয়াকেইটা যাওঁ। কেতিয়া কি কৰিব লাগে মাতিবি, ঐ বংশী বুলি কৈ সোণধৰ,ফটিক আৰু ফণীধৰ গ'লগৈ।



## ।। বাৰ ।।

কাতিমহীয়া চাবি বজাতেই বেলি লহিয়ায়। আকবৰৰ ওপৰত কিবা অত্যাচাৰ চলে বুলি সেইদিনা গধূলি আটাইকেওটা গোট খাই আকবৰৰ ঘৰতে কথাপাতি থকাৰ বন্দবস্ত বংশীয়ে দিনতে কৰিছিল। লেণ্ডেৰী, ৰূপহী আৰু কৰিম ক'ৰবাৰ পৰা আহি সন্ধিয়াৰ আগে আগে ঘৰ সোমালেহি। চাকি-চুকা জ্বলিল। মৈইন ঘূৰি নায়ায়। দীঘলা বহিয়েই থাকিল। মাজতে গৈ দীঘলাই ঘৰত খাই বৈ আহিবগৈ। কঠি, মুহীৰাম, বলোৰামহঁতো আহি পালেহি। মাষ্টৰ অহা নাই। আকবৰে লেম এটা জ্বলাই আনি চোতালতে থ'লেহি। ধান শুকোৱা ঢাবি এখন আনি ৰূপহীয়ে চোতালত পাৰি দিলেহি। লেণ্ডেৰীয়ে তামোলৰ বটাতো দীঘলাৰ ওচৰত দিলেহি। বহুত সময় তামোল এখন নোখোৱাকৈ থাকি দীঘলাই উচপিচাই আছিল। তেনেতে মাষ্টৰ পালেহি। মৈইনে মাষ্টৰক "বহুত দিন দেখা নাই" বুলি গালে মুখে ক'ৰবাত মাৰ খোৱাৰ দাগ আছে নেকি নিৰীক্ষণ কৰিলে। মাষ্টৰে আকবৰক সুধিলে "এতিয়া পিছে কি কৰিম বুলি ভাবিছনো?"

দীঘলাই বোলে—তাকনো কিটো সুধিছে? এতিয়া কি হ'ব, কি কৰিব লাগিব সেইটো আপোনাৰ মনে কি কৈছে তাকেহে আমি শুনিব খুজিছো। "দীঘলাই ঠিক্ কৈছে। মাটি-গিৰিয়া কেইটাৰ ভয়ত মানুহে খলিফাৰ ঘৰলৈ আহিবলৈ ভয় কৰিছে, কিজানি কিবা পাকত সাঙোৰ খাই পৰে। আপোনাসকলৰ নিচিনা জ্ঞানী বুদ্ধিয়ক মানুহে বাট দেখুৱাই নিদিয়াৰ কাৰণে ৰাইজ গেলি-পচি মৰিছে। বাটৰ জেংবোৰ দেখুৱাই দিব আমি সেইবোৰ গুচাই তেহে আগবাঢ়ি যাব পাৰো। মই মিছা কৈছোনে, বকুল? বাট এটা আছে বুলি আমিও জানো। তাকে কোনফালে গ'লে আমাৰ কাম হয়, বিদ্যা-বুদ্ধি নথকা মানুহে আমি বিচাৰি নেপাওঁ নহয়।" মৈইনে ধুনীয়া অৰ্থ থকা কৈছে। বাট বিচাৰি হাবাথুৰি খাই ফুৰা এই মানুহখিনিক বাট দেখুৱাই আগবঢ়াই অনাটো বুদ্ধিজীৱি মধ্যবিত্ত সকলেই কৰিব লাগিব। মাজতে থকা বুদ্ধিজীৱিখিনিয়ে দালালি এৰি

যেতিয়ালৈকে বাস্তৱ ক্ষেত্ৰত কাম কৰিবলৈ ওলাই নাহে, তেতিয়ালৈকে তলৰ মানুহখিনিয়ে ওপৰৰ শোষণকাৰী শ্ৰেণীটোৰ ওচৰকে চাপিব নোৱাৰিব। সেই ভাবটোকে মৈইনৰ কথাত প্ৰকাশ হৈছে।

মাষ্টৰৰ ভাল লাগিল। অন্ততঃ কিছু ক্ষেত্ৰত মৈইনহঁতক পথ দেখুৱাবলৈ তেওঁ নিজকে কামত লগাব পাৰিছে। লীলা আৰু ললিতাক কংসই লগত ৰাখি ককাই-ভাই হালৰ মাজত বিৰোধ ভাব জন্মাবলৈ মাটিৰ এটা অংশ দিম বুলি প্ৰলোভন দিছে বুলি মাষ্টৰে আৰম্ভ কৰিলে। ৰাজনীতি কৰা বৰ্তমান দেশৰ প্ৰায় মানুহেই যে মানুহৰ মাজত বিভেদ নীতি প্ৰয়োগ কৰি নিজৰ স্বাৰ্থ আদায় কৰিছে আৰু বহু জনগোষ্ঠীৰ সংমিশ্ৰণত গঠন হোৱা অসমীয়া জাতিটোৰ মাজত বামুণ, আহোম, কোঁচ, মৰাণ, বড়ো, মিচিং ভাগ ভাগ কৰি একে নীতিৰেই ভায়ে ভায়ে কন্দল লগাই দেশ, ভাষা, সাহিত্য সংস্কৃতি সকলো ভাঙি-ছিঙি টুকুৰা-টুকুৰ কৰি শাসনৰ সুবিধা কৰি লৈছে সেইকথা মাষ্টৰে ক'লে। আনহাতে হোজা মানুহবোৰক দালালৰ হতুৱাই বিভিন্ন কৌশলেৰে হাত কৰি দেশাত্মবোধ মানুহৰ মনৰ পৰা শেষ কৰি দিয়াৰ উদাহৰণ দেখুৱাই দীঘল বক্তব্য এটা মাষ্টৰে দাঙি ধৰিছিল। দীঘলাইঁতৰ প্ৰশ্নৰ উত্তৰ নিদি সেইদিনা ঘটনাৰ বিষয়ে একো নোকোৱাত মৈইনহঁতে ভালপোৱা নাছিল। দীঘলাই মুখ খুলি কৈয়েই দিলে—“আমি সুধিছো এটা কথা আৰু আপুনি কৈছে কলথোকা বাদুলীয়ে খোৱাৰ কথা। মানুহবোৰক ঘূৰাই পঠিওৱাৰ কাৰণে যদি কালিলৈ কংসই পুলিচত দিয়ে আমিবোৰে কি কৰিব লাগিব, সেইটো কথা আগ কৰক।”

মাষ্টৰে হাঁহি এটা মাৰি চিগাৰেট এটা জ্বলাই ক'লে—ভাওনা দেখিছা নহয়? হাতত বাঁহৰ, কাগজ লগোৱা গদা, ধনুলৈ ভাওনাবোৰ কৰিবলৈ যে গুৰুজনা শ্ৰীমন্ত শঙ্কৰে বাইজক শিকাই থৈ গৈছে, তাৰ অৰ্থটো হৈছে অসুৰ নিধন, দুষ্টক দমন। নাটকবোৰত যে বধবোৰ দেখুৱাইছে সেইবোৰকে আচলতে সংস্কৃতি বোলে। সঁচা জগতখনৰ দৈত্যবোৰক বধ কৰিবলৈ ভাওনাবোৰক আচলতে আখৰা কৰিছে দেখুৱাই গৈছে। আমাৰ মানুহে নামঘৰত লম্ফ-জম্ফ কৰি গদা ঘূৰাই মানুহক মোহিত কৰিবলৈহে ভাওনা কৰে। সঁচা ভাওনা কৰি শত্ৰু নিৰ্মূল কৰা দূৰৰে কথা, শত্ৰু কোন দেখুৱাই দিলেও নিধন কৰিব নোৱাৰে। আৰু মহাভাৰতৰ শ্ৰীকৃষ্ণৰ হাতৰ সুদৰ্শন চক্ৰখনৰ কথা জানা নহয়? সেই ভগবান কৃষ্ণই দেখোন ইচ্ছা কৰা হ'লে এক মুহূৰ্তৰ ভিতৰতে অত্যাচাৰী কৌৰৱক সুদৰ্শন চক্ৰখন ঘূৰাই শেষ কৰি দিব পাৰিলেহেঁতেন। নুবুজালে। কিয় নুবুজালে

কওঁ শুনাইঁক—পাণ্ডৱ আমাৰ ৰাইজৰ দৰে দৰিদ্ৰ আছিল। আমাৰ ৰাইজৰ দৰেই বসবাস কৰিছিল। সেই ভিকহু পঞ্চ পাণ্ডৱৰ হতুৱাই মহাপৰাক্রমী ৰাজাধিৰাজ কৌৰৱৰ এশ পুত্ৰক হত্যা কৰিলে কৃষ্ণই নিজে মন্ত্ৰণা দি, বুদ্ধি সদ্ধি দি। ভগৱানে নিজে ৰথৰ সাৰথি হৈ দুৰ্ব্বলৰ হতুৱাই সবল অত্যাচাৰীক ধ্বংস কৰালে।

দীঘলাই বোলে—"সেই হিচাপে আপুনি আমাৰ কৃষ্ণ হৈছে। তেনেহ'লে মন্ত্ৰণা দিয়ক। দুখীয়া কৃষকে নিজৰ ৰাজ্য কেনেকৈ ঘূৰাই ল'ব পাৰে তাৰ বুদ্ধি সদ্ধি আপুনি দিয়ক।" বংশীয়ে ক'লে— "ছাৰে নিজৰ কথাত নিজেই বান্ধ খাইছে। এতিয়া ৰাইজে আপোনাক এৰি নিদিয়ে, ছাৰ।" "মইও ৰাইজক এৰি নিদিওঁ। সেইবুলি মোক কিবা ডাঙৰ বুদ্ধি থকা অসাধাৰণ মানুহ বুলি তহঁতি নাভাবিবি। মইও ৰাইজৰ মাজৰে এজন। ৰাইজৰ বুদ্ধি মতেইহে কাম হ'ব মাত্ৰ সময়মতে কিবা পৰামৰ্শ দিব পাৰিম। এতিয়া আমাৰ ভীম আকবৰে, দুৰ্যোধনৰূপী কংসক তাৰ ৰাজ্যৰ ভিতৰত নোসোমাবি বুলি গদা জোকাবি খেদিলে। ৰাইজে পিচ হুহকা দিয়াৰ সময় নহয়। মাৰ বান্ধি আকবৰ বংশীৰ পাছত থিয় হৈ ৰণ কৰিবলৈ ওলাই আহিব লাগিব। কামত হাত দিওঁ দিওঁ কৰি তোমালোক খুব ব্যস্ত হৈছিলাইঁক, এয়া কাম ওলাল। কাম কৰা মানুহ উলিওৱাটো তোমালোকৰ প্ৰধান কাম। নামত কৃষক পৰিষদ এখন কৰা হ'ল যদিও কাম কৰিব পৰা মানুহ বিচাৰি উলিয়াই এই কৃষক পৰিষদত সুমুৱাই লোৱাৰো এইটোৱেই সময়। পুলিচে বিনা বিচাৰে শাস্তি বক্তাৰ নামত এতিয়া মাৰকিল আৰম্ভ কৰি দিব। কাৰণ কংসইঁতে আহ বুলিলেই সিহঁতি আহিব, মাৰ বুলিলেই মাৰিবহি। হিন্দু, মুছলমান, খৃষ্টীয়ান সকলো খাটি খোৱা মানুহে পুলিচ নেলাগে মিলিটেৰী বন্দুকৰ আগত বুকুপাতি এতিয়া থিয় হ'ব লাগিব। মই আৰু একো মন্ত্ৰণা দিব নোৱাৰো। বাকীখিনিৰ প্ৰস্তুতি তোমালোকে কৰি লোৱা।" কথাখিনি কৈ মাষ্টৰ ওলাই গ'লেই। বংশীহঁতৰ আৰু বহুত কথা মাষ্টৰৰ লগত আলোচনা কৰিবলৈ আছিল যদিও সিহঁতি জানে যে আজিকালি মাষ্টৰ গধূলি বেছি দেৰিকৈ ক'তো নাথাকে। দীঘলাই খাই আহো বুলি ঘৰলৈ যাবলৈ ওলালে। খলিকাই দীঘলাক পুনৰ ৰাতিখন আহিব নালাগে বুলিয়েই ক'লে। আকবৰে বোলে—একো চিন্তা কৰিব নেলাগে। বংশীয়েও কথাটো চিন্তা কৰি চাই মুহিৰামহঁতকো ঘৰলৈ যাবলৈ ক'লে। মৈইন থাকিলেই। বংশী আৰু বলোৰাম থাকিব চিন্তা নাই। মংলা ঘৰত আছে। বকুলকো ঘৰলৈ পঠিয়াই দিলে।

শেষত আকবৰে বংশীক ক'লে, "আজি যেনিবা তহঁতি মোক ৰাখিলিহি। কেইদিনমানৰ পাচত যদি এইদৰে কেইবা ঘৰবো একেই অৱস্থা হয়, তেতিয়াও ঘৰে ঘৰে এইদৰে ৰাতি ৰাখিবিগৈ নেকি? ভাত খাবলৈ গ'লে তহঁতিও ঘূৰি আহিব নালাগে। মৈইন আছেই। কিবা দৰকাৰ হ'লে তহঁতক খবৰ দিম।" আকবৰে জুইকুৰাত খৰি সুমুৱাই দিলে।

বলোৰামে বোলে,—আমি থাকিম বুলি খাই বৈ আহিছো। থাকো যাওঁ সেইটো আমাৰ কথা। মৈইনক আকবৰৰ বিচনাখনত শুবলৈ দিলে। সিহঁতি তিনিওটা ঢাৰিখনতে দীঘল দি কথা পাতি থাকিল। বংশীয়ে আৰম্ভ কৰিলে কথা শেষেই নহয়। মাষ্টৰে কথা কম কয় যদিও হিচাব কৰি একদম ঠিক কথা কয়। বিনন্দ কেৰপাইহঁত ডেকা ল'ৰা। সিহঁতক কানি চেলেকাই ৰামধাৰীয়ে বশ কৰি থৈছে। এজাকে বাপেক মাকৰ কানিৰ পৰা আৰম্ভ কৰি ঘৰৰ গোটেই খৰছবোৰ উলিয়াওতেই ধোঁৱা-কোৱা দেখিছে। নৈৰ সিপাৰৰ মানুহবোৰক আকৌ সাজপানীয়ে জ্বলা-কলা কৰিছে। এবছৰৰ ভাত ছমাহতে সাজ পানীতে শেষ কৰি পিচত ৰিজাৰ্ভৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগে। কানিৰ প্ৰচলন উঠাই দিবলৈ দেশৰ পৰা চৰকাৰে কেতিয়াবাই আদেশ দিলে। হেজাৰে হেজাৰে অফিচাৰক কানি বেপাৰীক ধৰিবলৈ, লাখে লাখে দৰমহা দি ৰাখিছে। নগৰৰ পৰা উঠাই দি গাঁৱত মদ-কানিৰ ঘাটিবোৰ পাতিবলৈকে যেন অফিচাৰবোৰক ৰখা হৈছে। ৰামধাৰীয়ে মনে মনে কানি আনে। কংসই কাঠ কটিওৱা গাড়ীত সেইবোৰ মিৰি গাওঁ, দধিয়াৰ নেপালী গাঁৱলৈ পাৰ কৰি দিয়ে। মাজে মাজে কানি ধৰিবলৈ কেইটামান অফিচাৰে খাপ দি থাকেহি। ইফালে সিহঁতিয়ে কানি আঁতৰাই ৰাখিবলৈ ৰামধাৰীক আগতে খবৰ দি ৰাখে। চৰকাৰ আছে, আইন আছে, আবকাৰী বিভাগ এটাও আছে। কানি, ভাং, মদ এইবোৰ সকলো আছে, সেইবোৰক খোৱা হেজাৰে হেজাৰে গাঁৱলীয়া মানুহ আছে। নাই মাথো দেশখনক খাদ্য যোগোৱা কৃষকসকলে এমুঠি পেট ভৰাই খাবলৈ গোৱাৰ চিন্তা কৰা মানুহ। আনহাতে মজদুৰ সকলৰ কাৰণে নাই শিক্ষাৰ ব্যৱস্থা, সংস্কৃতি। সাহিত্যৰটো সিহঁতি নামেই শুনা নাই। যেন লোকৰ ঘৰত লোকৰ শিল্পত কাম কৰিবৰ কাৰণেহে মজদুৰ মানুহখিনিক অসমত ৰখা হৈছে।

বংশীয়ে মন কৰাই নাছিল যে আকবৰ আৰু বলোৰাম হালৰে টোপনি ধৰিলে। আকবৰটোলৈ বংশীৰ বেয়া লাগিলে। সি বেকত খেলিলে তাৰ পৰা বল পাৰ হৈ নাযায়। গলৰ মুখত খেলাৰ কাৰণে সি যেন এখন দেৱালহে

আছিল। আৰু বলোৰাম, তাৰ কি দৌৰ, কি ষ্টাইলত বল কাটি গলত সুমুৱাই দিয়েগৈ। তাৰ ভৰিত বল পৰিলেই হ'ল। কষ্ঠি, মুহিৰামে আউটত খেলে। বলোৰাম চেন্টাৰ ফৰৱাৰ্ড। আকবৰে বেকত আৰু সি চেন্টাৰ হাফ। সিহঁত আটাইকেউটাই যেতিয়া কোনোবা টিমৰ ফালে খেলিবলৈ যায়, সেই টিমটো জিকিবই। সেইকেইটা খেলুৱৈৰো গাঁৱত জন্ম হোৱাৰ কাৰণে অস্তিত্বই নাইকিয়া হ'ল। সিহঁতি এতিয়া খেলাৰ কথা বাদেই, লোকৰ খেলা চাবলৈ যাবলৈকো অৱসৰ নাই। আকবৰে যে হাঁহিবলৈকে পাহৰিলে। বংশীয়ে আজিকালি বহুত কথা চিন্তা কৰিব পৰা হ'ল। আচলতে আলোচনা-বিলোচনা কৰিলেহে কথা শিকিব পাৰি। এক্সৰে (X-Ray) ত মানুহৰ গৰ্ভৰ ভিতৰখন দেখাৰ দৰে সি যেন গাঁৱৰ মানুহৰ অৱস্থাটোৰ ভিতৰখন দেখিবলৈ পাইছে। বংশীয়ে নগুলা মুখৰ ফালৰ পৰা এপাক ঘূৰি আহিলগৈ । সি আকবৰহঁতৰ গাত ম'হ পৰিছে নেকি লেমটো দাণ্ডি চালে। নাই পৰা। নগৰৰ দৰে গাঁৱত ম'হ থকা হ'লে আঠুৰা কিনিব নোৱাৰা মানুহবোৰৰ তেজ খাই ম'হবোৰ নোদোকা নোদোকা হ'লহেঁতেন। কিন্তু কংসহঁতৰ দৰে তেজ শোহাবোৰে দুখীয়া ৰাইজৰ যিমান তেজ খাইছে, ম'হে দাহে, জোকে প্ৰতিদিনে খোৱা হ'লেও ৰাইজৰ সিমান তেজ নেযায়। পেট পুৰা হ'লে জোক নিজে নিজে সৰি পৰে। কিন্তু এই নৰখাদকবোৰৰ পেট নভৰে। সিহঁত শুইছে, শোৱক।

বলোৰামৰ দিনটো কাম কৰা ভাগৰ। বিপদ হয় বুলিহে সি আহিছে। খলিফাই কাঁহ মাৰি আছে। বোধহয় টোপনি ধৰা নাই। দুৰ্বল মানুহৰ চিন্তা বেছি। খলিফাৰ টোপনি আহিব নোৱাৰে। আকবৰ খলিফাৰ পুতেক। আকবৰ খলিফাৰ সকলো আশা-ভৰষাৰ স্থল। মাষ্টৰে হেনো বলোৰামক কৈছিল,— বংশীয়ে তেওঁৰ মূৰত টুকুৰিয়াই টুকুৰিয়াই তেওঁৰ মগজখিনি জোকাৰি দিলে। বংশী অহাৰ পৰা হেনো মাষ্টৰৰ নিজকে শুই থকাৰ পৰা সাৰ পোৱাৰ দৰে লাগিছে। মাষ্টৰ হেনো এজন নতুন মানুহ হ'ল। প্ৰকৃততে কথাটো মিছাও নহয়। তেওঁ যিমানবোৰ কথা জানে, যিমানবোৰ কিতাপ পঢ়িছে, সেইখিনি কামত লগোৱা হ'লে বংশীয়ে মিলিটেৰী চাকৰি কৰিবগৈ লগীয়া নহ'লহেঁতেন। মাষ্টৰে বংশীক এতিয়া যেনেকৈ ৰাইজৰ কাম কৰিবলৈ বুদ্ধি সন্ধি দিছে, সি ল'ৰা হৈ থাকোতেই সেইদৰে সহায় কৰা হ'লে এতিয়ালৈ হয়তো কংস ৰামধাৰীৰ অস্তিত্বই নাথাকিলহেঁতেন। ফুলেশ্বৰীজনীৰ কথাটো শেষত কি হয়গৈ তাৰো একো সিদ্ধান্ত কৰা নাই। বলোৰামে কোৱাৰ দৰে যদি সিহঁতৰ বাৰীখন ৰামধাৰীয়ে

এৰি দিবলৈ কয় তেতিয়াহে ভাল হ'ব। তেতিয়া কেঁচু খান্দোতে সাপ ওলাব আৰু সেই সাপেই তাক খুটি মাৰিব। কুকুৰা গৰালৰ পৰা কুকুৰা পোৱালি এটাই ডাক দিলে। তাৰ মাতটো ভালকৈ ফুটাই নাই। এবা বংশীইতেও মাত মাতিবলৈ শিকিছেহে। মাত ভালকৈ ফুটিবলৈও সময় লাগিব। বলোৰামে সাৰ পালে।

'ৰাতিপুৱাবৰ হ'ল নেকি অ' বংশী?' "ৰাতিপুৱাবলৈ সময় আছে। এন্ধাৰবোৰ আঁতৰিলেহে পোহৰ হ'ব। এইদৰে পৰি থাওঁতেই নাক বাজিলে নহ'ব দেই, উঠ।" সি শোৱক। তাৰ কালিলৈ বহুত কাম আছে। বলোৰামে বাগৰ সলাই আকৌ শুলে।

বহি থাকিলে টোপনি আঁহে। বংশীয়ে ইফালে-সিফালে ঘূৰা-ঘূৰি কৰিলে। পোহৰ হ'বলৈ বহুত সময় বাকী। নৈৰ সিপাৰৰ মানুহবিলাকৰ যে কি বিপদ কৰে।প্ৰতি বছৰে গৰু, ম'হ, হাঁহ কুকুৰাবোৰ লৈ এই পাৰলৈ মানুহবোৰ আহি ইঘৰৰ চালিৰ তলত, সি ঘৰৰ গোহালিত আশ্ৰয় লৈ কি কষ্টত দিনবোৰ পাৰ কৰে। তথাপি সেইবোৰ ঠাইলৈকে, সেইবোৰ ঘৰলৈকে মানুহবোৰে টালি-টোপোলাবোৰ লৈ আকৌ ঘূৰি যায়। বানপানীৰ লগত যুদ্ধ কৰি কৰি মানুহবোৰ অভ্যস্ত হৈ পৰিছে। জলদোৱা মাটিবোৰত আকৌ কঠিয়া কৰলৈ সময় নাথাকে। জলদোৱা মাটিবোৰ ৰোৱা মানে একৰকম জুৱাখেলৰ দৰেই হয়। পইচা পাম বুলি জুৱা খেলাৰ দৰে মাটিবোৰ ৰোৱে। বাইজ খেলত হাৰে। প্ৰতি বছৰে বানপানীয়ে বিপৰ্য্যয় সৃষ্টি কৰা এই মানুহবোৰৰ বিষে বিপত্তি উপভোগ কৰিবলৈ আকাশী জাহাজেৰে বাৰু ইন্দ্ৰ দেৱতাসকল আহেনে? আকৰৰ উঠি বহিল। বংশীক এঘূমতি মাৰিবলৈ ক'লে।



## ।। তেৰ ।।

কংসই আৰামী চকীখনত বহি বুঢ়া নাৰিকল জোপাত ওলমি থকা পাতবোৰলৈ চাই আছিল। গছজোপা বয়সত কংসতকৈ ডাঙৰ। গুটি নলগা হ'ল। বিয়াৰ আগতে গছজোপা কাটি শিপাবোৰ খান্দি ঠাই ডোখৰ সমান কৰিব লাগিব। এটা কুকুৰ ধূলি হালোৱাৰ ল'ৰাই কংসৰ বংশৰ সন্মানত আঘাত হানিছে। আধি খন্দুৱাত মাটি দি ধান লোৱাটো জন্মগত পৰম্পৰা। সেই পৰম্পৰাক সি বুঢ়া আঙুলি দেখুৱাইছে। কথাটো যিমানেই ডাঙৰ নহওঁক, ৰাইজৰ আগত সহজ হৈ দেখুৱাব লাগিব। ভিতৰৰ জুইকুৰা বাহিৰলৈ উলিয়ালে লোকচানেই বেছি হ'ব। আকবৰে ইমান সাহ কৰিব নোৱাৰে। তাক সৰ্বনাশ কৰিলে বংশীয়ে....। সিহঁতক ঠাণ্ডা কৰাটো এঘণ্টাৰো কাম নহয়, হাড়ে-মূৰে গুড়ি কৰি পেলাই থোৱাব পাৰি। ভিতৰৰ জুই বাহিৰলৈ ওলাব। সেইটো এতিয়া কৰিব নোৱাৰি। আগত বিয়াখন আছে। বিয়াখনতে আটাইকেউখন গাঁৱৰ মানুহক ওচৰ চপাইহে আনিব লাগিব। তেওঁ গাঁৱৰ মানুহখিনিক উদৰ পূৰাই খুৱাব। বিয়ালৈ এতিয়াও তিনি সপ্তাহ মানেই বাকী আছে। এতিয়াৰে পৰা ৰভা সজা আৰম্ভ কৰি দিলে ৰাইজৰ অহা-যোৱা কৰা ৰাষ্টা ওলাব। প্ৰত্যেকখন গাঁৱৰ মানুহৰ কাৰণে বেলেগ বেলেগ একোখন ৰভা দিয়াব লাগিব। ৰভাৰ কাম চাৰলৈ গাঁৱৰ মানুহকে দায়িত্ব দিব।

মনবৰে কৈছে—গাঁৱৰ মানুহে নিজে ৰভা দি ল'লে ৰাইজে নিজৰ ঘৰৰ বিয়াৰ দৰে ভাবিব। কিন্তু পইচা খৰচৰ ভয়ত গাঁৱৰ মানুহৰ হতুৱাই ৰভা দিয়াইছে বুলি বদনাম এটাও ওলাব পাৰে।" তেওঁ অন্য এটা কাম কৰিব। বাঁহ, টিনপাত, ত্ৰিপাল, আদি বস্তুবোৰ যোগাৰ দি হাজিৰাৰ কাৰণে প্ৰতিখন ৰভাৰ বাবদ তিনিশমানকৈ টকাও দি দিব। পইচা ৰাইজে ভাগ কৰি লয়, যি কৰে কৰিব। প্ৰত্যেক ৰভাতে খোৱাৰ যোগাৰো বেলেগ বেলেগ দি দিব। যিয়ে যেতিয়াই যি মন যায়, নিজে ভাগ জোগ কৰি খাব। পোলাও বনাই খুৱাব পৰা হ'লে সিহঁতি কোনোদিনেই নোখোৱা নতুন বস্তু এটা খুওৱা হ'ব। তেওঁ সেইটোকে কৰিব। কাৰিকৰ একোটা ৰভাই ৰভাই দি গ'লেই হৈ যাব। কাৰিকৰে নিৰ্দ্দেশ

দিব। বাইজৰ ৰান্ধনীয়ে সেইমতে পোলাও ৰান্ধিব। পোলাও গাঁৱৰ মানুহখিনিক খুৱাবই লাগিব। মনবৰে নামঘৰে নামঘৰে তামোল-পাণৰ শৰাই দিলেগৈয়ে। নামঘৰত দিয়া শৰাইৰ পইচা? নাই, মনবৰে শৰাইৰ পৰা পইচা মাৰিবলৈ সাহ নকৰে। মনবৰৰ কথামতে মানুহ মতা কামটো তেতিয়াৰে পৰা আৰম্ভ কৰি দিলত এক প্ৰকাৰ ভালেই হ'ল। মেলেঙৰ ওজা ঢুলীয়া মতা হৈছে যেতিয়া বেণ্ডপাৰ্টি নোহোৱা হ'লেও হ'লহেঁতেন। বন্ধ কৰি দিলেও জগন্নাথে বেয়া পাব। তাৰ ওপৰত ভৰষা কৰিয়েই কামবোৰ হৈছে। খুওৱাৰ কাৰণে গাওঁকিখনৰ মানুহৰ বাবে মাত্ৰ সাত-আঠ হেজাৰ টকা লাগিব। যি ধৰণৰ ব্যৱস্থা কৰা হৈছে ল'ৰা-ছোৱালীয়ে মতা মাইকীয়ে গাৱৰ মানুহ সকলো আহিব। সাত হেজাৰ নেলাগে দহ হেজাৰেই খৰচ হওঁক। জীৱনলৈ মনত থকাকৈ গাঁৱৰ মানুহখিনিক খুৱাবই লাগিব। গায়ন বায়নো মাতিব লাগিছিল। ওজাৰ ঢোল, বেণ্ডপাৰ্টি, গায়ন-বায়ন কাৰো মাত কোনেও নুশুনা হ'ব। হওঁক, এটা বাতিহে। জোৰোণৰ আগদিনা ভোজটোৰ খৰছ খুব বেছি নহ'ব। ঘৰত চাউল হ'বই। বিলৰ পৰা পাঁচ সাঁতমোন মাছ ধৰাই আনিলেই হ'ব। বাকী নিমখ, দাইল, তেলত বেচি খৰছ নহয়। সেইদিনা খবৰ দিয়া মতে বুঢ়া মানুহকেইজন অহাৰ কথা চিন্তা কৰি কংসই অপেক্ষা কৰি থাকিল।

জগন্নাথেও মানুহ মাতি ঘূৰি আহি পালেহি। খলিফাৰ ঘৰ আৰু বংশীক তামোল পাণ দি মাতি থৈ আহিছো বুলি জগন্নাথে কংসক ক'লেহি। বংশীক তেওঁ নিজেও কৈছিলে। আকৌ তামোল-পাণ দিও মাতিছেগৈ। ভালেই হ'ল। খলিফাক মাতিবলৈ ক'বলৈ কংসই পাহৰিছিলেই। জগন্নাথৰ বুদ্ধি হৈছে। খলিফাৰ ঘৰত তামোল-পাণ দিওঁতে খলিফাই আচৰিত হৈ হেনো জগন্নাথলৈ চাই আছিল।

জগন্নাথে হেনো ক'লে, "ছাবৰ মনত কোনো বেয়া ভাব নাই। ছয় বিঘা মাটিৰ ধানহে নালাগে ছশ বিঘা মাটিৰ ধান নাপালেও বাইজতকৈ ছাবে ধানখিনি ডাঙৰ বুলি নাভাবে।" জগন্নাথ আঁতৰি যোৱাৰ পাছত তাৰ বুদ্ধি দেখি কংসই মনে মনে খুব হাঁহিলে। সি কংসতকৈও বুদ্ধিত এখোপ চৰাহে হৈছে।

* * * *

কংসৰ ঘৰৰ নিমন্ত্ৰণৰ তামোল-পাণটোৰ কথালৈ খলিফাৰ ঘৰত সেইদিনা জল্পনা-কল্পনা আৰম্ভ হ'ল। ধান দাবলৈ নিদি কংসৰ মানুহ খেদি পঠিওৱাৰ

পাছত পুলিচ আনি খলিফাক হাৰাশাস্তি কৰাৰ বদলি বিয়াৰ নিমন্ত্ৰণ। ভাবিব নোৱাৰা কথা। লেঙেৰীৰ মতে ককায়েকৰ অন্তৰখন ভাল। বৌৱেকে বুদ্ধি সন্ধি কৰিহে মানুহটো বেয়া কৰিছে। ৰূপহীয়ে কয় বোলে তাইৰ বৌৱেক ললিতাহে য'ত কূটৰ ঘাই। তাই লীলাক বেয়া কৰিছে। ললিতাৰ বুদ্ধিমতেহে ধান দাবলৈ লীলা আহিছিল। খলিফায়ো ৰূপহীৰ কথাতে হয়ভৰ দিলে। সি নিজৰ খোৱা-পিন্ধাৰ কথা চিন্তা নকৰা অকৰাটোৱে এইবোৰ মাটিৰ ভাগ বিচৰাৰ কথা কেতিয়াও ভাবিব নোৱাৰে। ৰূপহীৰ মতে বৌৱেকে আধি ধানৰ ভাগ বিচাৰি মোমায়েকক কুতুৰি আছিল। তাতে ছাগে মোমায়েকে ক'লে, "হ'ব যা, কাটি আনিবি আৰু সেইখিনি ধান তহঁতিয়ে লবি।" তাকে ছাগে তাই জগন্নাথৰ সৈতে বুদ্ধি কৰি মানুহে ধান দাবলৈ আহিছিল।

লেঙেৰীয়ে বোলে, "জগন্নাথক ছাগে তাই হাতৰ মুঠিলৈ আনিলেই। লীলাৰ নিচিনা মৰা সাপ দেই নোযোৰা ল'ৰাটোক তাই নাকনি-কাননি কৰি মোৰ ঘৰ সোমালোহি। তাইক কমজনী বুলি নাভাবিবা। মহা চাতৰী এজনীক ঘৰ সুমুৱালেহি। তাই ছাগে ধান দাওঁ, ধান দাওঁ কৰিলে। তাতে ছাগে ককাইদেৱে ক'লে ধান পকিছে যদি ভালেই হৈছে। নতুন ধানৰ চিৰা বিয়াত লাগিব, কাটগে। ককাইদেউৱে ধান দাবলৈ মানুহ পঠিওৱা হ'লে আকবৰ এতিয়া জেলত থাকিলেগেহেঁতেন।" কংসই ধান দাবলৈ মানুহ পঠিওৱাৰ গোটেই অভিযোগটো ললিতাৰ গাত পৰিলগৈ। আকবৰৰ বাহিৰে ঘৰখনৰ সকলোৱে মনবোৰ পৰিষ্কাৰ হ'ল। আকবৰে বিয়ালৈ মতাৰ খবৰটো শুনিছিলে যদিও সেইটো কথাৰ ওপৰত কোনো গুৰুত্ব দিয়াৰ আৱশ্যক নেদেখিলে। খলিফাই কথাবোৰ ৰূপহীহঁতৰ লগত আলোচনা কৰি থাকোতে মংলা বুঢ়া আহি ওলালেহি। হাতৰ লাঠি ডালতে গোৰোহা খৈ খলিফাৰ ওচৰতে বহিলহি। বংশীয়ে কিনি দিয়া চশমাজোৰে আমনিহে কৰিছে। চশমাজোৰ খুলি কোটৰ জেপত ভৰাই ইটো জেপৰ পৰা বিড়ি এমুঠি উলিয়াই খলিফাৰ ফালে আগবঢ়াই দিলে। জুহালত জুই আছেই। জুইশলা কাঠি খৰচ নহয়। কুলেশ্বৰীৰ গণ্ডগোলখন হোৱাৰে পৰা মংলা খলিফাৰ ঘৰলৈ অহা নাছিল। যদিও বিড়ি মুঠি আগবঢ়াই দিওঁতেই খলিফাই বুজি পালে মংলাৰ মন ঠিকেই আছে। বহাৰে পৰা মংলাই ৰূপহীৰ ফালে কেইবাবাৰো চোৱাৰ কাৰণে জেৰালী সোনকালে দে বুলি মংলাই কয় বুলি সন্দেহ এটা কৰিছিল।

মংলাই বোলে—"দেখ ভায়া, এটা জৰুৰি কথালৈকেনে মই তোৰ ঘিন

আহিছো। কথাটো কি তইতো জানিছ। মানে হামৰ বেটা বলোৰামক কংস বাবু বলাই নিকেনে তাৰ মেইলত কাম দিছে আৰু বলোৰাম কামত ভৰ্ত্তি হৈছে কাৰণে মইভি ভিক্ষাৰী ঝুলিতো কান্ধৰ পৰা নমাব পাৰিছো। কিন্তু আকবৰ, বংশী সবে মিলি বলোৰামকে টানা ঘিছা কৰি মহা ঝনঝত কৰি দিছে। ঐ দিন তোৰ ঘৰে ধান কাটা গণ্ডগোলৰ সময় উকেৰ মানুষ সবে তাকে দেখিছে।" মংলাৰ ভয় দেখি ৰূপহীয়ে মাত দিলে—"তোমাৰ বেটাই অকলে অহা নাই, নানা। সেইটো জাপি সজিয়াৰ কঠিবনো কাম পোৱা কেইদিন হৈছে আৰু বংশীকাই হঁতৰ লগত নুফুৰিবি বুলি কংসই কোৱাটো সি নামানিলে। আমাৰ ধাননিলৈ সেইদিনা সিও দেখোন আহিছিল। বলোকায়ে ভাল কৰিছে,নানা। তেওঁ সদায় সেইটো চাকৰি কৰি খাব পাৰিব বুলি ভাবিছা নেকি? কেতিয়াও নোৱাৰে নানা। মিলৰ চাকৰিৰ দৰমহাৰে তেওঁ সংসাৰ এখন কেতিয়াও চলাব নোৱাৰে। আকবৰহঁতে মিটিং কৰিছে। বেছিকৈ মাটি থকা খেতি নকৰা মানুহৰ মাটি কাঢ়ি লবলৈ, আৰু মাটি ল'ব পাৰিলে বলোকাৰ ভাগটো দুই তিনি পুৰা মাটি পৰিব। মাটি দুপুৰামান পালে নিজে হালকোৰ বাই হ'লেও বলোকায়ে লোকৰ হাতৰ মুখলৈ নোচোৱাকৈ খাব পাৰিব। চাকৰি যায় যাব, থাকে থাকিব, বলোকাক তুমি বাধা নকৰিবা নানা।"

ৰূপহীয়ে কেট্‌লীৰ পৰা চাহ এগিলাচ বাকি গুৰ অকণেৰে মংলালৈ আগবঢ়াই দি আঁতৰি গ'ল। খলিফাই ৰূপহীৰ বুজনি শুনি তবধ মানিলে। তাই বলোৰামৰ লগত বিয়া হোৱাৰ মন আছে, আৰু সেই কাৰণেই ভৱিষ্যতৰ চিন্তা কৰিছে সি বোলে, "চুকুৰিতাৰ কথা শুনিলি, ভায়া। কি জবাব দিবি দে।"

খলিফাই বোলে "মই বাৰু তাক গা বছাই ফুৰিবলৈ কম। পিছে ক'লেও কাম নহয় ভায়া। সিহঁতে ইটোৱে সিটোক নেৰে। চাহ খাই উঠি বিড়ি এটা জ্বলাই হাতত লৈ মংলা গ'লগৈ। ৰূপহী ভিতৰ সোমাল।



## ।। চৈধ্য ।।

জোবোণৰ আগদিনা ভোজ খোৱালৈ খলিফাৰ ঘৰত নিমন্ত্ৰণ কৰিছিল যদিও ভোজলৈ খলিফাৰ ঘৰৰ কোনো নগ'ল। বিয়ালৈ যোৱাৰো কাৰো ইচ্ছা নাছিল। কিন্তু নীলিমাৰ জোৰোণখন চাবলৈ ৰূপহীৰ বৰ মন গৈছে। নীলিমাজনী দেখিবলৈ এনেয়ে ধুনীয়া তাতে সেইবোৰ দামী দামী কাপোৰ গহনা-পাতি পিন্ধিলে তাইক ছাগে কিমান ধুনীয়া দেখিব। ডাঙৰ মানুহৰ ঘৰৰ কইনাক হেনো কপালি এচটাও পিন্ধায়। তাই কপালি দেখাই নাই। কপালিলৈ মনত পৰোতেই বেৰত ওলোমাই থোৱা কেলেণ্ডাৰৰ কপালী পিন্ধা ছোৱালীজনীলৈ ৰূপহীৰ চকু পৰিল। দেখিবলৈ যেনেকুৱাই নহওঁক কপালি এধাৰ পিন্ধিলে ছোৱালীবোৰক খুব ধুনীয়া দেখি। জালুকণিৰ মজদুৰৰ ছোৱালীবোৰেও পিন্ধে। ৰূপহীয়ে অলংকাৰেৰে পুতি থোৱা কেলেণ্ডাৰৰ ছোৱালীজনীলৈ বহুত সময় চাই থাকিল। প্ৰথমতে খুব ভাল লাগিছিল। কিন্তু হঠাতে তাইৰ মনটো সেমেকি উঠিল। তাই মূৰৰ চুলিৰ পৰা ফণিখন নমাই আনিলে। কেতিয়াও নোৱাৰে। কোনো এটাইও নোৱাৰে। আকবৰ বকুলহঁতৰ কথা বাদেই। এই গাঁওকিখনৰ সকলো মানুহৰ টকা-পইচা গোটালেও ইমান সোপা অলংকাৰ কিনিব নোৱাৰে। কিন্তু গদাধৰ বামধাৰী আৰু তাইৰ মোমায়েকেহে পাৰিব আৰু সিহঁত কিযৰে পাৰে কাৰণেহে আজি নীলিমাই সিমান সোপা অলংকাৰ কাপোৰ-কানি পিন্ধিবলৈ পাব। আৰু তাই? প্ৰমিলাহঁত? পিন্ধাৰ কথা বাদেই, জীৱনটোত কিজানি সিমান দামী বস্তু সিহঁতি চুবলৈকে নাপাব। কাৰ ওপৰত ঠিক তাই গম নাপালে, এটা ডাঙৰ অভিযোগ হ'ল। এটা ঈৰ্ষাৰ ভাব জাগি উঠিল। লাহে লাহে তাইৰ মনটো গধুৰ গোমোঠা হৈ পৰিল। পিছফালৰ দুৱাৰ মুখলৈ গৈ কিবা এটা চাই থাকিলগৈ। তাই চকুৰে কি দেখিছিল তেতিয়া তাই নিজেই ক'ব নোৱাৰে। নিজে যেতিয়া সেইবোৰ বস্তু নেপাই, লোকৰ চাই হা-হুমুনিয়াহ পেলাবলৈ তাই জোৰোণলৈ নাযায়। আধাপেটিয়াকৈ গোটেই জীৱন নাপালো নাখালো বুলি সংসাৰ পতাৰো একো লাভ নাই। লোকৰ হাতৰ মুখলৈ চাই ঘৰে ঘৰে খোৱা

বাচন ধুবলৈ, পেলনীয়া ভাত খাবলৈ, ল'ৰা-ছোৱালীক জন্ম দিয়া একো লাভ নাই। ঘৰে ঘৰে ভিক্ষা কৰিবলৈ ল'ৰা-ছোৱালী জন্ম দি দি গাঁওবোৰক মানুহবোৰে দিনে দিনে দুখীয়াহে কৰিছে। ইচ্ তাই এই কথাবোৰ কাহানিও ভবাই নাছিল। নাই তাই কেতিয়াও বিয়া নোসোমায়। তাই বলোৰামকো কৈ দিব। সিও বিয়া কৰাব নালাগে।

বলোৰাম, সি এটা মনৰ মানুহ। তাইক বিয়া কৰাম বুলি সাহ কৰি সি আকবৰক কৈছিলে যদিও তাই সংসাৰ নবঢ়ায়। বিয়া হ'লে সংসাৰ বাঢ়িবই। সংসাৰ বাঢ়িলে সি চম্ভালিব নোবাৰিব। তাতকৈ তাই তাক কৈ দিব। তাই তাক সদায় ভাল পাই থাকিব। সিও তাইক ভাল পাওঁক, কিন্তু বিয়া নোসোমায়। পানীৰ বাল্টিটো থওঁতে শব্দ হ'ল।

চাওঁ এই ৰূপহী পানী বাল্টি সুমুৱাই নেহি। ৰূপহীয়ে পানীৰ বাল্টিটো ভিতৰলৈ নিবলৈ ধৰোতে খলিফাই বোলে "তোৰ দেখোন মূৰ আচোৰাই হোৱা নাই। যাব যদি সোনকালে যাইক।

"এৰা যাম বুলি কৈছিলো যদিও নেযাওঁ পাই ববা।" চোতালৰ মূৰৰ বাঁহতলত তিতা মেখেলা-চাদৰ যোৰ মেলি মেলি লেঙেৰীয়ে বোলে "তই কেইটা কথা কব ঐ? তোৰ খছ্-খছনিত ষ'ৰে বন ত'তে এৰি মই গা ধুই আহিলোগৈ। নেযাব যদি আগতে নকলি কেলেই? মোৰ সমূলি যাবৰ মন নাছিল। তোৰ কাৰণেহে ওলাইছিলো।"

খলিফাই বোলে, তইনো নেযাব কেলেই? নিজৰ মোমায়েকৰ জীয়েক। অলপ সময় থাকি গুচি আহিবি। ভিতৰ নোসোমাবি। বাহিৰে বাহিৰে কিবা কাম-বন থাকে যদি কৰি দিবি। খুৱালে খাবি। নুখুৱালেও নাই। কিন্তু খুজি নাখাবি দেই। তামোল-পাণ দি মাতিছেহি নগ'লেও বেয়া হ'ব, আৰু আজি গ'লেহে বিয়াৰ দিনা যাব যদি যাবলৈ ভাল লাগিব" খলিফাৰ কথাত লেঙেৰীয়ে কাপোৰ কানি পিন্ধিবলৈ গ'ল। ৰূপহীয়ে ঘৰৰ সমস্যাটো ভাবি চালে। কিজানি বিয়ালৈ গ'লেই সিহঁত দুঘৰৰ মাজৰ সম্পৰ্কটো ভাল হয়। সেইটো ভাবি ফণিখন আকৌ হাতত তুলি ল'লেগৈ।

মাষ্টৰ আহি খলিফাৰ ওচৰতে মূঢ়া এটা টান মাৰি লৈ বহিলহি। "বিয়া ঘৰৰ ফাললৈ যোৱা হৈছিল নেকি?" বিয়া ঘৰলৈ যোৱাৰ কথা খলিফাই সোধাত মাষ্টৰে বোলে, "তুমি কাক সুধিছাহে?" মোকনে"? "নহয় বোলো, বোলে

উধৰ পৰা মুধলৈকে সকলোকে বিয়ালৈ মাতিছে। আপোনাকনো নমতাকৈ আছেনে? ৰাইজো বোলে ভাগি ভূঁহৰি গৈছে"। "মোক তেওঁ নামাতে বুলি মই জানো, আৰু মাতিলেও মই নাযাওঁ বুলি তেওঁও জানে। ৰাইজ ভাগি-ভুহঁৰি গৈছে বুলি কলা? মই এতিয়া হাঁহিমেই নে কান্দিমেই বুজিব পৰা নাই খলিফা। মইও শুনিছো বিয়াৰ এসপ্তাহৰ আগৰে পৰা ৰাইজক কংসেই জেলেপী চেলেকাইছে। গৰম জেলেপী আৰু মিঠাইৰ আশাত ৰাইজ যাবই। পিছে ভদ্ৰলোক বহা ৰভাৰ পৰা আঁতৰাই গাঁৱৰ ৰাইজক তামোলনি বাৰীত সন্মান কৰি যে বেলেগ ৰভা দি খুৱাইছেগৈ সেই সন্মানটো ৰাইজে বুজি পোৱা নাই। ধান খেৰ চৰা পাটীত বহা ৰাইজক চকীত বহুৱাই কংসেই কৰা ভণ্ডামী খিনিও ৰাইজে বুজি পোৱা নাই। সেই কাৰণেই ভাগি-ভূহঁৰি গৈছে। খোৱাত বনৰ বাঘো লেউ-সেউ হয়। ৰাইজখন মানুহ। মানুহ যদিও গাঁৱৰ হোজা সৰল মানুহ। গাঁৱৰ মানুহক ইমানকৈ খুউৱাৰ অন্তৰালত যিখিনি কথা আছে সেইখিনি বুজি পোৱা মানুহ এই অঞ্চলত আছে কেইজন?

"মাষ্টৰে সকলো কথা আওপকীয়াভাৱে লয়।" লেণ্ডেৰীয়ে মাত দিলে। "সকলো কথাতে, সকলো সময়তে, মানুহক সন্দেহৰ চকুৰে চোৱাতো আপোনাৰ দস্তুৰেই হৈছে।" লেণ্ডেৰীয়ে খলিফালৈ চাই ক'লে,—আকবৰ আহিলে তাকো বিয়াৰ ঘৰত পাক এটা মাৰি জলপান এটা খাই আহিবলৈ ক'বা। তোমাৰ কাৰণে চৰুতে কালিৰ ভাতু দুটামান আছে। হৈ যাব। জোৰোণৰ পৰা আহি ভাত নাবান্ধোহি দেই।" তাৰ পাছত "যাব যদি আহ" বুলি ৰূপহীক মাত লগাই বাৰীৰ ফালে লেণ্ডেৰী আগবাঢ়ি গ'ল। ৰূপহীয়ে দৌৰি ওলাই আহি ছাৰ বহক বুলি কৈ মায়েক যোৱাৰ ফালে গ'লগৈ। মাষ্টৰে আচলতে ৰূপহীহঁতৰ বিয়া ঘৰলৈ যোৱাটো বন্ধ কৰিম বুলিহে আহিছিল। বন্ধ নহ'ল। কাপোৰ পিন্ধি ওলাই অহাৰ পাচত লেণ্ডেৰীয়ে মাষ্টৰক আক্ৰমণ কৰি কথা ক'লে, তাৰ ওপৰত বিয়া ঘৰলৈ নাযাবা বুলি ক'বলৈ মাষ্টৰৰ সাহস নহ'ল। "খলিফা তুমি সিহঁতক পঠিয়াই মুৰ্খামি কৰিলা। সেইবোৰ কাপোৰ পিন্ধি সেইখন সমাজলৈ ইন্দ্ৰৰ সভাত ফেঁচু চৰাই ওলোৱাৰ দৰে ওলাবলৈ তেওঁলোক কিয় গৈছেহে? তেওঁলোকক কোনোবাই ইতিকিং কৰিব, সেইটো আকবৰৰ কাৰণে অপমান হ'ব। সেই অপমান সহ্য কৰিব মইও নোৱাৰো।" মাষ্টৰৰ কথা শুনি খলিফাই বোলে "খাবলৈ যোৱা নাই মাষ্টৰ, চাবলৈহে গৈছে। ইমান ওচৰতে ইমান

ডাঙৰ বিয়াখন পাতিছে। তেনেকুৱা এখন বিয়া সিহঁতেনো ক'ত দেখিছে মাষ্টৰ? মাষ্টৰে বুজিলে খলিফাক কৈয়ো লাভ নাই। কাৰণ তেওঁলোক গ'লেই। এইয়া গাঁৱলীয়া সমাজৰ স্বাভাৱিক সৰলতা আৰু নোপোৱাৰ আকূতি। মাষ্টৰে যাওঁ বুলি ওলাই গুছি গ'ল।

* * * *

মাষ্টৰ যোৱাৰ পিছত খলিফাই নভবা কথা মূৰত লৈ বিমৰ্ষ হৈ পৰিল। ভাল কাপোৰ-কানি নাছিলেই। সিহঁতক পিন্ধাব পৰা অৱস্থা খলিফাৰ নাই। গাঁৱৰ মানুহ সকলোৱে তেনেকুৱা কাপোৰ কানিয়েই পিন্ধি যাব যদিও লেঙেৰীৰ কথা বেলেগ। তাই কংসৰ ভনীয়েক। কইনাৰ পেহীয়েক। লেঙেৰী ৰূপহীহঁতে সেইটো কথা চিন্তা নকৰিব পাৰে কিন্তু কংসই তাহাঁতক দেখি লাজ পাব। অপমানবোধ কৰিব। কিন্তু ৰূপহীহঁতে? বায়েক-ভনীয়েকহঁতে সুন্দৰকৈ পিন্ধি-উৰি আহি নিজৰ ঘৰৰ দৰে ব্যস্ত হৈ পৰিব আৰু তাত লেঙেৰীয়ে সেইবোৰ দেখি নিজকে ফাপৰে খোৱা কুকুৰৰ দৰে ঘৃণনীয় এটা বস্তু বুলি ভাবিব। বিয়া ঘৰত আজি তাই লতিকা হৈ ঘূৰি ফুৰিলেহেঁতেন।

কিন্তু আজি সোণ-ৰূপৰ চৰুত হাত দি জন্ম হোৱা ললিতাজনীক লেঙেৰীহে খলিফাৰ ঘৰত জীয়া-যন্ত্ৰণা ভোগ কৰিবলৈ আগবঢ়াইদি আল্লাই বাৰু কি ভাল বিচাৰটো কৰিলে? সেই কাৰণেই তাই ছাগে নাযাওঁ, নাযাওঁ কৰিছিল দেহি! বিয়া ঘৰত তাইক যদি, সেইখন ঘৰৰ তাইৰ আগৰ গাভৰু বয়সৰ মনটোৱে জোকাবি দিয়ে?" হাতৰ জ্বলা বিড়িটোৱে আঙুলিত পুৰিলেহি। বিড়িটো খলিফাই জুইলৈ দলিয়াই দিলে। এতিয়া ভাবিও লাভ নাই। সিহঁতি গ'লেই। আকবৰে গা ধুই কাপোৰ-কানি সলাই ৰবা চাহ বাকচোন' বুলি কওঁতেই খলিফাৰ চিন্তাৰ আঁতডাল ছিগি গৈছিল। খলিফাই সুদা চাহ এবাটি বাকি দিয়াত আকবৰে মায়েকক মাতিলে। চাহৰ লগত গুৰ অকণো দিয়া নাই।" খলিফাই গুৰ আনি আকবৰক দিলেহি। "ভাত হ'ল যদি খাওঁ, ভোক লাগিছে আৰু সোণধৰৰ লগত বিষ্ণুপুৰ বাগিছালৈও যাব লাগে। ইউনিয়ৰ চেক্ৰেটৰীয়ে জাপি তিনিশ লম বুলি কৈছে হেনো।" "মায়েৰহঁত বিয়া ঘৰৰ জোৰোণখন চাই আহো বুলি গৈছে। কালিৰ ভাত অলপ চৰুতে আছে, ভাত নাৰাক্ষোহি বুলি

কৈ গৈছে। এৰা, ভাতকেইটা তই খালে মোৰ কাৰণে কোনে ৰান্ধি দিব? তাতকৈ মায়েৰেও কৈ গৈছে, তই বিয়া ঘৰতে পাক এটা মাৰি জলপান এটা খাই যাগৈ।"

মায়েকহঁত বিয়া ঘৰলৈ গৈছে বুলি শুনি আকবৰ জকি উঠিল। "মোক নোকোৱাকৈ মাইহঁত কেনৈ গ'ল?" "সিহঁতি নাযাওঁ বুলিয়েই কৈছিল পাই। মইহে বোলো মাতিলে যাব লাগে। সিহঁতি আমাক কৰক বুজিছ, আমি নকৰো। তইও পাক এটা মাৰি দেখাটো দি অহাহে ভাল হ'ব। নহ'লে কথা এটা থাকি যাব। মায়েৰহঁত যোৱাৰ কাৰণে তোৰ খং উঠিছে হয়, পিছে যোৱাৰ কাৰণে উপকাৰো হ'ব। সিদিনা ধান দাবলৈ নিদি তেওঁৰ মানুহ ঘূৰাই পঠিয়ালি। তেওঁ তথাপি চাগৈ খং ৰাগ নকৰি, মায়েৰৰ কাৰণেই সহি সামৰি থাকিলে। মায়েৰহঁত যোৱাৰ কাৰণে তেওঁৰ মনটো অলপ পাতল হ'ব। আনহাতেদি তেজ ধুলে উটে, মঙহ ধুলে নুটে' বুলিও কথা এষাৰ আছে। তেওঁ হেজাৰ নহয় বুলি ক'লেও, তই তেওঁৰ ভাগিনীয়েক। সেই কাৰণে তইও দেখা এটা দি গুচি অহাটো ভাল হ'ব বুলি ভাবিছো।"

আকবৰ ধৈৰ্য্য হেৰাল। "তই কি তেজ মঙহৰ সম্বন্ধৰ কথা কৈছে অ' ববা? তাৰ ঘৰৰ লাখটকীয়া বিয়াত মই গৈ চুক ভেকুলীৰ দৰে বহি থাকিবগৈ লাগে? সিদিনা কলপাতৰ ৰভাদি ভাইটোলৈ ছোৱালী অনা মানুহটোক, তই সেইখন বিয়ালৈ যা বুলি কৈছ কোনটো লাজেৰে?'

বংশী ওলালেহি। "কি হ'ল অ'? আকবৰ ওলাইছনে? বিয়াৰ ঘৰত পাক এটা মাৰি আহো ব'ল। মোক দুবাৰ মাতিছেহি পাই। নগ'লে বৰ বেয়া পাব।' বংশীৰ ধেমালী কৰি কোৱা কথা নুবুজি খলিফাই বোলে "মই তাকেই কৈ আছো পাই বংশী। ভিতৰত যিয়েই নাথাকক মানুহৰ লগত মিলিজুলি থাকিব লাগে। পাক এটা মাৰি গুচি আহিলে লোকচান নহয়, লাভহে আছে।" খলিফাই শেষ কৰিবলৈ নাপালেই। "তোৰ মূৰটোৰ মগজ সোপা কানিৰ ধোঁৱাই শুকুৱাই পেলালে। মাইহঁতে নাযাওঁ বুলি কৈছিলে। সি ঠেলি ঠেলি পঠিয়াই দিলে জানিছ, বংশী। আকৌ কুছলিয়াই কুছলিয়াই মোক যাবলৈ কৈছে।" লেঙেৰীহঁত বিয়া ঘৰলৈ গ'ল বুলি আকবৰৰ মুখত শুনি বংশীৰ মনটো কিবা লাগি, খলিফাক বোলে "ছিঃ ছিঃ দদাই, আমাক নোসোধাকৈ কি কামটো কৰি পেলালা? বৰ বেয়া কামটো কৰিলা দদাই। ছেঃ!

আকবৰে বোলে "সি চল পালেই গিলাই দিব। ধাননিত গৰু সোমোৱাৰ কথাৰে ফিন্দাইৰ লগত ববাৰ তৰ্কা-তৰ্কি এখন লাগিছিল। জানিছ বংশী, পঘা চিঙি গৈ গৰুৱে তাৰ ধান খাইছিলগৈ। আমিতো তাৰ ধাননিত গৰু সুমুৱাই থৈ অহা নাছিলো। ফিন্দাইয়ে আহি ববাক ঘৰতে ভিৰ্জিত ধৰিলেহি। তাতে ববাইও তাক দিলে এমাৰ সোধাই। ৰাইজে তাৰ বিচাৰ কৰি ববাক দণ্ড দিলে। তাৰ পিচতো সি, মোমাই কুকুৰে, ফিন্দাইক ফুচুলাই ফুচুলাই মুছলমানে হিন্দুক মাৰিলে বুলি কেছ দিয়ালেগৈ। লোহাৰে ফিন্দাইক মাৰিছে বুলি ডাক্তৰৰ পৰা লিখাই লৈ কেছত জিকি ববাক পাঁচ বছৰ জেল খুৱালে। সিয়ানখিনি কৰাৰ পাছতো ববাই তাৰ ঘৰলৈ পঠিয়াব লাগেনে তই কচোন, বংশী?

খলিফাৰ ওপৰতে গোটেই দোষটো জাপি দিয়াৰ কাৰণে খলিফাইও আচল মনৰ ভাবটো বংশীহঁতক খুলি ক'লে। পুলিচ থানাৰ শাস্তি, আৰু জেলত থকাৰ অভিজ্ঞতাৰ কথা মনত পৰিলেই খলিফাৰ বোলে গা জিকাৰ খাই উঠে। সেইটো শাস্তি আকবৰৰ নহওঁক বুলি, কংসৰ মন ভাল লগাবলৈকে লেণ্ডেৰীহঁতক পঠিয়ালো বুলি কোৱাৰ পিচত বংশীয়ে বোলে, "দদাই, তেল সানিলে সিহঁত শকত হয়। সেই জাকটোক ৰঙা চকু দেখুৱাব লাগে। সি আকবৰক পুলিচত কেতিয়াও নিদিয়ে। কাৰণ তাক পুলিচত দিলে যে বংশী বহি নাথাকে সেইটো সি ভালকৈ জানে। আমাৰ সংগ্ৰামে মাত্ৰ কলিহে পেলাইছে। ভালকৈ পকিবলৈ দিয়াচোন। আমি হিংসা নীতি লোৱা নাই আৰু নলওঁ। মুখৰ মাতেৰেই সংগ্ৰাম কৰিম। কিন্তু মুখৰ মাত বন্ধ কৰি দিবলৈ যদি সিহঁতি পুলিচ মিলিটেৰী আনি দমণ পীড়ন আৰম্ভ কৰে, তেতিয়া কিন্তু এৰণ নাই দদাই। আমি কুকুৰ নহয়, মানুহ। কুকুৰ এটাকো নাকে মুখে গুজিয়াই দিলে লাগে সি যিমানেই ভাটুৱা কুকুৰ নহওক সি কামুৰিবই।"

* * * *

অলপ সময় পিচতে লেণ্ডেৰী আহি কেটলীৰ পৰা চাহ বাকি খোৱা দেখি খলিফাৰ মনটোৱে গাজিলে। তাই বিয়া ঘৰত খাবলৈ নাপালে ছাগৈ। খলিফাই কি হ'ল অ', গুচি আহিলি যে বুলি সুধিলে। লেণ্ডেৰীয়ে খলিফাৰ কথা আওকাণ কৰি আকবৰক ভঁৰালৰ আগৰ বাঁহ দাল ফালি দিবলৈ ক'লে।

ভাতৰ চৰুলৈ জুই নিয়ে। ভাত নাৰান্ধোহিঁ বুলি কৈ যোৱা মানুহজনীয়ে চৰুলৈ জুই নিবলৈ ওলাইছে। কি হ'ল সুধিলেও নকয়। বংশীয়ে ক'লে— খুড়ী, তুমি কিন্তু মহা আকৰী হৈ আছা দেই। বিয়া ঘৰলৈ গৈ খালি পেটে অহা আকৰী মানুহ কিজানি পৃথিৱীত নাই।" 'হেৰ' সেইবোৰ বিয়াত তোমাৰ মোৰ নিচিনা কেলেহুৱা-মেলেহুৱাবোৰক সোধ-পোছ নকৰে নহয়। নিজৰ ঘৰৰ বিয়াৰ দৰে মানুহৰ লগতে খোৱা ঠাইলৈ সোমোৱাই যাবা। ভালকৈ এবাইচ দি শুচি আহিবা।" "দদাই চাই খুড়ী বেচ মিলিলা দেই।" হেৰ প্ৰেজেণ্টৰ কাৰণেহে সিহঁতি মানুহক মাতে। ডাঙৰ ডাঙৰ প্ৰেজেণ্ট লৈ গাড়ী মটৰত যিবোৰ আহে সেইবোৰক সিহঁতি পদূলী মুখৰ পৰাই আগবঢ়াই নিয়েহি। সেইবোৰক এটা কাম কৰিব লাগে দদাই। তামোলৰ বাকলি এসোপা কাগজৰ বাকচ এটাত ভৰাই ৰঙা নীলা কাগজেৰে ভালকৈ বান্ধি প্ৰেজেণ্ট আগবঢ়াই দিবগৈ লাগে। খোলা মাত্ৰকে নাকত ভোঁ-ভোঁকৈ ফুঁৰ-ফুঁৰিয়া গোন্ধ এটা লগাকৈ পাৰিলে ইবিধ মানে বৰপালিৰ অকণমানো লগতে সুমুৱাই দি খাই বৈ শুচি আহিব লাগে। নহ'লে এই কুকুৰ সৱৰ জ্ঞান নহয়। বিয়া পাতি ব্যৱসায় কৰিছ। তাতকৈ দেখোন জীয়েৰহঁতক গধূলি গধূলি এঘৰ এঘৰত থৈ আহিলেই দিনে বহুত দামী প্ৰেজেণ্ট পাবি। ইহঁতক জ্ঞান দিবলৈ অন্য উপায় নাই দদাই। মানুহ নিমন্ত্ৰণ কৰিলে কি কৰিব লাগে জানিও যি এনেকুৱা ব্যৱহাৰ কৰে সিহঁতক জোতাৰে মাৰিলেও সেই দস্তুৰ নেৰে।"

কথা কওঁতে বংশীৰ খং উঠি আহিছিল। আকবৰৰ মাক তাৰো মাক। সেই মাকক বেয়া ব্যৱহাৰ কৰা তাৰ অসহ্য। "তুমি বিয়াৰ ঘৰত পানী এগিলাচো খাবলৈ নাপালানে? অলপ সময় বৈ চাব লাগিছিল।"

লেঙেৰীয়ে বোলে 'তই ঠিকেই কৈছ বংশী। মোৰ ডিঙিটো শুকাই গৈছিল। মই বিয়া ঘৰলৈ গৈ ৰভাখনৰ এদাঁতিত বহি আছিলো। কেলেই বাইভনীহঁতেও মোক জানো তামোল এখন খাইছনে বুলি সুধিব নাপায় কচোন? মুখৰ মাত এবাৰেৰে সঞ্জাত নকৰ, মইনো কি তহঁতৰ বঢ়া ভাত কাঢ়ি খালো? অজাতিৰ লগত ঘৰ সংসাৰ হোৱাৰ আগলৈকে দেখোন সিহঁতৰ সৈতে একেলগে খাই বৈ ডাঙৰ হৈছিলো। মইনো ইমান অশুচি হ'লোনে? ইমান অপৰাধী হ'লোনে? নে তেওঁৰ লগত সংসাৰ পতাৰ কাৰণে মোৰ চকু ফুটিল। বেমাৰী হ'লো, নে ভাত নেখাই মাটি খাবলৈ ধৰিলো? নে মোৰ ল'ৰা-ছোৱালীবোৰেই

ভালুক বান্দৰৰ দৰে হ'লঃ সেইবোৰ ভাবি-চিন্তি মই এদাঁতিত আও কুকুৰৰ ভাও লগাদি বহি আছিলো বুজিছ। জোৰোণৰ লগত অহা মাইকী মানুহজাকৰ কথা-কাণ্ড, পিন্ধন-উৰণবোৰ দেখি কিবা নাটক-ভাওনা চোৱাৰ দৰে লাগি নিজৰ মনৰ কথাবোৰ পাহৰি তোক কৈছো, মই ভেবা লাগিলো। পিছে আকৌ কি জানো মূৰত শনি উঠিলে, কইনাজনীক ওচৰৰ পৰা চাবৰ মনটো গ'ল। হেজাৰ হ'লেও নিজৰ ভতিজা ছোৱালীজনীক ওচৰৰ পৰা এবাৰ মৰমৰ মাত এষাৰ দিবৰ মন নাযায় জানো ক'চোন? বহাতে বগুৱা বাই বাই মই গৈ কইনাৰ ওচৰ পালোগৈ। মনভৰি হেঁপাহ পলুৱাই সজাই থোৱা কইনাজনীক চালো বুইছ। ওচৰতে শৰাইখনত গলপতা নে চাপকলিৰ নিচিনা এধাৰ নিপিন্ধোৱাকৈ থোৱা আছিল। মই আকৌ সেইধাৰ হাতেৰে পিটিক পিটিকি চাইছিলো। বুইছ। ক'ৰপৰা জানো আকবৰৰ মাম্মীয়েক আহি...." "এই মামী বুলি নকবি। মামী-চামী মই চিনি নাপাওঁ। মোক সিহঁতৰ নাম নকবি।" আকবৰৰ ধমক খাই লেঙেৰী বৈ গ'ল। আকৌ আৰম্ভ কৰিলে। "সেইজনীয়ে শেনটো আহাদি আহি মোৰ হাতখনত ধৰি ভিতৰলৈ মাতি লৈ গ'ল। মই আকৌ বোলো কিবা খাবলৈহে মাতিছে। পিছে তাই মোক কোঠা এটাৰ ভিতৰলৈ নি চুলিকোচাত ধৰি বোলে "তাত তই কুমন্ত্ৰ কৰিলি নেকি ক'?" তাৰ পিচত মোৰ চুলিকোছা ঘটালি ঘটালি বোলে "তাত তই কি কৰিছিল সৈ কাঢ়?" মই কইনাজনীক ওচৰৰ পৰা চাইছিলো বুলিয়েই ক'লো। তাই মোক একেটা খেলামূৰিতে বগৰাই দিলে। তাৰ পিছত তাই মোৰ চুলি কোচাত ধৰি কোঠাটোত সৈ কাঢ়, সৈ কাঢ় কৰি, চোচোৰাই ফুৰিছিল।" কথাখিনি কৈ লেঙেৰীয়ে আঁঠুত মুখখন লুকুৱাই সেত্তুন চুহিবলৈ আৰম্ভ কৰিলে। শোকত মুখৰ পৰা কথা ওলোৱা নাই। লেঙেৰীৰ অৱস্থা দেখি খলিফাৰ বুকুখনেও উজুনি ভাটি কৰিলে।

আকবৰে চালিখনৰ খুটাটোত ধৰি অইনফালে মুখ কৰি ভবিৰে মাটি খুচৰি আছিল। সি হঠাৎ খুটাটোতে ভুকু এটা মাৰি খন্তত ঘূৰা-ঘূৰি কৰি থাকিল। বংশীৰো এই কথাবোৰ শুনি অসহ্য লাগিছিল। তথাপি সি ধৈৰ্য্য ধৰি থাকি বোলে "তাৰ পিচত কি হ'ল কোৱাচোন খুৰী?"

চাদৰৰ আগেৰে চকুপানী মুচি লেঙেৰীয়ে কন্দনামুৱা হৈ ক'বলৈ আৰম্ভ কৰিলে। "পুহিতা বায়ে দেখি চিঞৰি দিলেহি। তেতিয়া কোনোবা কোনোবা আহি মোক এৰুৱাই দিছেহি। মইনো কেলেই গৈছিলো" বুলি হুকহুকাই লেঙেৰীয়ে

কান্দিবলৈ ধৰিলে।

আকবৰে ছট্‌ফটাই ঘূৰিয়ে আছিল। তাৰ বুকুখনে ধপ্‌ধপাইছে। উশাহটো যেন ঘন ঘন হৈছে। তাতে খলিফাই বোলে "তইও লোকৰ অলংকাৰবোৰ চুৰবলৈ যাব নালাগিছিল ঐ। যি যিমানৰ মানুহ সিমানতে নাথাকি শৰাইত হাত দিবলৈ গৈছিলি কেলেই?" "তই মুখেৰে নামাতিবি য'ত' অনিষ্টৰ গুড়ি তয়েই। মায়ে নেযাওঁ বুলি কোৱা স্বত্বেও তই সিহঁতক খেলি মেলি পঠিয়াই মাইক, তই মাৰ খুৱালি। তোৰ যদি কংসলৈ সিমান ভয় আছিল তাৰ ভৰিত তেল সানিবলৈ তই নিজে নগলি কেলেই?" খণ্ডত আকবৰে একো নাই হৈ বাপেকক চিঞৰি চিঞৰি ধমকিৰ সুৰত কথা কোৱা দেখি বংশীয়ে আকবৰক নঙলা মুখৰফালে টানি লৈ গ'ল। লেঙেৰীয়ে কান্দিয়ে আছিল। তাই ভাল মানুহৰ ঘৰৰ ছোৱালী কাৰণেই হওক, খলিফাই নিজেই দন্দ্-হাই ভাল নাপাই কাৰণেই হওক, সেই পৰ্য্যন্ত খলিফাই লেঙেৰীৰ গাত কোনো দিনেই হাত উঠোৱা নাছিল। অথচ খলিফাইয়ে জোৰোণলৈ পঠিয়াই সমাজৰ মাজত তাইক মাৰ খুৱালে। খলিফাৰ মনটো অনুতাপেৰে ভৰি পৰিল। লেঙেৰীক কি বুলি সান্ত্বনা দিব তাকে কৰিবলৈ কোনো কথা বিচাৰি পোৱা নাই। পিচফালেদি ৰূপহী দৌৰি দৌৰি অহা দেখি আকবৰে আৰু কিবা নতুন ঘটনা হৈছে বুলি ঘূৰি আহি চোতাল পালেহি।

বংশীহঁতৰ অনুমানেই সঁচা হ'ল। বিয়া ঘৰত জোৰোণৰ চেইন এডাল হেৰাল হেনো আৰু সেই চেইনডাল লেঙেৰীয়ে চুৰ কৰি আনিছে বুলি বিয়া ঘৰত হুৱা-দুৱা লাগিছে হেনো। ৰূপহীয়ে নিজে শুনি আহিছে তাইৰ মামীয়েকে কংসক কান্দি কান্দি কৈছে, "চেইন অইন কোনেও নিয়া নাই, লতিকাইহে নিছে। লগে লগে গৈ তাইক নধৰিলে চেইনডাল লুকুৱাব বুলিও মামীয়েকে কৈছিল। লগে লগে কংসই পুলিচ আনিবলৈ জীপ গাড়ীও পঠিয়াইছে হেনো।

"খলিফাই উঠি আহি লেঙেৰীৰ ওচৰত বহি মৰমেৰে সুধিলেহি। হেৰ' আনিছ যদি তাইৰ হাততে দি পঠাওঁ। নহ'লে মৰিবি কিন্তু। ক'চোন আনিছ নেকি?"

বংশীয়ে বোলে, সিহঁতৰ ঠিকনা নাই। জালত পেলাও বুলি কাপোৰে-কানিয়ে বান্ধি দিবও পাৰে, ওলোমাই দিবও পাৰে। খুৰী তুমি কাপোৰবোৰ জাৰি জোকাৰি চোৱাচোন।" লেঙেৰীয়ে যে চুৰ নকৰে সেইটো বিশ্বাস বংশীৰ আছে কাৰণে আকবৰহঁতক ফান্দত পোলোৱাৰ ষড়যন্ত্ৰ হৈছে বুলি ভাবিলে।

লেঙেৰীয়ে বোলে—"মোৰ কাপোৰ কানি চাব নালাগে বোপাইহঁত,

মই হাতত কটা তামোল এখনো লৈ অনা নাই। কোনোবাইহে বস্তু নিছে। মোৰ নাম এনেয়ে তাই শাখিনীয়ে কৈ দিছে।" লাজ অপমান সকলো গ'লেই। তাৰ পাছতো পুলিচে যদি লেঙেৰীক থানালৈ নি ভৰাই থয়গৈ ...।

খলিফাই পাঁচ বছৰ দিন বিনা দোষত জেলত পচি মৰি আহিছে। সেইবোৰ কথা ভাবি খলিফাই বোলে " মই কি কৰো এতিয়া হয়নে বংশী? তইতি কিবা উপায় এটা কৰ হেৰ'। ব'ংশীৰো বুদ্ধি হেৰাল। খলিফাৰ অৱস্থা দেখি আকবৰে কি কৰো, কি নকৰোকৈ চিন্তা কৰিছে। লেঙেৰীয়ে কন্দা নাই। এফালে চকু থৰ কৰি চাই আছে। নঙলাডাল খুলি মনবৰ আহিছে।

মনবৰ আহিয়েই মাত লগালেহি। 'হয়নে অ' বোৱাৰী, তইনো এনে তল খাপৰ কামত হাত দিব পাৰনে? যি কৰিলি কৰিলি, চেইনডাল মোৰ হাততে দে। মই মনে মনে দিমগৈ।"

খলিফাই বোলে, "অই চেইন অনা নাই কাইটি। নেখাই মৰিম, তথাপি মই সেইবোৰ কাম কৰিব নোৱাৰো আৰু সিহঁতিও নকৰে।" মনবৰে ভকভকাই উঠি বোলে "তই মোক ককাইটি বোল কাৰণে কথাটো শুনি দৌৰ মাৰি আহিছো। চেইনডাল হাতৰ মুঠিত অনা বিয়া ঘৰৰ বহুত মানুহে দেখিছে। সজে সজে দি দিয়াটো ভাল বুলি ভাবিহে মই তহঁতক কৈছোহি। পুলিচ আহি লণ্ড-ভণ্ড কৰি বস্তুৰে সৈতে যেতিয়া লৈ যাব, সংসাৰৰ গোটেইখনে তেতিয়া কথাটো গম পাব। তাৰ পাচত তোৰ অৱস্থাটো কি হ'ব? সেইটো মূৰ লৈ তই জীয়াই থাকিবি কেনেকৈ?

বংশীয়ে মনবৰক "তুমি পুলিচৰ চোৰাংচোৱা হৈ আহিছানে কংসৰ আলধৰা হৈ কথাবোৰ সুধিছাহি" বুলি যেই ক'লে মনবৰে উগ্ৰমূৰ্ত্তি ধৰি বোলে "মই যিহকে নকৰো সুধিবলৈ তই কোন? তোৰ লগত মই কথা পতা নাই। তই মোৰ কথাত মুখেৰে নামাতিবি।"

বংশীয়ে বোলে, "খুৰীহঁতক ইমানবোৰ কথা সুধিবলৈ তোমাকনো কোনে পাৱাৰ দিছে? কৈ দিয়াগৈ, চেইন নিদিয়ে।" আকবৰে মাত লগালে "চেইন মায়ে আনিছে যদি মাইক পুলিচে নিয়ক আৰু পুলিচে যদি মোৰ ঘৰত চেইন উলিয়াব নোৱাৰে মোমাইৰ মূৰটো কাটি আনি মই ঘৰত ওলোমাই থ'মহি যা কৈ দেগৈ।" আকবৰৰ মূৰ্ত্তি দেখি কণহী আৰু লেঙেৰীয়ে ভয়ত কাওঁ-বাওঁ কৰিবলৈ ধৰিলে। খলিফাৰ ডিঙি শুকাল। মনবৰে কি কওঁ কি নকওঁকৈ থাকোতেই

ৰামধাৰীক লগত লৈ কংস নিজে আহি খলিফাৰ ঘৰত উপস্থিত হ'লহি।

কংস আহি পোৱাৰ লগে লগে বংশীৰ ওপৰত পোতক তোলক বুলি মনবৰে বোলে "চেইন অনাটো হয়। এইটো বংশীয়ে নিজে এইমাত্র কৈছে। বোলে চেইন আনিছে নিদিয়ে। আপুনি তাক সোধক।" কংসই বংশীক একো নুশুধি লেঙেৰীক চিধা-চিধি ধমক দি ক'লে "এই হাৰম জাদি , খাবলৈ পোৱা নাছিলি যদি ভিক্ষা কৰি নাখাৱ কেলৈ? বিয়া ঘৰত ইমানবোৰ মানুহৰ আগত তই মোৰ নাক-কাণ কাটিছ। তই বিহ খাই মৰি নাযাৱ কেলেই? ভালে ভালে এতিয়াই এই মুহূর্ততে চেইন বাহিৰ কৰ।

লেঙেৰীয়ে বোলে, "তুমি মোক যি শপত খাবলৈ কোৱা তাতে ধৰি মই শপত খাম। মোৰ ল'ৰাকেইটাৰ মুৰকে খাওঁ । তোমাৰ ঘৰৰ পৰা মই হাতত তামোল এখনো অনা নাই।"

মনবৰে বোলে, "তই অনা নাই যদি বংশীয়ে আনিছে, নিদিয়ে বুলি কেনেকৈ ক'লে?"

ৰামমধাৰীয়ে বোলে, বংশীৰ হাততে যদি দিছে, বংশী দিলে ভিতো হৈ যায়। বৰা চৰমৰ কথা হৈছে। ইমান দামী চিজ এটা হেৰাই গৈছে, আৰু চভেবি কৈছে কইনাৰ পেহীয়ে হাতত উঠাই লৈছে বুলি ! যদি চেইন আনি থাকিছাতো বেজবৰুৱাৰ হাততে দি দিলেই মামালাটো খতম হৈ যায়।

বংশীয়ে নভবা নিচিন্তাকৈ আনিছে নিদিয়ে— বুলি কৈ বিপদ বঢ়াইহে ল'লে। সি ভদ্রভাৱেই উত্তৰ দিলে, "চাওঁক তেওঁ দদাইৰ, আগত এবাৰকৈ নহয় দুবাৰ চেইন অনা নাই বুলি কওঁতেও তেওঁ ক'ব নলগীয়া কথা কিছুমান কৈ মানুহগৰাকীক হাৰাশাস্তি কৰিছেহি। বুঢ়ী এগৰাকীক বিয়ালৈ মাতি কুমন্ত্র কৰিছে বুলি অনাহকতে মাৰ-কিল কৰি লঘু-লাঞ্ছনা কৰিছে। তাৰ পিচতো তেওঁক চোৰ বুলি যেয়ে সেয়ে ঘৰতে আহি পীড়ন কৰাতহে মই সেইদৰে ক'বলৈ বাধ্য হৈছো। আৰু কি কম কওঁক?"

খলিফাই বোলে "তাই চেইন অনা নাই বুলি কৈছে ককাইদেউ। মাৰ-কিল খাই আহি তাই কান্দি কান্দি বহাতেই বহিয়েই আছে। এখোজ লৰচৰ কৰা নাই। চাই যদি তাইৰ কাপোৰ-কানি চাওঁক। ঘৰৰ ভিতৰত সোমাই বাকচ-পত্র যি চাই খুলি চাওঁক। নহ'লে পুলিচ আছে যদি পুলিচ সোমাই কি চায় চাওঁকহি। যি ইচ্ছা কৰক। তাই কিন্তু চেইন অনা নাই বুলি কৈছে।" "মই

বিয়ালৈ নাযাওঁ বুলি কৈছিলো। ঘৰৰ মানুহে ঠেলি মেলি পঠিয়াই মোক” বুলি লেঙেৰীয়ে কান্দিবলৈ আৰম্ভ কৰিলে।

কংসই পুনৰ দপদপাই উঠিল। “ভাল আমাৰ পুলি হৈ তই বকবাণীত গজিলি! মোৰ আগত কান্দি তই ৰণ জিকিব নোৱাৰ। খোল, কাপোৰ খোল।” উপায়হীন হৈ লেঙেৰীয়ে গাৰ চাদৰখন খুলি দেখুৱাইছিলে। ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰ হৰণ কৰাৰ দৰেই ইজ্জতহীনভাৱে কংসই কাপোৰ খুলিবলৈ কোৱাত সহ্যৰ সীমা হেৰুৱাই “খবৰদাৰ খুড়ী কাপোৰ নুখুলিবা” বুলি বংশীয়ে এটা হুমকি দিলে। “তোৰ মূৰটো মই কাটি পেলাওঁ” বুলি বেৰৰ পৰা টান মাৰি দাখন আন আকবৰে কংসক কাটিবলৈ খেদি গ'ল। বংশীয়ে আকবৰক পিছফালৰ পৰা গবা মাৰি ধৰিলেহি। বংশীয়ে আকবৰক ধৰি ৰাখিব পৰা নাই। সি চিঞৰিছে “মই আগত থাকোতে তই মোৰ মাইক অপমান কৰিছ। মোক তোৰ মূৰটো লাগে। এৰি দে বংশী, মই তাৰ মূৰটো কাটি আনো।” গাৰ চাদৰ ক'ৰবাত পৰি থাকিল। লেঙেৰীয়ে আকবৰৰ হাতৰ দাখন কাঢ়ি ল'বলৈ জোতা-পোত কৰিলেগৈ। ৰূপহীয়ে, “ববা ঔ!” বুলি চিঞৰিবলৈ ধৰিলে। খলিফাই কংসক হাত জোৰ কৰি ঘূৰি যাবলৈ অনুৰোধ কৰিলে। মনবৰ আগতেই পলাইছিল। অৱস্থা দেখি কংসও আঁতৰি যাবলৈ বাধ্য হ'ল। লোকৰ কাৰণে দাৰ ঘাপ গাত পৰাৰ ভয়ত ৰামধাৰী পিছ হুহকি গৈ গৈ আঁতৰত বৈ আছিল। কংসৰ লগতে তেৰো গ'লগৈ। কংস ওলাই যোৱাৰ পিছত খলিফাক আকবৰে গালি-শপনি পাৰিবলৈ ধৰিলে। “মাইকী মানুহো জেলত থাকে। বিচাৰত নিৰ্দ্দোষী মানুহে শাস্তি পোৱাৰ প্ৰমাণ খলিফা নিজেই। তেনে স্থলত মাকৰ কাপোৰ খুলিবলৈ খলিফাই কিয় কংসক কৈছিল? আকবৰৰ ঘৰত আহি চুৰ কৰিছে বুলি কোৱাৰ অধিকাৰ কংসৰ নাই। তাৰ ওপৰত ঘৰ কোৰোক কৰিবলৈ অহা মানুহক কাটি পোলোৱাৰ বাহিৰে শাস্তি একো নাই।” “বংশীয়ে নধৰা হ'লে তিনিওটাকে বলি দিলোহেঁতেন” বুলি আকবৰে গুজৰি থাকিল। কাৰো মুখত মাত নাই। আনকি বংশীয়েও কথা কোৱা নাই। আকবৰে খং উঠা অৱস্থাত কথা বুজাবই নোৱাৰি। খলিফাও মনে মনে আছিল।

আকবৰে বাৰাণ্ডাৰ খুটা এটাত ধৰি একালে চাই বৈ আছিল। খলিফাই মাত লগালে “তই যি কৰিলি কৰিলি, কিন্তু এতিয়া সোনকালে ঘৰৰ পৰা আঁতৰি যা। পুলিচ আহিবই, মায়েৰক নিয়ক নিনিয়ক তোক কিন্তু কংসই

থানালৈ পঠিয়াবই। নিজৰ গাত নিজে তেজ অকণ উলিয়াই লৈ হ'লেও তেওঁ আকবৰে মাৰিছে বুলি কেচ্‌ তৰিব। বংশী, সোনকালে তহঁতি কেনিবা আঁতৰি থাক গৈ।" বংশীয়ে বা আকবৰে সেইটো কথা ভবাই নাছিল। ইফালে লেঙেৰীয়ে "মই বস্তু অনা নাই যেতিয়া মোক পুলিচে নিনিয়ে ? তই মোৰ কাৰণে চিন্তা নকৰিবি। সোনকালে আঁতৰি গৈ ক'ৰবাত লুকাই থাকগৈ" বুলি আকবৰক ঘৰৰ পৰা যাবলৈ ৰক্ষাকে নিদিলে। আকবৰ আৰু বংশীয়ে আঁতৰি থকাৰ উদ্দেশ্যৰে জালুকণিৰ ফালে গ'লগৈ।

* * * *

আকবৰহঁত ওলাই যোৱাৰ পিচত নঙলা মুখেদি পুলিচ চিপাহী কেইটামান দৌৰি যোৱা দেখি তেওঁৰ ঘৰলৈকে আহিছে বুলি খলিফাৰ গাত কঁপনি উঠিল। আকবৰহঁতক দেখি যোৱা নাইতো? ৰূপহীয়ে নঙলাৰ মুখলৈ আহি ডিঙি মেলি চালে, আকবৰহঁতক নহয়; অইন কোনোবা ভাল মানুহ এটাকহে ধৰি আনিছে। তাই ঘূৰি আহিল। খলিফাইঁতেও বেৰৰ আঁৰলৈ চালে, মানুহটোক ৰছীৰে বান্ধি নিছে। ডকাইত। ভাল কাপোৰ-কানি পিন্ধা ডেকা মানুহ এটা।

চিপাহীকেইটা পদূলিটো পাৰ হ'ল। পুহিতা বুঢ়ী কোবা-কুবিকৈ পিছলৈ চাই চাই খলিফাৰ ঘৰলৈকে আহিছে। পুহিতাৰ মুখত কথাটো কি সিহঁতে গম পাব। পুহিতা বুঢ়ী আহি ধেৰাই-মেৰাই চোতালত বহিলহি।

ৰূপহীয়ে বুঢ়ীৰ কি হ'ল সুধিলে।

পুহিতাই বোলে, "নক'বি আইহঁত, সেই পুলিচজাকে খোঁৱা দৌৰাদি দৌৰি আহি আলিবাটতে মোক মহতিয়াই থৈ গ'ল। বোকাতে পৰিছিলোৱেই। ভাগ্য ভাল যেনিবা ঢাপৰ জেওঁৰাখনতে ধৰিলো। সেইটোক দেখিলিনে, নেদেখিলি? পুলিচজাকে সেইটো কংসৰ ছোৱালী চোৰটোক ধৰি লৈ গৈছে। চাওঁ মোক বটাটো দে আই, তামোল এখন মুখত ভৰাই নল'লে মোৰ মাতেই নোলায়, আইহঁত।" তামোলৰ বটাৰ প্ৰয়োজনবোধ লেঙেৰী'য়েও ইমান সময়ে পাহিৰ আছিল। ৰূপহীয়ে বটাটো গোটাই দিলেহি।

তমোল চকলিয়াই, চকলিয়াই পুহিতাই কিবা এটা ক'ব খোজোতেই লেঙেৰীয়ে সুধিলে; "বাই, তুমি বিয়াৰ ঘৰতহে আছিলা? পুলিচৰ খেদা খাবলৈ

এই ফালেনো কেনি আহিছিলা?" "ক'লৈ আহিছিলো সুধিছ? তোৰ ওচৰলৈকে আহিছিলো। সেইফালে সাঁকোডাল পাৰ হ'বলৈ ভয় লাগি বোলো বোকাপানী যদিও আলিবাটেদিয়ে যাওঁ। চেইনডাল নিয়া চোৰটো ধৰা পৰিল নহয়।' "কোনে নিছিলে? ক'ত ধৰা পৰিল?" বুলি ব্যগ্রতাৰে ৰূপহী আৰু লেখোৱীয়ে একেলগে পুহিতাক সুধিলে।

"কোন হ'ব আৰু? কন্যাই নিজেই লুকুৱাই থৈছিল। তহঁতি উবা-জুবা নকৰিবি। মই সব কথা কম।" পুহিতাই তামোলখন ভালকৈ পকতিয়াই ৰস গিলি লৈ আকৌ ক'লে, "সেইটোক ধৰাৰ খদমদমখন লাগোতেই মই বোলো থাপতে ভালকৈ জলপান এটাকে খাই লওঁ। নকৈছো, য'ৰে ৰসগোল্লা, মিঠাই, দৈ, ক্ৰীৰিম নেকি, সেইবোৰ, খোৱা পাততে এৰি মানুহখন ইফালে গৈছে, সিফালে গৈছে। সুবিধা পাই নিজহাতে ঘোকাজালি মাৰি খালো। মাৰচনি, থাওঁকতে একোছ এইবোৰ ৰুটি, ৰসগোল্লা, মিঠাই লৈ ওলাই গুচি আহিলো। মোৰ কাপোৰ-কানিবোৰ তিতা দেখি মই পানীত পৰিছিলো বুলি ভাবিছহঁক নেকি? নহয় ঐ, কাপোৰত এইবোৰ ৰসগোল্লাৰ ৰস আইহঁত। খাবি ৰহ। গোটেইখনে খাবিহঁক। মই কথাবোৰ কৈ লওঁ। ইমানবোৰ ৰসগোল্লা নাতিকেইটালৈ নিনিও পায়। খাবলৈ নোপোৱা ল'ৰা। নোপোৱাই পোৱাদি খাই দিব লাগিলে পেট ছেৰেলিয়াই ধুন দেখুৱাব। ৰ'বি তাৰ পিছত এ ... ... সেইখন ক'বলৈ হ'লে এহালিছা বকিব লাগিব। নকৈছো, এখন মহাভাৰত হ'ব।"

ৰূপহীয়ে বোলে "মহাভাৰতখন গাব নালাগে। কইনাজনীয়েনো তাইৰ নিজৰ জোৰোণত দিয়া চেইনডাল কেলেই লুকুৱাই থৈছিলে, সেইটো আগতে কোৱাচোন, জেঠাই। "সেই তাকেহে কওঁ বুলিছো আই। তাই পলাই যাবৰ কাৰণে সেইখন ফান্দ পাতিছিলে। জোৰোণৰ বস্তু সোপাকে লৈ কোনোবা কেএৱা মাৰোৱাৰী ল'ৰা এটাৰ লগত তাই হুলস্থূলৰ মাজতে পলাই গৈছিলেই। চেইন বিচাৰি কইনাৰ বাপেক আহক তহঁতৰ ঘৰলৈ। সিফালে তাই ধেপধেপি এখনত উঠি মাৰোৱাৰীটোৰ লগত গ'লগৈয়ে। শিশুপালে ৰুক্মিণীক নিয়াদি মাৰোৱাৰীয়ে ধেপধেপিত তুলি ভালে ছোৱা বাট ছোৱালী নিছিলেই। বাটতে ধেপধেপিখন ধেপ ধেপাই বৈ গ'ল হেনো। ইফালে তহঁতক চোৰ ধৰিবলৈ অহা পুলিচে তাতে পাওঁক। মোমায়েকটো পুলিচৰ গাড়ীৰ পৰা নামি আহি

ধৰক হালকে। ইফালে জোৰণ লৈ অহা দৰাঘৰীয়াই লগালে হুলস্থূল। ছোৱালী নিনিয়েই, জোৰোণৰ বস্তুবোৰহে লাগে। পুলিচে জীপ গাড়ীত তুলি কইনা আৰু কেএজা মাৰোৱাৰী ল'ৰাটোক লৈ আহিছিল। কংসৰ ঘৰৰ ওচৰ পাই জীপ গাড়ীৰ পৰা সেই ল'ৰাটোৱে আকৌ মাৰিলে লৰ। পুলিচে পাছে পাছে নিলে খেদি। সি শিয়াল বাগি দি কেনিবা লুকাল। ফাকতে মই টোৰোক টোৰোক কৈ পাৰ হৈ গুচি আহিছিলো পায়। তাৰ পিছত জানো কোন ফালেদি কেনি আহি মোৰ আগেদিয়েই ল'ৰাটো লৰ মাৰি পাৰ হৈ গৈছিল। কথা সিমানখিনিয়েই। তই চাগৈ সেই দাংকাটিজনীৰ চৰ, ঘোচাকেইটাহে খালি? শ্বা, এইবোৰ ৰুকায়েৰে নুখুৱালে যদিও, ময়ে তোৰ ঘৰত আনি খুৱাইছো" বুলি হাঁহি হাঁহি কোচৰ পৰা ৰুটি এজাপ আৰু ৰসগোল্লাকেইটামান ৰূপহীৰ হাতত পুহিতাই গুজি দিলে। ৰূপহীয়ে নলয়।

খলিফাই বোলে, "ল' খাবিহ'ক। এনেয়েও চোৰ নাম পালিয়েই যেতিয়া খাই থবি।" ৰূপহীয়ে কাহী এখনত ৰুটিখিনি আৰু ৰসগোল্লাখিনি লৈ ভিতৰত থলেগৈ। "আৰু বা কি হয় এথোন, ঠিকনা নাই পায়। এনেখন বিয়া মই দেখাও নাই, শুনাও নাই। বুজিছ খলিফা, বিয়া হওঁকেই বা নহওঁকেই ৰাইজে ভোজতো হ'লে বাৰুকৈ খালে। তাৰ এইয়া একোকে হোৱা নাই। আৰু হ'ব, তই চাই থাক। সি মোক ইমানকৈ হাতে-ভৰিয়ে ধৰাতো, পেঞ্চনটো নিদিলে। মই তাক পৰি পৰি শাওঁ দিছো। তাৰ গাত বৰ বেমাৰ দেখা দিয়ক। যাওঁ আইহঁত থাকিবি। মন-চন বেয়া নকৰিবি। দুখীয়া মানুহ, এইবোৰ আমি সহিবই লাগিব। খলিফা বহিবি দেই", বুলি বুঢ়ী গ'লগৈ।



লেঙেৰীক চোৰ 'ধৰাৰ পোঙ্খৰ দিনমানৰ পাছত এদিন বংশীৰ দদায়েক ভূধৰে লক্ষ্মীক পঠিয়াই বিশেষ কথা এটাৰ কাৰণে বংশীক মাতি পঠিয়ালে। মিলন, ভূধৰ, ৰহেশ্বৰ বুঢ়াহঁতে ভূধৰৰ ঘৰতে বহি বংশীৰ কাৰণে বৈ আছে বুলি লক্ষ্মীয়ে কৈ যোৱাৰ পিছত বংশীয়ে কোবখন এৰি অলপ সময় চিন্তা কৰিলে। সোনকালে গৈ অহাহে ভাল হ'ব। বোধহয় সি মঙলাৰ ঘৰত থকাৰ বিষয়েই ৰাজহুৱাভাৱে তাক কিবাকিবি ক'ব। অথবা ছোৱালীজনী বিয়া কৰোৱাৰ কথাও ক'ব পাৰে। সি পেণ্টটো পিন্ধি গাৰ বনিয়ণটোৰ সৈতেই পথাৰেদি ভূধৰৰ ঘৰলৈ পোনাই দিলে। মনবৰেও কিবা চক্ৰ-চক্ৰান্ত কৰি বুঢ়াকেইজনৰ হতুৱাই সিহঁতৰ কামত বাধা কৰাব পাৰে। কংসৰ মিলতে চাকৰি কৰাৰ কথা এদিন ভূধৰেও কৈছিল। সেইটোও হ'ব পাৰে। চাকৰি ক'ৰ বুলি ক'লেই সি চাকৰিত নোসোমায়। কাৰণ মুহিৰাম, চক্ৰহঁতৰ দৰে বহুত ল'ৰাক চাকৰি দিম দিম বুলি কংসই চাকৰি দিয়া নাই বুলি সি ভালকৈ জানে। দিও বুলিলে বহুত ল'ৰাক সি চাকৰি দিব পাৰে। নিদিয়ে, উপাৰ্জনৰ ৰাস্তা বিচাৰি নাপালে ডেকা ল'ৰাই বদমাচি কৰি ডকা-হকা দিবই। ল'ৰাবোৰ আচলতে বেয়া নহয়। অৱস্থাইহে সিহঁতক গুণ্ডামী, বদমাচি কৰিবলৈ বাধ্য কৰিছে। অন্ততঃ নগৰৰ ল'ৰাতকৈ গাঁৱৰ ল'ৰা এতিয়াও বহুত কথাত ভাল হৈ আছে। বুঢ়াজাকে ধৰ্মৰ মায়াজালত মেৰ খাই ঘূৰিলে, পুতেক নাতিয়েকহঁতে উগ্ৰগুৱালি কৰি ফুৰিবই। নাই মাটি-বাৰী, নাই পঢ়া-শুনা, নাই এটা ক্লাব ঘৰ। সিহঁত ক'ত মৰিবগৈ। পিছে উগ্ৰগুৱালি বাটৰ মানুহক নকৰি চাকৰি নিদিয়াকেইটাৰ ওপৰত কৰা হ'লে ৰাইজখনৰ বহুত উপকাৰ হ'লহেঁতেন। আজিকালি সি কিবা এটা কথা ভাবিলে সমাজৰ কথালৈ কথাবোৰ বাগৰি যায়। এনেকৈ সিনো কি পঢ়া-শুনা থকা ল'ৰাটো? মাই ৰে পাছহে। জাকে জাকে এম.এ, বি.এ পাছ কৰা মানুহ নগৰবিলাকত আছে। সিহঁতিচোন এইবোৰ কথা মনলৈ আনিলে খুব ভালকৈ চিন্তা কৰিব পাৰিব। কিন্তু নকৰে কিয়। নগৰতচোন ভালেখিনি গাঁৱৰ ল'ৰা আছেগৈ। গাঁৱৰ মানুহে কান্ধত ভাৰলৈ বস্তু বেচি ল'ৰাক পঢ়ায় আৰু সেই ল'ৰাই চাকৰি পালে নগৰলৈ

গুচি যায়। নগৰত ঘৰ সাজিলেই বাপেক-মাকলৈ পাহৰে। গাঁৱলৈ পাহৰে।

ভূধৰে পদূলিত ওলাই বংশীলৈ চাই আছে। সিটো অলপো দেৰি নকৰাকৈ গুচি আহিছে। পথাৰেদি অহাৰ কাৰণে সোনকালে পালেহি। বংশী ভূধৰৰ চোতাল পোৱাৰ লগে লগে দিহিঙীয়াই বোলে "তৌলৈ আমি ৰৈহে আছো, আহ।" দিহিঙীয়া বুঢ়াৰ পিছে পিছে বংশীও ভিতৰত সোমাল। মুঠি ধান এসোপা বাহিৰ ঘৰটোৰ বিছনাখনৰ মূৰৰ শিতানৰ ফালে দমাই থৈছে। কঠিয়াৰ ধান হ'ব পায়। মাজৰ মুকলি টুকুৰাৰ খুটাটোতে আঁউজি ৰহেশ্বৰ বুঢ়া বহি আছে। বিনন্দ, লক্ষ্মীহঁতে পিৰালিত থিয় হৈ বোধহয় কথা শুনিবলৈকে ৰৈ আছে। ঢৰা কিখনত মিলন আৰু দিহিঙীয়া বুঢ়া বহি আছে। বস্তা এখন লৈ বংশী বহিল। গুণদাই মূৰত ওৰণি লৈ বটাটোত তামোল-পাণকেইটামান থৈ গ'লহি। জোনাকী মাহীও আছেহি। নৰ্মদাকো ওলাই আহি আকৌ ভিতৰলৈ যোৱা বংশীয়ে দেখিলে। জোনাকী আহি "ভালে আছনে বংশী" বুলি মাত এষাৰো দি গ'ল। বংশীক নৰ্মদাৰ বিয়াৰ কাৰণেই মাতি অনাটো তাৰ মনত দৃঢ় হ'ল। "তোক আমি কেলেই মাতিলো তই ছাগে গম পাইছই? তই পৰদেশত যি কৰিলি-নকৰিলি আমি সেইবোৰ খুচৰিবলৈ নাযাওঁ, কিন্তু গাঁৱৰ সমাজলৈ আহিলি যেতিয়া সমাজৰ বান্ধ ৰাখি তই চলিব লাগিব।"

মিলনৰ কথাৰ মাজতে ধৰি দিহিঙীয়াই বোলে, "একালত আমিও তোৰ দৰে দ, বাম সমান কৰি ফুৰিছিলো। এতিয়া জানো পাৰিম? তোৰো সেইটোৱেই কথা। তই এতিয়া গুৰুৰ ঘৰলৈ যাব লাগিব। প্ৰধানকৈ নিধি ককাইটিৰ ল'ৰা হৈ তই জালুকণিত মজদুৰৰ ঘৰত বাঁহ লোৱাটো বংশৰ অপমানেই নহয় গাঁৱৰো অপমান হৈছে। আৰু সেই মজদুৰ ছোৱালীজনীৰ লগত তই চপনীয়া চাপিলিগৈ, সেই কথাটোৰ কাৰণে আমি কিন্তু অন্তৰত বৰ দুখ পাইছো, বোপাই।"

ভূধৰে বোলে "তই ৰাইজৰ কথা মানিবিনে নামান সেইটো কথা আগতে কৈ ল'।" কথাটো কি নজনাকৈ বংশীয়ে মানিম বুলি ক'বলৈ টান পালে। ৰাইজে যদি নৰ্মদাক বিয়া কৰাবলৈ তাক জোৰ কৰি ধৰে? অসম্ভব কথা। সি ৰাইজে ক'লেই সেইটো কথা মানি নলয়। ক্ষন্তেক মনে মনে থাকি ৰাইজলৈ নোচোৱাকৈ তলমূৰ কৰি সি ক'লে।

"ৰাইজক মই মূৰৰ ওপৰত তুলি ৰাখিছো। ৰাখিছো বুলিও মূৰৰ ওপৰত থকা ৰাইজে অযুক্তি কথা ক'লে কিন্তু মই নামানিম।" বংশীৰ কথাত ভূধৰৰ খঙেই উঠিল।

"মানিলে মানিবি, নেমানিলে তই বাহি শ হবি, তথাপি ৰাইজে ক'বলগীয়াটো তোক ক'বই।" "তইনো কি কথাটো কৈছ দদাই? সেইবোৰেই অযুক্তি কথা। কিহৰ বাহি শ হোৱাৰ কথা কৈছ? জীয়াই থাকোতে খাইছনে বুলি নোসোধা মানুহৰ কান্ধত উঠি মৰিশাললৈ যাবলৈ মোৰ মন নাই।" দিহিঙীয়াই গোজগোজাই উঠিলে, "এ তইনো কি মহা পণ্ডিততো হৈ আহিলি অ' বোপাই? আমি মুখেৰে কথাটো উলিয়াবলৈ নৌ-পাওঁতেই এহালিছা বকি দিছ। গাঁওখনৰ বয়সীয়া মানুহ হিচাপেহে তোক কৈছো দেই। মানিলে দদাই বুলি মানিবি আৰু নামানিলে নামানিবিয়েই।" ৰহেশ্বৰ বুঢ়াই বোলে "আমি শুনা মতে মণ্ডলা বুঢ়াৰ ঘৰত থকা ছোৱালীজনী বোলে আজি বাদে কালিলৈ ল'ৰাৰ মাকেই হ'ব। কথাটো বাৰু সঁচানে?" বংশীয়ে সঁচা বুলি ক'লে "এৰা জুই নোহোৱাকৈ ধোঁৱানো ক'ৰ পৰা ওলাব?"

মিলনে বোলে, "যিটো হ'ল সেইটো নোহোৱা কৰিব নোৱাৰি আৰু আমি জীয়াই থাকোতে তোক গেৰেকণিত পৰি থাকিবলৈও দিব নোৱাৰো। সেই কাৰণে তহঁত হালকে এদিন গোসাঁই-ঈশ্বৰৰ ওচৰলৈ লৈ যাব খুজিছো, দদায়েৰে সত্ৰলৈ গৈ কথা পাতিও আহিছে গৈ।" ভূধৰে বোলে "মোক বাপেৰ বুলি তই নাভাবই। তই নাভাবিলেও মোৰ ল'ৰাকেইটাৰ লগৰে তোকো এটা বুলি মই ভাবি আছো আৰু সেই কাৰণেই এইখিনি কৰিছো। তই কথাটো ভাবি-চিন্তি চা। যদি তাইক এৰিব পাৰ' মই অইন এজনীক বন্দবস্ত কৰি দিওঁ। সেইখিনিয়ে ৰাইজৰ কথা। তাকে ক'বলৈ তোক বুঢ়া কিজনে মাতি আনিছে।" ফুলশ্বেৰীৰ গৰ্ভৰ সন্তানটোৰ বাপেক বংশী, বুলি এটা ধাৰণা কৰি সিহঁত দুটাক জাতলৈ তুলি আনিবৰ কাৰণে গোসাঁইৰ ওচৰলৈ সিহঁতক নিব। ৰাইজে ভিতৰৰ কথাবোৰ নাজানে, কিন্তু ফুলেশ্বৰীৰ সৈতে তাৰ কোনো সম্পৰ্ক হোৱা নাই বুলি সি সঁচা কথাটো কৈ দিলেও বিপদ আছে। কাৰণ নৰ্মদা আৰু মাকক মাতি আনি ৰাখিছে। ফুলেশ্বৰীক এৰি দিম বুলি ক'লেই "তই নৰ্মদাক বিয়া কৰাব লাগিব" বুলি ৰাইজে তাক জোৰ কৰি ধৰিব, কিন্তু দুখীয়া বাৰী মানুহৰ ছোৱালী হ'ল কাৰণেই বদনামী ল'ৰা এটাৰ লগতো, তাই বিয়া সোমাবলৈ আহিছে কিয়? তাৰ টকা-পইচা থকাৰ কাৰণে! লেটি-পেটি কৰি বদনামত পৰা ছোৱালী নহয়তো? যিয়েই নহওঁক এতিয়া অপেশ্বৰী এজনী হ'লেও সি বিয়া নকৰায়।

বংশীয়ে তলমূৰ কৰি চিন্তা কৰি থকা দেখি মিলনে বোলে, "তই চুপ মাৰি বহি থাকিলি? ৰাইজ কামে কামে যাব লাগে নহয়।" বংশীয়ে বোলে,

"মই চিন্তা কৰি চাওঁ গধূলিকৈ দদাইক কৈ যামহি বাৰু", বুলি বহাৰ পৰা উঠিল। জোনাকীক, "মাহী ভালনে" বুলি মাত দিলে আৰু গুণদাই কিবা কথা কয় বুলি ক'বলৈ সুবিধা নিদিয়াকৈ সি ওলাই গুচি গ'ল। ভাত খোৱাৰ সময়। কিন্তু ভৰ দুপৰীয়া তাক ভাত খাই যা বুলি দদায়েক-খুড়ীয়েক কোনেও নক'লে। অৱশ্যে সি সমাজৰ নীতি-নিয়ম ভাঙিছে, উদ্ধাৰ নোহোৱাকৈ তাক ভিতৰত ভাত খুৱাবও নোৱাৰে। ৰাইজে ধৰিব। গুণদাই কোনোদিনেই তাক আপোনভাৱে ল'ব নোৱাৰিলে। এম. ই পাছ কৰি হাইস্কুলত নাম লগাবলৈ সি বায়েকৰ পৰা পইচা আনিছিল। পইচাখিনি হেৰাল। হেৰাল মানে গুণদাই লুকুৱালে। ভূধৰে পইচা যোগাৰ কৰি নাম লগাই দিব খুজিছিল। ৭/৮ মাইল দূৰ গৈ স্কুল পঢ়ি ঘৰৰ কাম নকৰিলে সদায় কোনে খুৱাব বুলি গুণদাই ভূধৰক বাধা কৰিলে। চামগুৰিলৈ গৈ বিবেকা মাষ্টৰৰ পৰা সি পইচা আনিছিলগৈ। সেইখিনিও বিনন্দই জুৱা খেলি শেষ কৰিলে। বংশী শ্ৰেণীত সদায় প্ৰথম হয়। ইপিনে লক্ষীয়ে আকৌ স্কুলকে এৰি দিলে। হাইস্কুলত পঢ়ি পাছ কৰি বংশী ডাঙৰ মানুহ হ'ব। সেইটো গুণদাৰ সহ্য নহয়। মাষ্টৰে তেওঁৰ ঘৰত ৰাখি পঢ়াম বুলি বংশীক মাতিছিলে। বামুণৰ ঘৰত চাকৰ খাতি বৰ মানুহ হব নালাগে বুলি তাক যাবলৈ নিদিলে। পঢ়িব নোৱাৰি সেই বছৰটো বংশীৰ কি অৱস্থা হৈছিল তাৰ মনৰ পৰা সেইটো কথা নাযায়। ফুটবলৰ টিমটোকে গঠন কৰি নোলোৱা হ'লে সি যে কি হ'লহেঁতেন। ফৌজলৈ যোৱাৰ আগৰ সেই চাৰি পাঁচ বছৰ তাৰ মাতে ভাতে সমান হৈছিল। দদাই ভাল হোৱা হ'লে খুড়ীয়ে সিমান মইমতালি কৰিব পাৰেনে? এতিয়াহে সি বুজিছে দাঢ়িখিনি আছে কাৰণেহে মতা মানুহ তাৰ দদায়েকো। সেই কাৰণে খুড়ীয়েকৰ কথাত উঠ-বহ কৰিবলগীয়া হৈছে। সেইটো দদায়েকেই গোসাঁইৰ ওচৰলৈ নি ফুলেশ্বৰীৰ সৈতে তাৰ বিয়া পাতি দিব। ফুলেশ্বৰীক এৰিব পাৰিলে নৰ্মদাৰ লগত? জোনাকী মাহী আৰু নৰ্মদাক বোধহয় সেই কাৰণেই মাতি আনিছিল। ফুলেশ্বৰীক যে সি ৰখা নাই, কথাটো কৈ দিয়া হ'লেই ৰামধাৰীয়ে গম পোৱা হ'লেই সকলো বৰবাদ হ'লহেঁতেন। খুউব সুন্দৰ সুবিধা এটা ওলাইছে। গোসাঁইৰ ওচৰলৈ ফুলেশ্বৰীক মণ্ডলাৰ সৈতে লৈ যাব। তাইৰ হতুৱাই গোসাঁইক, ৰামধাৰী আৰু কংসই কৰা অত্যাচাৰখিনিৰ কথা কোৱাব পাৰিলে ৰাইজক ৰামধাৰীহঁতৰ বিপক্ষে টানিব পাৰিব। গোসাঁয়ে ৰামধাৰীৰ ওপৰত বিচাৰ কৰি তাইক তাৰ হাতত গটাই দিবই লাগিব। সিহঁতে গোসাঁইক হেঁচা মাৰি ধৰিব। য'তে ইচ্ছা ততেই বাট। ফুলেশ্বৰীৰ সমস্যাটো

কেনেকৈ সমাধান কৰা হয় সি সদায় ভাবি আছিল কাৰণেই সুবিধাটো আহিল। আকবৰ, বকুল আটাই কেইটাকে গোসাঁইৰ ওচৰলৈ যাওঁতে লগত লৈ যাব। "বংশীক বাহি শ হ'বলৈ নিদিয়ে।" সি মৰাৰ পাছত গায়নে-বায়নে চাঙীৰ ওপৰত তুলি তাক শ্মশানলৈ নিব। তাৰ হাঁহি উঠিল। হেৰ', মৰাশটোক সেইটো সন্মান কেলেই? কিবা কৰ যদি জীয়াই থাকোতেই কৰ। এইখিনি মানুহেই হোনো খলিফাক লেণ্ডেৰীৰ সৈতে গাঁৱত নিকাহ কৰাৰ কথালৈ কিবাকিবি কৈ হকা বাধা কৰিছিলে । যাৰ ফলতে তেওঁলোকৰ নিকাহো ন'হল, বিয়াও ন'হল। নিকাহ-বিয়া একো নোহোৱাকৈ যে ল'ৰা-ছোৱালী হ'ল? লেণ্ডেৰীয়ে হোনো মুছলমান ধৰ্ম্ম ল'বলৈ মন নকৰিছিল। নল'লে পিছে কি হানিটো হ'ল? কোনো ধৰ্ম্ম নোহোৱাকৈ গাঁৱৰ মাজতে আকবৰহঁতৰ জন্ম হ'ল দেখোন? আকবৰহঁতৰ প্ৰকৃততে কোনো ধৰ্ম্মই নাই। এক প্ৰকাৰে ভালেই হ'ল। হিন্দুও নহয় মুছলমানো নহয়। সিহঁত মানুহ জন্ম হ'ল। জাতিভেদ ধৰ্ম্ম সম্প্ৰদায় ভাগ ভাগ কৰি চলি থকা এই সমাজখনতে সঁচা অৰ্থত, তেজ-মঙহৰ মানুহৰ জন্ম হ'ল। সম্প্ৰদায়িকতাৰ বীজবোৰ কোনেও ক'ব নোৱাৰাকৈ এইদৰে এদিন শেষ হৈ যাবগৈ নেকি? লাহে লাহে হৈছেই। যাওঁতে বিভিন্ন চিন্তা লৈ গৈ ভূধৰৰ ঘৰৰ পৰা ঘূৰি আহোঁতে তাৰ মনটো খুব ভাল লাগি আছিছে। ঘৰ পাই সি কথাবোৰ ক'বলৈ বকুল, বলোৰামহঁতক পাব লাগিছিল। সেই সময়ত ঘৰত ফুলেশ্বৰীৰ বাহিৰে কোনো নাছিল।



## ।। ষোল্ল ।।

দুফালে দুখন গেট দিয়া প্ৰকাণ্ড হাউলীটোৱে জগন্নাথ বেজবৰুৱাৰ দিনৰে পুৰণা ঘৰটো। গোঁসাই ঘৰটোৰ মুধৰ মৌজাদাৰে খাজনা লোৱা ঘৰটো এতিয়া গাড়ীৰ গেৰেজ কৰি লৈছে। হাফ্‌ওৱাল দিয়া ঘৰ যদিও এতিয়াও এসময়ৰ গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশ এটালৈ ঘৰটোৱে স্মৃত পেলাই দিয়ে। পলাশ, অশোক, বেলগছবোৰে পুৰণি দিনৰ পূজা-সেবাৰ পৰিবেশ এটা যে পৰিয়ালটোত আছিল সেইটো কথালৈও মানুহৰ দৃষ্টি আকৰ্ষণ কৰে। সেই গছবোৰত বাৰ্দ্ধক্যৰ চাপ ভালকৈয়ে পৰিছে। কিছুদিনৰ আগতে বিয়া হোৱাৰ কাৰণে ঘৰটোৰ আগফালখন মুকলি মুকলি লাগিছে।

ললিতাই হাতত শোতা এটা লৈ বাহিৰ বেৰত মকৰা নে ছেলা কিবা এটা জপিয়াই জপিয়াই মাৰিবলৈ চেষ্টা কৰিছিল। হঠাৎ ভিতৰৰ পৰা জগন্নাথ ওলাই আহোতে শোতাৰ কোব জগন্নাথৰ চকুৰে মুখে লাগিল। জগন্নাথে চকু মেলিব নোৱাৰা হৈ চকী এখনতে বহি ললিতাক খঙত কিবা-কিবি কৈ চকু মোহাৰিছিল। জগন্নাথ, কংস বেজবৰুৱাৰ নিজৰ ঘৰৰ মানুহ। তেওঁৰ মুখত শোতাৰে কোবাই দি ললিতা ভয়ত থৰ লাগিছিল। জগন্নাথে তেওঁৰ চকুত কিবা সোমাই আছে নেকি ললিতাক চাবলৈ ক'লে। ভয়ে সংকোচে ললিতাই জগন্নাথৰ চকুৰ কুটা চাদৰৰ আগেৰে উলিয়াব খুজিছিল। তাই জগন্নাথৰ চকু মেলি ধৰি জুপি জুপি চকুত কিবা সোমাই আছে নেকি চাই থাকোতেই হাতত কুঠাৰ এখন লৈ খৰি ফালিবলৈ বুলি ভিতৰৰ পৰা লীলা ওলাই আহি ললিতাক সেইদৰে থকা দেখি, সন্দেহবাদী লীলাই খঙত উগ্ৰমূৰ্ত্তি ধৰিলে। "কি কৰিছ?" বুলি লীলাই সোধাৰ লগে লগে ললিতাই উছাপ খাই উঠি আঁতৰি গ'ল। তাই সেপ ঢুকি ঢুকি ক'লে যে তাই বেৰ সাৰি থাকোতে তেওঁৰ চকুত শোতাটো সোমালে আৰু তাকে তাই চাইছিলে।

লীলাই বোলে, "মোক তই অকৰা পাইছ? ইমান ডাঙৰ শোতাটো চকুত সোমাই আছিল, তাকে তই জুপি জুপি চাইছিলি? হাৰামজাদী! তোৰ হাতত সেইটো কোনটো বাপেৰৰ মূৰ?" জগন্নাথে বুজিলে লীলাই তেওঁক সন্দেহ কৰিছে সেইদৰে জ্বলি উঠিছে। "কি হ'ল হে লীলা, তুমি কিবা সন্দেহ কৰাৰ

দৰে কথা কৈছা দেখোন ?" "তুমি লেপাই তুৰুকা, মহা চেলেপু মহা হাৰামী।"

জগন্নাথে বোলে- তুমি মানুহ চিনি নাপালাহে! তোমাৰ ববাৰক মই নিজৰ দেউতাৰ দৰে ভাবো, মাৰকো ভক্তি কৰো। ৰূপহীক নিজৰ ভনীৰ দৰে ভাবো, আৰু ললিতাক নিজৰ তিৰোতাৰ দৰে ভাবো, মৰম কৰো। জগন্নাথৰ কথা শুনি জ্বলা জুইত যেন ঘিউহে পৰিল।

লীলাই বোলে-তই কি কলি কতা কুকুৰ? এই বেটা, তই কি কৈছিলি? তই মৰম কৰিবলৈ মই তাইক বিয়া কৰাই আনিছিলো? তোক কুঠাৰেৰে ফালি পেলাম জনা নাই। জগন্নাথ ভয়ত দৌৰি ভিতৰ সোমাই গ'ল। "সোমাই গলি কেলেই? তই ওলাই আহ। ওলাই আহ" কৈ লীলাই চিঞৰি দিয়াত কংস বেজবৰুৱা ওলাই আহি 'কিহৰ হুলস্থূল হৈছে অ' বুলি সোধাতেই লীলাই বোলে "তাক মাতক মোমাই" জগন্নাথ ওলাই আহি কংসৰ পিচত থিয় হ'লহি। "চাওঁক মোমাই তাৰ ভয়ত মই তাইক মেকুৰীয়ে পোৱালি লুকুৱাদি লুকুৱাই লৈ ফুৰিছো। এতিয়া তাইক সি মৰম কৰি থাকোতেই মই হাতে হাতে ধৰা পেলালো।" আপুনি বিচাৰ কৰিবই লাগিব।"

কংসই বুজিলে ঘটনা গুৰুতৰেই। কিন্তু এই সময়ত সেইবোৰ বিচাৰ কৰিব নোৱাৰি, বহুত সময় ল'ব। গধূলিকৈ বিচাৰ কৰিম বুলি বহুতপৰ বঢ়াই বুজাইহে লীলাক শান্ত কৰি কংসই খৰি ফালিবলৈ পঠিয়াব পাৰিলে।

ললিতা আৰু লীলা কামে কামে যোৱাৰ পিচত কথাটো কি বুলি কংসই জগন্নাথক সুধিলে। জগন্নাথে লাজে অপমানে কওঁ নকওঁকৈ গোটেই কথাটো কংসক ক'লে। লীলা যে অভং ল'ৰা, সেইটো কংসই জানে যদিও, জগন্নাথক সিহঁতৰ লগত বেছি হলি গলি কৰাতো বেয়া হৈছে বুলি ক'লে। লীলাৰ লগত ভালকৈ নচলিলে কোনোবা দিনা সি ঘটনা কৰিব বুলি কৈ, কিয় তাক তেওঁৰ ওচৰ চপাই লৈছেহি আৰু গাঁৱৰ বদমাছ ল'ৰাকেইটাক কিয় মিলত সুমুৱাই লৈছেহি বুলি কংসই জগন্নাথক প্ৰশ্ন কৰিলে। "হলেৰেহে হল কাঢ়িব লাগিব," বুলি যে সিহঁতক ৰখা হৈছে এদিন কংসয়ে সেইটো কথা জগন্নাথক কৈছিল বুলি জগন্নাথে ক'লে।" অ' কথা সেইটোৱেই। সিহঁতক লগত নাৰাখিলে আকবৰৰ সগ লাগিবগৈ। গতিকে সিহঁতক যিকোনো উপায়েৰে আমাৰ সোঁহাত কৰি ৰাখিবই লাগিব। দৰমহাৰ উপৰিও মদ, বিড়ি, চিগাৰেট, আনকি মাজে মাজে চিনেমা চাবলৈকো সিহঁতক পইচা পাতি দিয়াৰ কথা তোমাক কৈ ৰাখিছো। তাৰ কাৰণে তোমাক যি লাগে, খৰছ কৰি হিচাব দিবলৈও কৈছিলো। সিহঁতক

ফুৰ্ত্তিত ৰাখিলে তোমাৰ বশ হৈ থাকিব। তোমাৰ বশ হোৱা মানেই মোৰো বশ হোৱা। গাঁৱলীয়া খাৱলৈ নোপোৱা মানুহ, দহ টকাই সিহঁতৰ কাৰণে এশ টকাৰ সমান। টকা ধাৰলৈ দিলে সদায় সিহঁতে বৰশীৰ মাছৰ দৰে, টোপলৈ আশা কৰি থাকিব। তুমি নগৰীয়া ল'ৰা। গাঁৱৰ আওঁ-ভাওঁ বুজি কাম চলাওঁতে সময় লাগিব। সিহঁতৰ সৈতে তুমি বিলীন হৈ যাব লাগিব যদিও ভিতৰৰ মানুহটো বেলেগ মানুহ এটা হৈ নাথাকিলে নিজৰ দায়িত্ব পালন কৰিব নোৱাৰিবা।"

কংসৰ উপদেশমূলক কথাখিনি শুনাৰ পিচত কংসৰ পৰামৰ্শ মতে মানুহৰ পৰা আধি খন্দুৱা দিয়া মাটি এৰুৱাই, লিখা-পঢ়া কৰি নতুন মানুহক যিখিনি মাটি দিবলৈ ব্যৱস্থা কৰিছে জগন্নাথে তেনে কিছুমান মানুহৰ নাম কংসক ক'লে আৰু চিলিং এক্টত যোৱা কংসৰ মাটি পুনৰ কাৰ কাৰ নামত ৰখা হৈছে সেই কথা অনুসন্ধান কৰিবলৈ বংশী আৰু বকুলক মাষ্টৰে দৰখাস্ত এখন লিখি S.D.C. ৰ ওচৰলৈ পঠোৱাৰ খবৰটোও দিলে। কংসই বোলে, "S.D.C. কেঁচুৱা ল'ৰা নহয় যে সিহঁতে খোজা মাত্ৰকে নামবোৰ দি দিব। আমি যে চাহ বাগিছা খুলিম বুলি লাইচেঞ্চ লৈছোহঁক সেইটো বোধহয় তুমিও নাজানা। দ' মাটি কিছুমান অৱশ্যে যাৰে তাৰে নামত আছে। মোৰেই নহয় আটাইকেইজনৰে আছে। থাকিলেও তাৰ ব্যৱস্থাও নিয়াৰিকৈ কৰি থৈছো। S.D.C.বোৰ তলৰ অফিচাৰহে। বিভাগীয় মন্ত্ৰী পৰ্য্যন্ত আমাৰ হাতত আছে। বিবেকা মাষ্টৰহে নালাগে তাৰ চৈধ্য পুৰুষেও মোৰ পিচত লাগি একো কৰিব নোৱাৰে।" জগন্নাথে বোলে— জেঠা-পেহা, বংশীহঁতে কৃষক পৰিষদ পাতি আধি মাটিৰ ধান মালিকক নিদিও বুলি যে লাগিছে সেইটো কথাৰ ওপৰত আপোনালোকে একো চিন্তা কৰা নাই যেন দেখিছো। আকবৰে সেইদিনা ধান দাবলৈ নিদি আমাক ঘূৰাই পঠালে। তেতিয়াও আপুনি চিন্তা কৰিছো বুলিয়ে কৈ থ'লে। সি নেউলীধান দাই গোটেই ধানখিনি তাৰ ভঁড়ালত সুমুৱালেগৈ। তাৰ পিছতো আপুনি মনে মনে আছে। বাকী আধিয়াৰ বিলাকেও যদি আকবৰৰ দৰে ধান দাই লৈ যায় মই কেনেকৈ বাধা কৰিম? জগন্নাথৰ এই আন্তৰিকতাখিনি কংসৰ কাৰণেহে। এইকেইটা কথা কংসক কেইবাবাৰো কৈছে। " আমি আধিয়া মাটিৰ ধান তিনি বছৰে নাপালেও আমাৰ একো ক্ষতি নহয়। আমি ধানৰ ওপৰত নিৰ্ভৰ কৰি চলা নাই। কিন্তু সিহঁতে এবছৰ ধান নাপালে খাবলৈ নাপাই কাবু হৈ পৰিব। সিহঁতকো ধান নিদিওঁ। সময় আছে, শালিধান পকক। তাৰ ব্যৱস্থা কৰা হ'ব।

আকবৰৰ পৰা মাটি কাঢ়ি ল'বলৈ সোণধৰক লগাই দিছো। সি তাৰ ককাই ভাই আটাই কেওটাক লৈ সেই মাটি দখল লম বুলি কৈছে। সোণধৰৰ দৰে আৰু কেইটামানক মাটি দিয়াৰ ব্যৱস্থা কৰা। সিহঁতৰ মাজত কাজিয়া লগোৱাটোৱেই সিহঁতৰ দল ভঙাৰ প্ৰধান অস্ত্ৰ হ'ব। সেই ব্যৱস্থাও কৰিছো, দীঘলী বিলত মাছ মাৰি মাঘৰ বিহু খাব, সোণধৰক মাছ মাৰিবা বুলি কৈছো। বিলৰ মাছ ধৰি সিহঁতে বিক্ৰী কৰি কৃষক পৰিষদৰ কাৰণে টকা গোটাব। গোটাওক, সিহঁতক আগবঢ়াই দিছো। সময়ত টানি ধৰিম। এইবোৰ কিটিপ-কাটাৰ কৌশল কৰি মানুহক হাত কৰা আৰু দমন কৰা।" সেইখিনি শিকি লোৱাটোৱেই যে জগন্নাথৰ প্ৰধান কাম, সেইটো কথা কংসই বুজাই ক'লে। জগন্নাথে ক'লে যে তেওঁ কংসৰ হুকুমত মৰিবলৈকো সাজু আছে আৰু জগন্নাথৰ যে ৰাজনীতিৰ জ্ঞান একো নাই আৰু কংসই শিকাই গ'লেই শিকিব পাৰিব সেইটো কথা অতি শান্ত শিষ্ট ল'ৰাৰ দৰেই কংসক কলে, "তুমি পাৰিবা বুলি মোৰ বিশ্বাস হৈছে, আৰু এই লংপেন্ট, হাৱাই চাৰ্ট এইবোৰ পিন্ধা এতিয়াৰ পৰা তুমি এৰি দিয়া, পাইজামা, পাঞ্জাবী পিন্ধাৰ অভ্যাস কৰি দিয়া। তোমাক মই বাছি লৈছো। তোমাৰ খোজত, সাজ-পোছাকত ৰাজনীতিৰ মানুহ বুলি মানুহে দেখিলহৈ বুজিব পাৰিব লাগিব। মই মনবৰকো সুধিছো তুমি উপযুক্ত ল'ৰা বুলিয়েই কৈছে।" জগন্নাথে বোলে "তেওঁ মোক পৰীক্ষা কৰিলে নহয় জেঠা-পেহা! তেওঁক যে কথাই কথাই অবাইছ মাতবোৰ মতাৰ কাৰণে আপুনি এদিন কিবাকিবি কৈছিল, সেই মাতটো মই বন্ধ কৰিছো।"

কংসই কথাটো শুনি হাঁহি হাঁহি সুধিলে "কি? কেনেকৈ বন্ধ কৰিলাহে? সেইটো মাতৰ কোনো আৱশ্যক নাই। অথচ সেই মাতটো জন্মৰ পৰাই গাঁৱৰ কিছুমান মানুহে নামাতিলে কথা কোৱাই নহয়। মনবৰক তুমিনো বন্ধ কৰিলা কেনেকৈ?" "বন্ধ হৈছে জেঠা-পেহা। প্ৰথমতে মই তেওঁক অসমীয়া কথা নকবা বুলিয়েই ক'লো, হিন্দী পাৰে। অকল হিন্দীও নোৱাৰে। সেই কাৰণে বোলো হিন্দীৰে বুজাব নোৱাৰা কথাবোৰত মাজতে অসমীয়া শব্দ সুমুৱাই দিবা। তাৰ পিছত কথাই কথাই তেওঁক মই চকু পোন্দোৱাকৈ ধৰো। আজিকালি কথাবোৰ সাৱধানে কয়।" দুয়ো খেক্‌খেক্‌কৈ হাঁহিলে।

কংসই বোলে " তোমাক মই এপ্ৰেন্টিচ্ কৰি লৈছো যেতিয়া মোৰ খাটনিও কম নহ'ব। তথাপি তোমাক মই এদিন মিনিষ্টাৰ কৰিহে এৰিম, জগন্নাথ। যিদিনা জগন্নাথ শৰ্মাৰ বিবৃতি কাগজত ওলাব, ৰেডিঅ'ত শুনিম সেইদিনা

মোৰ কিমান আনন্দ লাগিব।” কথাখিনি কৈ কংসই জগন্নাথৰ চকুলৈ চালে। জগন্নাথ লেউ-সেউ হৈ পৰিছে। ‘ৰামধাৰীয়ে জানো ইলেকচন নেখেলিব, জেঠা-পেহা?” কংসই আকৌ হাঁহিলে। “হেৰা ৰামধাৰী বেপাৰী মানুহ। এম, এল, এ মিনিষ্টাৰ সিহঁতে বনাইহে। তোমাক সিহঁতেও সহায় কৰিব। মিনিষ্টাৰ হৈ তুমি সিহঁতক নগদ টকা ঘূৰাই নিদি লাইচেঞ্চ, পাৰমিট, গ্ৰাণ্ট, ল’ন ঠিকা-ঠুকুলি যি বিচাৰে তাকে দিলেই ধাৰ মৰিব। এবাৰ সেইদৰে সিহঁতক সুবিধা দিয়াৰ পিচত প্ৰতিবাৰে সিহঁতে টকা-পইচা, গাড়ী মানুহ যি লাগে সকলো দি তোমাক সহায় কৰিব।”

তেনেতে মনবৰ আহি ওলালহি । “কামটো ঠিক হৈ আহিছে বেজবৰুৱাদেৱ। গোসাঁইক মই আপুনি কোৱাৰ দৰেই ক’লো, বোলো বংশীক আপুনি অকলে বলে নোৱাৰে। তিনিওজনে হেঁচা মাৰি ধৰিব লাগিব। সি ফুলেশ্বৰীক এৰিবও নোৱাৰে, আৰু তাইক লগত লৈ এই গাঁৱত থাকিবও নোৱাৰে। ৰামধাৰীয়েও কৈছে মণ্ডলাৰ পৰা অলপ দিনৰ পাচতে হেনো মাটি সি কাঢ়ি ল’ব। মাটি ডোখৰ কাঢ়ি ল’লে বংশীৰ থকা ঠাইৰো মুদা মৰিব। সি গাওঁ এৰি যাবলৈ বাধ্য হ’ব, বেজবৰুৱা। মাত্ৰ ঢিলাই নিদিব। মই পিচে ৰাইজক গা-দেখা নিদিওঁ ভিতৰফালে থাকিম গৈ।” কথাখিনি কৈ মনবৰ সোমাই গ’ল। কংস অপেক্ষা কৰি বৈ থাকিল। ৰাইজ আহিব।



## ।। সোতৰ ।।

কবৈগুৰি সত্ৰৰ সত্ৰাধিকাৰ মধুসোধন গোস্বামী গৃহস্থী মানুহ। কংসৰ সৈতে সমবয়সীয়া। গোস্বামীৰ কলেজীয়া শিক্ষা নাই যদিও অভিজ্ঞতা আছে। মেল-মিটিং, সভা-সমিতি আদিত বক্তা হিচাবে সন্মান পোৱা স্তৰলৈ উঠিছে কংস বেজবৰুৱাৰ সহায়তেই। গোসাঁইৰ নিজৰ গাড়ী নথকাৰ সময়ৰ পৰাই কংসই জীপ বা এম্বেচেদৰ পঠিয়াই গোসাঁইক সভা-সমিতিলৈ নিয়ে। প্ৰকৃততে কংসইও গোসাঁইৰ সহায়ত ৰাজনীতিত যথেষ্ট আগবাঢ়িছিল। "বেজবৰুৱাকে ভোট দিয়া হওঁক" বুলি এষাৰ কথা শিষ্যসকলক কোৱাত, কংসই তাকে সোণোৱালী আখৰেৰে ছপা কৰি ডাঙৰ ডাঙৰ পোষ্টাৰ মাৰি ভোটত জয়যুক্ত হৈছিল। সেইয়া পাঁচ বছৰৰ আগৰ ধৰ্ম্ম নিৰপেক্ষ ৰাজনীতি আছিল। সেই সূত্ৰেই কংসৰ মধুসোধন গোসাঁইৰ লগত সৌহাৰ্দ্য বেছি হৈছে। চিলিং এক্ট প্ৰযোজ্য হোৱাৰ সময়ৰ পৰা সেই সম্পৰ্কটো আকৌ নতুন এটা আভ্যন্তৰীণ সম্বন্ধ হৈ চলিয়ে আছে। গোসাঁইৰ চিলিং এক্টত যোৱা মাটি পুনৰ নিজৰ হাতলৈ আহিল। কংসই বুদ্ধি দি ভকত বৈষ্ণৱৰ নামত মাটিখিনি লিখাই দি মহাধৰ্ম্ম কৰিলে। ভোটৰ সময়ত জীপত উঠি কেইটামান নামঘৰলৈ গৈ অমৃত বাক্য প্ৰদান কৰি কংসক সহায় কৰাৰ বিনিময়ত গোসাঁইৰ বহুত বেছি লাভ হ'ল। বাছৰ লাইন, ৰাস্তা বহল আৰু ওখ সত্ৰৰ পকী বাটচ'ৰা আৰু মাটিখিনিৰ দখল লোৱাতোত কংসই কম সহায় কৰা নাই।

* * * *

ৰামধাৰীয়ে দেশৰ পৰা লগত ধন, সম্পত্তি, মাটিবাৰী লৈ অহা নাই। এতিয়া কিন্তু বহুত দ'-বাম মাটিৰ গৰাকী হ'ল। মাছৰ ব্যৱসায়, বিল ডাকত লোৱা, তাৰ পিচত অনুসূচীত জাতি ট্ৰাইবেলৰ নামত লোৱা মদৰ মহল কেইবাটাও তেওঁৰ কবলত আছে। মাছৰ কাৰবাৰ কৰি থাকোতেই মাছ অনা-নিয়া কৰা জীপত খুচুৰাকে কানি তিনিচুকীয়াৰ পৰা আনি গ্ৰাহকক গাঁৱত দিয়াৰ সুবিধা উলিয়াইছিল। গাঁৱৰ বাইজে ধৰকৈ খাটনি ধৰাত নিজে সৰহকৈ

কানি সংগ্ৰহ কৰি ৰাইজক দিছিলহি। লাহে লাহে মিৰি গাঁও, দধিয়া, লাইকাৰ ফালৰ নেপালী মানুহবোৰেও তেওঁক হাতে-ভৰিয়ে ধৰি গাঁৱতে বস্তু যোগান ধৰাৰ কাৰণে খাটিলে। মাছৰ কাৰবাৰ এৰি ৰাইজক সন্তুষ্ট কৰিবলৈকে অলপ বেছিকৈ কানিৰ যোগান ধৰিবলৈ আৰম্ভ হ'ল। আজিকালি হেনো হ'লছেল বিজনেচ। তাতে মদৰ মহল। হাতী আৰু মাটি। এইবোৰ এটাৰ পিচত এটাকৈ হৰহৰকৈ হাতলৈ আহিছে। "বাণিজ্যে বসতে লক্ষ্মী" তাতে চকু চৰহা এজাক হিংসাকুৰীয়া লোকে টেটুফালি ফালি চিঞৰে। এই কাৰবাৰবোৰৰ কাৰণে এম. এল. এ. জাতীয় ব্যক্তিৰ সহায় বৰ আৱশ্যক। সেই সূত্ৰে কংসৰ লগত ৰামধাৰীৰ বৰ বন্ধুত্ব। কিন্তু কোনোদিনেই ইজনে সিজনৰ ঘৰলৈ অহা-যোৱা কৰা কোনেও দেখা নাই।



## ।। ওঠৰ।।

নীতি-নিয়মৰ ইউনিফৰ্ম পৰিহিত গোসাঁই আৰু ৰামধাৰী কংসৰ ঘৰলৈ আহিল। তেখেতসকলৰ মাজত কোনো আলোচনা হ'বলৈ নৌ-পাওঁতেই ভূধৰ, মিলন, ৰহেশ্বৰ বুঢ়া আৰু দিহিঙীয়া ওলালহি। তামোল-বিড়িৰ যোগাৰ, বহিবলৈ ঢাৰিপাটী দিবৰ কাৰণে কংসই ব্যস্ততা আৰম্ভ কৰিলে। ৰাইজ আহিছে। গোসাঁইক সেৱা কৰি "সত্ৰলৈ যোৱা হৈছিল। প্ৰভুক ইয়াতেহে পোৱা হ'ব, বুলি কোৱাত বেজবৰুৱাৰ ঘৰলৈকে অহা হ'ল বুলি মিলনে ক'লে।" তাৰ পিচত ৰহেশ্বৰ বুঢ়াই অহাৰ উদ্দেশ্য মুকলি কৰি বোলে, "প্ৰভু ঈশ্বৰে গম পাইছে ছাগৈ বোলে ল'ৰাই পানী পেলাই বৰে পিচলি পৰে। আকৌ সেই পানীকেই বৰেই মুছি কাছি ল'ব লাগে। আমি আপোনাৰ ল'ৰা-ছোৱালী আৰু বংশী আমাৰ ল'ৰা-ছোৱালী। সেই কাৰণে প্ৰভু ঈশ্বৰৰ ওচৰলৈ অহা হ'ল।" "ভূধৰ বোপাৰ মুখে সেইখিনি খবৰ পোৱা হৈছে। পিছে ল'ৰাটোক লৈ অহা হৈছে জানো?" "প্ৰভু ঈশ্বৰ তাকো আনিছো" ৰহেশ্বৰ বুঢ়াই বংশীক মাতিবলৈ ভূধৰক পঠিয়ালে। বংশী আৰু ফুলেশ্বৰী আহি গোসাঁইৰ আগত থিয় হ'লহি। বংশীয়ে গোসাঁইক সেৱা সৎকাৰ নকৰি থিয় হৈ আছিল। গোসাঁয়ে মাত লগালে,"সেইয়া কোন?" দিহিঙীয়াই ৰামধাৰী বাবুৰ ঘৰত থকা মণ্ডলা বুঢ়াৰ ভাগিনীয়েকজনী বুলি ক'লে। মিলনে বোলে "তাইকে সি ৰাখিছে প্ৰভু ঈশ্বৰ।"

কংসই বোলে— "মাইকী মানুহজনীক ইয়াত কোনো দৰকাৰ নাই। ইয়াততো কোনো লিখা লিখি নহয়। তাইক লৈ আমাৰ কোনো কথাও নাই। তথাপি তাই বেলেগ জাতিৰ, বেলেগ ধৰ্ম্মৰ ছোৱালী। কি কোৱা গোসাঁই?" "তাইক বাহিৰত থাকিবলৈ কোৱাহে ভাল হ'ব।"

গোসাঁইৰ কথাৰ লগে লগে বংশীয়ে বোলে—"তাই থাকিলেও একো নহয়, প্ৰভু ঈশ্বৰ। গুৰি পৰুৱাৰ পৰা গজ হস্তিলৈকে সকলো একে জীৱ।" ভূধৰে বংশীক মনে মনে থাক্ বুলি ধমক দিলে আৰু ফুলেশ্বৰীক বাহিৰত থৈ আহিবলৈ ক'লে। গোসাঁয়ে বোলে—"আহিল যেতিয়া থাওঁক দিয়া। পিছে বাপসকলেনো আমাক কি কৰিবলৈ কয়?" দিহিঙীয়াই বোলে, "প্ৰভু ঘাটমাউৰা ল'ৰাটিক প্ৰভু

ঈশ্বৰে মোৰ বুলি গ্ৰহণ কৰি ৰাইজক সাবটি ল'বলৈ আজ্ঞা কৰিব লাগে।"

গোসাঁয়ে অলপ চিন্তা কৰি গহীন গহীন কৈ বোলে, "গন্ধৰ্ব শৃগালৰো আত্মাৰাম, জানিয়া সবাকো কৰিবা প্ৰণাম। মাউৰা, ঘাটমাউৰা, বেমাৰী আমাৰ মানত সকলো সমান। সমান যদিও বেমাৰীক শুশ্ৰূষাহে কৰিবলৈ কৈছে, সাবটি লোৱাটো নিজৰ কাৰণেই অনিষ্টকৰ। সেইমতে চিন্তা কৰি চোৱাও হৈছে। কিন্তু এওঁ বংশী বোপাৰ কথাটোৱে আমাক চিন্তিত পেলাইছে। তেওঁ নিধিৰাম বৰমেধিৰ পুতেক। সাধাৰণ ৰাইজতকৈ তেওঁক আমি অন্য দৃষ্টিৰে চাব লাগিব। আপোনালোকে মোক ভকততকৈ ওপৰত বুলি নাভাবিব। এখেতসকলো আছে, সকলোৱে চিন্তা কৰক। আমাৰ মতে হিন্দুৰ ভিতৰতে হোৱা হ'লে, যি জাতৰেই নহওঁক আমি গ্ৰহণ কৰিব পাৰিলোহেঁতেন। সেইদৰে বহুলোকক উদ্ধাৰ কৰি লোৱাও হৈছে। খৃষ্টান ছোৱালীজনীক হিন্দুৰ ল'ৰাই গ্ৰহণ কৰিব পৰা নিয়ম আমাৰ নাই। সেইটোত সন্মতি দিলে নিজৰ ধৰ্ম্মৰ বিৰুদ্ধেই যোৱা হ'ব। এতিয়া আপোনালোকে কওঁক? দুয়ো কুল ৰ'ক্ষা হোৱাকৈ ৰাইজৰ ফালৰ পৰা উপায় এটা বিচাৰ কৰক।" ভূধৰ আৰু মিলনে চকুৰে চকুৰে কথা পাতিলে। কংসই মাত লগালে "তেখেত গোসাঁই ঈশ্বৰে কৈছে, সমাজৰ বান্ধ আজিকালি যিকণ আছে, সেইকণো খামুচি ৰাখিছে সত্ৰইহে। হিন্দু আৰু খৃষ্টানে সংমিশ্ৰণ কৰিলে সমাজো নাথাকে, ধৰ্ম্মও নাথাকে। মুছলমান, খৃষ্টান, হিন্দু সকলো লেটি-পেটি কৰি ল'লে আমি কি নিয়মত শিষ্য আৰু গুৰুৰ মাজৰ সম্বন্ধ ৰাখিম"।

ৰামধাৰীয়ে কওঁ কওঁকৈ আছিল। সুবিধা পাই বোলে, "মিলন ভায়া, আপুনি মোকে একটা কথাৰ জবাব দিব লাগে। এইটো কথাতে গোছাঁই প্ৰভু যদি সন্মত ভি দি থাকে, আৰু ৰাইজটো যদি বংশী সব্‌কে এক সাথ মিলাইভি লব। আৰু এক মহিনাৰ বাদ যদি ফুলেশ্বৰী ছোৱালীটোৱে চুপে চুপে গৰু, গাহৰি মাংস আনি গাৱতে ঢুকাই দি থাকে, তেতিয়া আপুনি সব্ গাঁৱতে থাকিব পাৰিবানে?" কংসই বোলে "কুকুৰক এহতীয়া তুলিত শুবলৈ দিলেও সি নেগুৰত মূৰ লগাইহে শুব। এদিন নহয় এদিন সেইটো অপকৰ্ম কৰিবই। এবাৰ হাতৰ মুঠি ঢিলা হ'লে খোল খাই যাব। গোসাঁই ঈশ্বৰে ভাবি চিন্তি কাম নকৰিলে ভৱিষ্যতে সমাজে ধৰ্ম্ম ৰাখিব নোৱাৰে। এইদৰে শেষত হিন্দু ধৰ্ম্ম বুলি এটা ধৰ্ম্মই নাথাকিব।" বুঢ়াসকলে কংস, ৰামধাৰী আৰু গোসাঁইৰ যুক্তিৰ আগত মুখেৰে মাতিব নোৱাৰা হ'ল। সকলো নীৰৱ হৈ থকাৰ পিচত গোসাঁয়ে শেষ সিদ্ধান্ত দিলে। "ছোৱালীজনীক বংশীয়ে ৰাখিবই লাগিব, কাৰণ তাইক

বংশীয়ে এৰিব নোৱাৰা অৱস্থাত। তাই সন্তান সম্ভৱা। গোসাঁয়েও তেওঁলোকক গ্ৰহণ কৰিব নোৱাৰে। বংশীয়ে গাঁৱৰ লগত সম্বন্ধ এৰি হয় জালুকনি ৰাইজৰ লগ লওঁক, নহয় গাওঁ এৰি আঁতৰি যাওঁক"। গোসাঁয়ে শেষ সিদ্ধান্ত কি কৰে তাক শুনিবলৈ বংশীয়ে বহুত ধৈৰ্য ধৰিহে বৈ আছিল। সি মাত্ৰ লগালে "প্ৰভু ঈশ্বৰ, মই সকলো কথা শুনিলো। আপোনালোকে গাঁৱৰ মাজত মদৰ মহল বহুৱাই গাঁৱৰ ডেকা ল'ৰাবোৰক ৰসাতলে যাবলৈ দিলে হিন্দু ধৰ্ম্মৰ খুটি লৰক-ফৰক নহয়। বামুণে মাছ বিক্ৰী কৰিলেও ধৰ্ম্ম ঠিক থাকে। আৰু কেওঁ কোনো নথকা এই খৃষ্টান ছোৱালীজনীক বাপেকৰ বয়সৰ কেইটামানে ৰাতিৰ আন্ধাৰত সম্ভোগ কৰিলেও সমাজৰ বান্ধ ঢিলা নহয়? তাইক মই লৈ আনিছো। তাইৰ গৰ্ভৰ সন্তানটোৰ বাপেক কোন, তাই আপোনাক এতিয়াই কৈ দিব। তাৰ পিচত ধৰ্ম্ম, সমাজ, সত্ৰ ৰক্ষা কৰিবৰ কাৰণে সেই কিজনক গাওঁ এৰি যাবলৈ আপুনি বাধ্য কৰিব লাগিব। মই বংশীয়ে কোৱা নাই, এইখিনি দাংধৰা ৰাইজৰ কথা। এই ফুলেশ্বৰী তোৰ ক'বলগীয়াখিনি প্ৰভু ঈশ্বৰৰ আগত কৈ দেহি। ভয় নকৰিবি, মই আছো"। ফুলেশ্বৰীয়ে সংকোচ কৰি বৈ আছিল। তাইক মুখেৰে মাতিবলৈ দিলে ঘটনাৰ গতি জটিল হ'ব বুলি ভাবি কংস আৰু ৰামধাৰী দুয়ো একেলগে থিয় হৈছিল।

"কংসই দপ্‌দপনি মাৰি বোলে,— এই বংশী, এইখন মাছৰ বজাৰ নহয়; ভদ্ৰলোকৰ ঘৰ। তই বাটৰ বলিয়নী এজনীক কিবা শিকাই লৈ আহি ইয়াত পাগলামী কৰিবলৈ মই নিদিও। তাইক লৈ তই এই মুহূৰ্ততে মোৰ ইয়াৰ পৰা ওলাই যা।"

বংশীয়ে কংসৰ কথাৰ উত্তৰ লগে লগে দিলে। "মই আপোনাৰ ঘৰলৈ অহা নাই গোসাঁইৰ সত্ৰলৈ মোক ৰাইজে আনিছিল আৰু গোসাঁয়ে নিজে আমাক ইয়ালৈ মাতি পঠিয়াইছিল। আপুনি অকল মোকেই ওলাই যাবলৈ ক'লে মই ওলাই নাযাওঁ। ৰাইজকো উলিয়াই পঠিয়াব লাগিব"। কংসই বংশীৰ কথাৰ উত্তৰ দিব নোৱাৰি গোসাঁইক বিচাৰ বন্ধ কৰিবলৈ ক'লে। গোসাঁই বিমোৰত পৰিল। বংশীয়ে সত্ৰত গৈ গোসাঁইক উগ্ৰমূৰ্ত্তি ধৰি কি দেখুৱাবগৈ ঠিক নাই। সেয়ে কংসক বোলে "আপোনালোকক আমাৰ মাজত দৰকাৰেই নাছিল। দুয়োজন ইয়াৰ পৰা আঁতৰি যাওঁক। বাপসকল আছে। মই কথা চমুৱাই আনিছো," আনহাতেদি ৰাইজক উলিয়াই পঠিয়ালে সত্ৰত গৈ ফুলেশ্বৰীয়ে কি কয়গৈ তাৰ ঠিকনা নাই। কংস মহা চিন্তাত পৰিছিল। ভূধৰ, মিলনে কংসক

কাবৌ কৰি ভিতৰলৈ পঠিয়ালে। ৰামধাৰীও ভিতৰলৈ গ'ল। বংশীয়ে খণ্ডত একো নাই হৈ বৈ আছিল। অভাৱনীয় পৰিবেশ এটা সৃষ্টি হোৱাৰ কাৰণে দিহিঙীয়াইঁতেও অস্বস্তি অনুভৱ কৰিছিল। কংস আকৌ বাহিৰলৈ ওলাই আহিব লাগিলে হতাহতি আৰম্ভ হোৱাৰ সম্ভৱনা আছে বুলি দিহিঙীয়াই ৰহেশ্বৰক সোনকালে ঘৰলৈ গুচি যোৱাহে ভাল হ'ব বুলি ফুচফুচাই ক'লে।

মিলনে প্রকাশ্যভাৱে ভিতৰৰ কথাখিনি উলিয়াই দি বংশীক ধমক দিয়া দি বোলে "আমি লোকৰ বিচাৰ এখন লৈ প্রভু ঈশ্বৰৰ ওচৰলৈ অহা নাই বংশী। তাইৰ লগত যদি তোৰ কোনো ভিতৰুৱা সম্পর্কই নাই তইনো তাইৰ সৈতে একেলগে আছ কেলৈ? আৰু সেইদিনা তোক মাতি নি তাইৰে সৈতে প্রভু ঈশ্বৰত মূৰ দোৱাব লাগে বুলি কওঁতে, তই তোৰ কথা কৈ নিদি আমাক এইদৰে লাজত পেলালি কেলৈ?"

ভূধৰে বোলে— "কেঁচুৰ গাতৰ পৰা সাপ উলিয়াইছেহি। ইমানতে আমি ঘৰাঘৰি যাওঁহে বুলিছো প্রভু ঈশ্বৰ, পানীৰ তলৰ কাঁইট বিচাৰি ফুৰাৰ একো দৰকাৰ নাই।"

বংশীয়ে বোলে— "ধনীয়ে কৰিলে লীলা আৰু দুখীয়াই কৰিলে ধৰি বান্ধি কিলা? মই লগত লৈ অহা মজদুৰখিনিক আৰু আকৰৰহঁতক ইয়ালৈ আহিবলৈ তোমালোকে নিদিলা। মই সঁচা কথাটো কৈ দিয়াত সি মোক বাহিৰ কৰি দিছে। গোটেই মজদুৰ ৰাইজ মোৰ লগত অহা হ'লে মই আজি ওলট-পালট কৰি দিলোহেঁতেন। এই ছোৱালীজনী ৰলোৰামৰ ভনীয়েক কাৰণে তাইক মই নিজৰ ভনী বুলি ভাবিছো। তাই অসহায় কাৰণে ভৰণ-পোষণৰ ভাৰ লৈছো। মুখ ফালি অন্তৰৰ কথা তাই কব নোৱাৰে কাৰণে তাইৰ কথা ৰাইজৰ আগত ৰাজহুৱাভাৱে কোৱাৰ সুবিধা দিবলৈ মই তাইক লৈ আহিছো। প্রভু ঈশ্বৰৰ আগত, তোমালোকৰ সন্মুখত তাইৰ ওপৰত অত্যাচাৰ কৰা ভণ্ড তপস্বী কেইটাক আঙুলিয়াই দেখুৱাওঁক। তাৰ পাচত মুখেৰে মাতি কথা ক'বলৈ ভয় কৰা চাকৰণীজনীৰ গর্ভৰ সন্তানটোৰ কি অৱস্থা কৰে প্রভু ঈশ্বৰে ৰাইজৰ আগত কওঁক। মই মোৰ কাৰণে অহা নাই। ধৰ্ম্মৰ গুৰিয়াল কিজনে এতিয়া ধৰ্ম্ম ৰক্ষা কৰাৰ কি ব্যৱস্থা কৰে মই চাই লওঁ।"

বংশীৰ কথাবোৰ শুনি গোসাঁইৰ মুখ ক'লা পৰিল। ডাঙৰ সমস্যা হ'ল, এইমাত্র সমাজৰ বান্ধোন ঢিলা নকৰাৰ কাৰণে যি ব্যৱস্থা বংশীৰ ওপৰত লোৱা

হৈছিল, বংশীয়ে সৃষ্টি কৰা সমস্যাই তাক মূল্যহীন কৰি পেলালে। যদি কংসে বেজবৰুৱাইতক লেটিয়াই কথা ক'বলৈ সুবিধা পায় এটা ভাবিব নোৱাৰা পৰিস্থিতি হৈ যাব পাৰে। আনহাতে বংশীয়ে সঁচাই কওঁক বা মিছাই কওঁক তাক প্ৰশ্ৰয় দিলেও ওপৰলৈ উঠি যাব। বংশীৰ লগত গোসাঁয়ে তৰ্কটো জিকিব নোৱাৰে। ক্ষন্তেক সময় নীৰৱে থাকি গোসাঁয়ে বোলে "বাপসকল, মই নলগা জেঙুত ভৰি নিদিওঁ। সংসাৰখনৰ সমস্যা চিন্তা কৰাৰ দায়িত্বও মোৰ নাই।" গোসাঁয়ে সমস্যাটো এৰাই চলিবলৈ বুলি কোৱা কথাৰ অৰ্থ বংশীয়ে বুজি পালে। কংস, ৰামধাৰীৰ সৈতে একে নলীৰে পানী যোৱা সেইজন গোসাঁয়ে যে কংস, ৰামধাৰীৰ ওপৰত কোনো শাস্তি বিধান কৰিব নোৱাৰে সেইটো কথাও বংশীয়ে জানে।

অলপ সময় তলমূৰ কৰি থাকি গোসাঁয়ে আকৌ ক'লে— "আমি আমাৰ শিষ্য বৰ্গৰ মঙ্গলৰ চিন্তাৰ বাহিৰে অন্যসকলৰ চিন্তা কৰিব নোৱাৰিম। ইমানতে আপোনালোকে ঘৰমুৱা হোৱাটোকে বাঞ্ছা কৰোঁ।" শিষ্যসকলৰ মঙ্গলৰ কাৰণে চিন্তা কৰিম বুলি গোসাঁয়ে কোৱাৰ লগে লগে বংশীয়ে গোসাঁইক ওলোটাই প্ৰশ্ন কৰিলে। "প্ৰভু ঈশ্বৰ, শিষ্যৰ কি মঙ্গল কামনা কৰিছে? মুখত দৰৱ অকণ নপৰাকৈ নিতৌ কিমান কৃষক শিষ্যৰ ল'ৰা-ছোৱালী মৰি আছে সেইটো গুৰুসকলৰো খবৰ নাই। গুৰুজনা শংকৰদেৱে দি থৈ যোৱা নৃত্য-গীত সকলোবোৰ সত্ৰবেই সম্পত্তি নে? শঙ্কৰে দেখোন ৰাইজৰ কাৰণেহে নৃত্য গীত ৰচিছিল।" কংস ৰামধাৰীলৈ আঙুলিয়াই চিঞৰি চিঞৰি বংশীয়ে ক'বলৈ আৰম্ভ কৰিলে। "শিষ্যৰ মঙ্গল কামনা কৰিছো বুলি এওঁলোক দদাইহঁতক ক'ব। মোৰ আগত সেইবোৰ চালাকী কথা নক'ব প্ৰভু। মই এম. এ. পাছ নহ'ব পাৰো, দেশৰ ডাঙৰ ডাঙৰ কথাবোৰ নাজানিব পাৰো, খেতিয়কৰ ঘৰৰ গাৱলীয়া ল'ৰা যদিও, গাওঁখনৰ ভিতৰত মৰাক মাৰি খোৱাবোৰৰ কুট-বুদ্ধিবোৰ চাবলৈকে মই খুউব জোৰেৰে চকু মেলি দিছো। নিজকে ৰাইজৰ গুৰু বুলি ভাবি আছে যদি আপুনি ৰাইজৰ দুখত দুখীও হ'ব লাগিব। তেতিয়াহে ভক্তি পাব। মই আৰু বেছি কথা নকওঁ। মুঠতে বৰমেধিৰ ল'ৰা কাৰণে মোৰ বিচাৰ যেনেকৈ লৈছে, সেইদৰে মেধিৰ ল'ৰাইও আপোনাক দাবী কৰিছে। তাইৰ গৰ্ভত থকা সন্তানটো কাৰ তাইক আপুনি সোধক। দোষীক দণ্ড দিয়ক।"

বংশীয়ে কাকো কথা ক'বলৈ নিদি বেছিকৈ খং কৰাৰ কাৰণে মিলনে

হকা বাধা কৰি, "ৰ, তোৰ মুখ বন্ধ কৰ। প্ৰভু ঈশ্বৰে কি কয় কবলৈ দে।' বংশীয়ে বোলে বিচাৰ অকল মোৰ ওপৰতেই কৰিলে নহ'ব সকলোৰে ওপৰত বিচাৰ হ'ব লাগিব। তোমালোকে কি কৰা কৰা, মই যাওঁ।" বুলি বংশী গুচি গ'ল। বংশীৰ পিছে পিছে ফুলেশ্বৰীও গ'লগৈ। দিহিঙীয়া বুঢ়াইতে কথাটো ধৰিবই নোৱাৰিলে। বিশেষ মুহূৰ্ত্তৰ অভিনয় চাই মগ্ন হৈ থকা দৰ্শকৰ মাজত যেন লাইট নুমাই গ'ল। গোসাঁইক অনাহকতে আমনি কৰাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰি বুঢ়া কিজনেও পুনৰ প্ৰণাম জনাই গুচি গ'ল।

গোসাঁইৰ অপমান কংসৰ অপমান। ৰামধাৰীৰো অপমান। গোসাঁইয়ে বিশেষকৈ বংশীৰ ওচৰত জব্দ হৈ ম্ৰিয়মান হৈ পৰিছিল। তদুপৰি কংস ৰামধাৰীৰ চৰিত্ৰৰ বিষয়ে বংশীয়ে স্পষ্টভাৱে যিখিনি কথা কৈ দিলে তাৰ কাৰণে কংসহঁতৰ আগত মুখ নেদেখুৱাকৈয়ে গোঁসাই কংসৰ ঘৰৰ পৰা ওলাই গুচি গ'ল। ৰামধাৰী আৰু কংস ওলাই আহি গোসাঁইক নাপাই গধূলি আলোচনাৰ কাৰণে বহিবলৈ সিদ্ধান্ত কৰিলে। বংশী বেছিকৈ বাঢ়িছে। তাক দবোৱাৰ উপায় এটা উলিয়াবই লাগিব। ৰামধাৰীও গ'লগৈ।

মনবৰ ওলাই আহি কংসক অতি বিজ্ঞজনৰ দৰে কামত দোষ ধৰি আৰম্ভ কৰিলেহি। "কংসই খোজ দি খোজবোৰ মোহাৰি থৈ অহা নাই। ওঠৰ বিশ বছৰীয়া ডেকা ল'ৰাৰ দৰে অসাৱধানতাৰে কংসই ফুলেশ্বৰীৰ লগত হাত-বাত কৰাৰ কাৰণে হাঃ হাঃ চিঃ চিঃ কৰি বোলে "কোটাৰ ঘৰৰ কুটি, লোকলৈ বুলি হুল চাচোঁতে নিজে মৰে ফুটি।" বংশীক ফান্দত পেলাবলৈ গৈ নিজেই ফান্দত পৰিলে। সেই পাখৰীজনীৰ লগত সেইখন ধেমালী কৰাৰ কি দৰকাৰ আছিল? ফুলেশ্বৰী অন্তঃসত্বা হোৱাৰ লগে লগে ডাক্তৰ আনি সন্তানটো নষ্ট কৰিব পাৰিলে হয়। ৰামধাৰী ক'ত? এইবোৰ বদনাম সদনাম তাৰ কাৰণে ভাতৰ লগত পানী খোৱা কথা। আপুনি ৰাইজৰ আগত এতিয়া মুখ দেখুৱাব কেনেকৈ? বংশীৰ সাহস আছে। সুবিধা পাইছে কাৰণে মূৰৰ ওপৰত উঠি সি দমদমনি মাৰি গুচি গ'ল। সেইটো কথাকে লৈ মজদুৰ গাবঁৰ মানুহবোৰক বংশীয়ে লৈ আহিছে। এতিয়া ঘৰৰ গৃহিণী আৰু ল'ৰা-ছোৱালীয়ে এই কথাবোৰ গম নোপোৱাকৈ থাকিবনে? ফুলেশ্বৰীক ৰামধাৰীৰ হতুৱাই ৰাখিম বুলি কোৱাই তাৰ ঘৰলৈ শীঘ্ৰে অনাওঁক। মই ভিতৰৰ কথাবোৰ জনা হ'লে আগতেই ব্যৱস্থা কৰিলোহেঁতেন। মই আকৌ বোলো সুবিধাটো পাওঁতেই বংশীক গাঁৱৰ পৰা বাহিৰ কৰি দিওঁ। সেই বুলিহে ভূধৰ মিলনৰ ঘৰলৈ তাত বাতি কৰি মৰিলো।

বংশীক দোষী বুলি সন্দেহ কৰি ৰহেশ্বৰ বুঢ়াইঁতকো লটি-ঘটি কৰিলো। এতিয়া মইনো ৰাইজক কি বুলি কওঁগে।" মনবৰৰ গাটো জলকীয়াই পোৱাদি পুৰিছে। চিঃ চাঃ কৰি ইফালৰ পৰা সিফালে ঘূৰা-ঘুৰি কৰি শেষত বোলে "এতিয়া বহি ভাবক। ভাবি কাম কৰক।"

* * * *

মনবৰে কৈ যোৱা কথাবোৰ শুনি কংসৰ অসহ্য লাগিছিল যদিও কথাবোৰ সত্য। বংশীলৈ চোচামাৰি যোৱাটোও তেওঁ মহা ভুল কৰিছিল। গোসাঁয়ে হকা-বাধা নকৰা হ'লে কংসই বংশীৰ গাত হাত উঠালেহেঁতেন। বংশীয়ে তেওঁক থেলা এটা মৰাহেঁতেনেই কথাটো বেচিকৈ ফুটি-ফাটি গ'লহেঁতেন। ৰামধাৰীয়ে হয়তো ফুলেশ্বৰীৰ তেনেকুৱা হোৱা কথাতো গম নাপালে, পাইছিল যদিও বংশীৰ গাত দোষ জাপি দিম বুলি বৈ আছিল নেকি?

বংশীক আঁতৰ কৰি নপঠিয়ালে ফুলেশ্বৰীক ৰামধাৰীৰ ঘৰলৈ পুনৰ অনাটো সম্ভৱ নহ'ব, সি তাইক কেতিয়াও আহিবলৈ নিদিয়ে। তাক আৰু আকবৰ বকুলক কিছুদিন জেলত থোৱাৰ ব্যৱস্থা নকৰিলে ফুলেশ্বৰীক হাতলৈ অনা টান হ'ব। কিন্তু বংশীক? নিজৰ গাৰ দোষ মানুহে স্বীকাৰ কৰিবলৈ প্ৰস্তুত নোহোৱাটো গতানুগতিক কথা। সেয়ে বংশীৰ ওপৰত সকলো দোষ জাপি তাক কেনেকৈ জেলত থোৱা হয়, সেইটো চিন্তা কৰি কংস ঘামিবলৈ ধৰিলে। বাহিৰ কোঠাৰ হেলাম দি বহা আৰামী চকীখনত বহি কংস চিন্তাত মগ্ন হৈ থাকিল।

দুপৰীয়া আহাৰৰ কাৰণে জগন্নাথে দুবাৰকৈ মাতি গ'লহি। গধুৰ চিন্তাই পেটৰ ভোকটোক যেন হেঁচা মাৰি থৈ দিছে। তেওঁৰ ফুলেশ্বৰীৰ লগত কোনো সম্পৰ্কই নাছিল। সেইদিনা মাত্ৰ এটা দিনৰ কাৰণে তেওঁ অপবাদৰ বোজা মিছাকৈ ল'বলগীয়া হ'ল। ৰামধাৰীয়ে কংসকো তাৰ লগতে লেটিয়াই ল'বৰ কাৰণেই ষড়যন্ত্ৰ কৰিলে নেকি বাৰু? হয়তো ফুলেশ্বৰীয়েও তাইৰ গাত লেঠা হোৱাটো তেতিয়ালৈকে গম পোৱা নাছিল। সাধাৰণতে কংসৰ খং নুঠে। খং উঠিলে বেমাৰৰ পৰা উঠা মানুহৰ দৰে দুৰ্বল অনুভৱ কৰে। বিশ্ৰামৰ নামত কুণ্ডলী পকোৱাদি চিন্তাবোৰ আহি থাকিল। ফুলেশ্বৰী, বংশী, মজদুৰৰ চিন্তাই কংসৰ মস্তিষ্ক ভাবাক্ৰান্ত কৰি থাকোতেই জগন্নাথে ক'লেহি "খলিফা আহিছে।"

দুপৰীয়া কংসৰ জিৰণি লোৱাৰ সময়ত আহিছে। খলিফাৰ ওপৰত খং উঠিছিল যদিও সহজ হৈ কংস বাহিৰলৈ ওলাই আহিল। গামোছা খনেৰে মুখখন মুচি খলিফাই কংসৰ মুখলৈ চাই ৰ'ল। "এইচোৱা বাট আহোঁতেই দুঘণ্টামান সময় লাগিল। কেইখোজমান খোজ কাঢ়িলে হাই-ফাই লাগে। বাটে বাটে বহিহে আহিছো। দেৰি হোৱাৰ বাবে খং ৰাগ নকৰিব।" কংসই খলিফাক চাহ জলপান খাবলৈ ভিতৰলৈ যাবলৈ ক'লে। খলিফা অহা শুনি লীলা আৰু ললিতা ওলাই আহিছিল। কংসই কোৱাৰ লগে লগে সিহঁতে ভিতৰলৈ মাতি লৈ গ'ল। খলিফাটো বৰ সহজ সৰল মানুহ। তেওঁৰ খলিফাৰ ওপৰত অভিযোগ নাছিল। বেয়া পাইছিল একমাত্ৰ লতিকাৰ লগত গোপন সম্পৰ্ক কৰিবলৈ আগবঢ়াৰ কাৰণে। লতিকাৰ ওপৰত পোতক তুলিবলৈহে খলিফাক তেওঁ জেলত থৈছিল। এতিয়াও চাগে বংশীয়ে বিবেকা মাষ্টৰক লৈ খলিফাৰ ঘৰত মন্ত্ৰণা কক্ষ পাতে লতিকাৰ বুদ্ধিমতেহে। খলিফাই মুখেৰে মাতিব পৰা মানুহ নহয়। সি সেইবোৰত নাই। লেঙেৰীয়ে বংশীক হাতত ৰাখিছে। সেইদিনা ধান দাবলৈ মানুহ যাওঁতে তাইয়ে ঘুৰাই পঠিয়ালে। আকবৰে তেওঁক দা লৈ কাটিবলৈ আহোতেওঁ খলিফাই তেওঁক হাতে-ভাৰিয়ে ধৰি আঁতৰাই পঠিয়াবলৈহে চেষ্টা কৰিছিল। খলিফাক হাতৰ মুঠিলৈ অনাৰ কৌশল চিন্তা কৰি কংস বহি থাকিল।

* * * *

চাহ জলপান খাই খলিফা ওলাই আহি তেওঁক কংসই মতাৰ উদ্দেশ্য সুধিলেহি। কংসই সহৃদয়তাৰে সৈতে "তোক মই মাতিছিলো আমাৰ দুয়োৰে মাজৰ দেৱালখন ভঙাৰ কথা আলোচনা কৰিবলৈ।" বুজা নুবুজা ভাবেৰে খলিফাই কংসলৈ চাই ৰৈ থাকিল। "তোৰ ঘৰৰ সৈতে মোৰ সম্পৰ্কটো কেনেকৈ আপোন কৰো সেই কথাটো মই কিছু দিনৰ পৰা ভাবি আছো। প্ৰকৃততে মোৰ ভুলৰ কাৰণেই আজি ইমানদিন আমি দুঘৰ মানুহৰ মাজত শত্ৰুতাৰ ভাব চলি আছে। তাৰ পৰা অন্য মানুহৰহে বেছি লাভ হৈছে।" "আমি কোনো শত্ৰুভাব মনত কেতিয়াও লোৱা নাই ককাইদেউ? ল'লেনো কি লাভ হ'ব? আমি যেনে মানুহ তেনেই আছো। মই আৰু এই বয়সত এইটো অৱস্থাৰে আপোনাৰ লগত জেঠেৰি বৈনাইৰ সম্বন্ধ ধৰিবলৈ নাযাওঁ। তথাপিও হঠাৎ যে আপোনাৰ মনত সেই ভাবটো কিয় হৈছে মই সেইটো কথাহে বুজিব নোৱাৰিলো।

খলিফাই কংসৰ মুখলৈ নোচোৱাকৈ কৈছিল। "যি হৈ গ'ল তাক নোহোৱা কৰিব নোৱাৰি। তই চা, লতিকা, কণাই হওঁক বা খোৰাই হওঁক বা তাইৰ ভাগ্যৰ লিখনৰ কাৰণেই হওঁক তাই তোৰ লগত ঘৰ সংসাৰ পাতিলে। তই দেউতাৰ দিনৰ হালোৱা আছিলি কাৰণে তোক মই বৈনাই বুলি সাৱতি লবলৈকো লাজ পাইছিলো, সেইটো কথা দেউতাই একেবাৰে সহ্য কৰিব নোৱাৰিছিল।"

লীলাই খলিফাক জলপান খাবলৈ মাতি নিলেহি। কংসৰ ঘৰলৈ আজি যেন খলিফা জোৱাই ল'বাহে আহিছে। খলিফাই সংসাৰ পাতিলে যদিও জোৱাই হ'বলৈ পোৱা নাছিল। খলিফাৰ মনটো যেন ওপৰলৈ উঠিলে। ভিতৰফালে বাৰাণ্ডাৰ মূঢ়াটোতে খলিফাক বহিবলৈ দিছে। সেইখন বাৰাণ্ডাতে এটা সময়ত সি হালোৱা হৈ দুখৰী পিৰাত বহি চাহ জলপান খাইছিল। এতিয়া মূঢ়াত বহি টেবুলত খাব। তুলসী ভেটিতো, সেই গোসাঁইঘৰৰ দাঁতিত টিঙৰ চালিখন, আনহে নালাগে খলিফা বহা দুখৰী পিৰাখন পৰ্য্যন্ত চালিৰ তলৰ চাঙতে আছে। সকলো বস্তুৰেই আছে, নাছিল মাত্ৰ খলিফা। সিপুৰীৰ পৰা ঘূৰি অহা মৰা মানুহৰ দৰে খলিফাই যেন এৰি থৈ যোৱা পৃথিৱীখন আকৌ দেখিবলৈ পাইছেহি। দৈৰে চিৰা জলপান এবাটি ললিতাই খলিফাৰ ওচৰৰ টেবুলখনত দি গ'লহি। বছেৰেকৰ বিহুৰ দিনাও তেনে এটা জলপান খলিফাই নিজৰ ঘৰত খোৱা মনত নপৰে। এইখন ঘৰত আগৰে পৰা গাখীৰ উভৈনদী। লতিকাজনীয়ে কিন্তু তাক এসময়ত এইবোৰ দৈ গাখীৰ, ক্ৰীম, আনকি মিঠাইও খুব খুৱালে। চাকৰ খাতিছেহি যদিও লীলা আৰু বোৱাৰীয়েক ললিতাই ছাগে ভাল বস্তু দুই এটা ইয়াত খাবলৈ পাইছে। সিহঁতৰ সুখ হোৱা কথাটো ভাবি খলিফাৰ মনতো আনন্দ লাগিল। ললিতাই চাহ এবাতিও দি গ'লহি। জোৱাই হোৱাৰ আনন্দটো তৎক্ষণাত তল পৰি গ'ল। কংসই কিবা কু-বুদ্ধি কৰিহে খলিফাক আথেবেথে এই মৰম দেখুৱাইছে নেকি? মনে মনে আচল কথাটো খেপিয়াই থাকোতেই খলিফাৰ খোৱা শেষ হ'ল। এতিয়া কিন্তু এলাইবাদু হলে বিপদ হ'ব। খুউব চিন্তা কৰি কথা ক'ব লাগিব। বাহিৰত মাষ্টৰৰ মাত শুনি খলিফাই কাণ থিয় কৰিলে। মাষ্টৰে সদায় লোকৰ বেয়াটোকে দেখে কাৰণে ছাগে কংসক কিবা কৈছিল। কংসৰ মাতটোও ডাঙৰ হৈছে। বাহিৰলৈ ওলাই গ'লে কাজিয়াখনৰ মাজত সোমাবগৈ লাগিব। তাতকৈ পিছফালে গ'লে যাবীখনো চোৱা হ'ব। বিড়ীটোও এহোপা মাৰিব পাৰিব। খলিফা পিছফালে গ'ল গৈ।

* * * *

খলিফাৰ খবৰ কৰিবলৈ মাষ্টৰক কংসৰ ঘৰলৈ পঠিয়াই বংশী, আকবৰ, ৰূপহী, লেঙেৰীয়ে অপেক্ষা কৰি আছিল। খলিফাক আগতেও এদিন কংসই মাতি পঠিয়াইছিল। আকবৰক নোকোৱাকৈ এবাৰ মাকো গৈছিল। এইবাৰ কাকো নোকোৱাকৈ খলিফা কংসৰ ঘৰলৈ যোৱাৰ কাৰণে বংশী, আকবৰৰ খং। বংশীৰ সন্দেহ কংসই খলিফাক ফুচুলাই সিহঁতৰ পৰিকল্পনাটো ধ্বংস কৰাৰ ব্যৱস্থা কৰিব খুজিছে। ফুলেশ্বৰীৰ গৰ্ভৰ সন্তানটো নষ্ট কৰিবলৈ খলিফাৰ যোগে কিবা ব্যৱস্থা হাতত ল'ব খুজিছে নেকি? আকবৰৰ ধাৰণা সি কংসক খবৰ নিদিয়াকৈ নেউলীধান দাই নিজৰ ভড়ালত সুমোৱাৰ কাৰণে খলিফাক বলবন্তী কৰি কিবা লিখাই লব। খলিফাক মাৰ কিল কৰি আকবৰহঁতক জোকাই লৈ সিহঁত কেইটাক পুলিচত দিয়াৰ কাৰণে হুলস্থূল আৰম্ভও কৰিব পাৰে। লেঙেৰীয়ে ভয় কৰিছিল খোৱাৰ লগত কিবা বস্তু মিহলাই দি, খলিফাক যদি পগলা কৰে তেতিয়া কি অৱস্থা হ'ব? ৰূপহীয়ে কৈছে আগতে যোৱা হ'লে কিবা এটা নকৰিলেহেঁতেন যদিও বংশীয়ে গোসাঁইৰ আগতে কংস, ৰামধাৰীক অপমান কৰি থৈ আহিছে যেতিয়া নিশ্চয় কংসৰ খং উঠি আছে। তেনেকুৱা অৱস্থাত কংসই যি মন যায় কৰিব পাৰে। মাষ্টৰে প্ৰত্যেকৰে অভিমতবোৰ শুনি আছিল যদিও খণ্ডত মুখেৰে একো মন্তব্য দিয়া নাছিল। বাৰে বাৰে লাজ পোৱাৰ পিছত লেঙেৰীয়ে কিহৰ আশাত কংসৰ সৈতে ঘনিষ্ঠতা কৰিবলৈ বিচাৰিছে? কংসৰ ঘৰৰ বিয়ালৈ গৈ লাঞ্ছিত হৈ অহা মানুহজনীৰ মনত কি আছে, মাষ্টৰে বিচাৰি নাপালে। খলিফাৰ মনত ইমান ভয় কিয় সোমাই আছে?

আকবৰ বংশীহঁতে কৰা মন্তব্যবোৰ প্ৰতিটোৱেই সঁচা। প্ৰতিটোৱেই বিপদজনক। খলিফাই যদি বংশীহঁতৰ পৰিকল্পনাটোৰ কথা কিবা কাৰণবশতঃ বাধ্য হৈ কংসক সকলো কৈ দিয়ে, তেতিয়াতো কংসহঁতে প্ৰতিবন্ধকতা সৃষ্টি কৰিবই। জানি বা নাজানি যেনেকৈয়ে নকৰক, লেঙেৰী আৰু খলিফাই আকবৰকে শত্ৰুতা কৰিবলৈ ওলাইছে। গৃহশত্ৰু থাকিলে আকবৰ বংশীক কেতিয়াও কামত আগবাঢ়িবলৈ নিদিয়ে। মাষ্টৰে কি কৰো কি নকৰোকৈ ভাবি মনৰ ভিতৰতে অস্থিৰ হৈ পৰিছে। বংশীয়ে গোসাঁইক কি ক'লে সেইবোৰ কথা শুনি অশান্তি অনুভৱ কৰি বংশীক ধমক দি আলোচনা বন্ধ কৰিলে। তাৰ পিচত পুনৰ খলিফা কংসৰ ঘৰলৈ যোৱাৰ কথাটোৱে আলোচনাত প্ৰাধান্যতা পালেহি। তেতিয়া মাষ্টৰৰ এটাই চিন্তা খলিফাক কংসৰ ঘৰৰ পৰা আনিবলৈ কাক পঠিওৱা হয়। বংশী আৰু আকবৰক পঠিয়াব নোৱাৰি, তৰ্ক-বিতৰ্ক আৰম্ভ কৰিবগৈ আৰু

পঠিয়ালেও সিহঁত এটাও নাযায়। লেঙেৰীক লৈ মাষ্টৰ নিজেই যাব লাগিব। মাষ্টৰে ভাবি থাকোতেই লেঙেৰীয়ে বোলে "বিবেক দাদা, আপোনালোকে তেওঁক মাতিবলৈ কোনেও ইচ্ছা কৰা নাই যেতিয়া মইয়ে আগবাঢ়ি যাওঁ।"

আকবৰে লেঙেৰীক যাবলৈ নিদিয়ে। মাষ্টৰক এফলীয়াকৈ মাতি নি ৰূপহী আৰু লেঙেৰী দুয়োজনীয়ে কাকুতি-মিনতি কৰি খলিফাক মাতি আনিবলৈ অনুৰোধ কৰিলে। খলিফাক মাৰ কিল কৰে বুলি লেঙেৰীৰ মনত চিন্তা দেখি মাষ্টৰ বিমোৰত পৰিল। লেঙেৰীৰ চকুত দুয়োধাৰে পানী ওলাইছে। খলিফাই দোষ কৰিছে যদিও ইমানবোৰ মানুহ থাকি মাৰ খুৱাব খুজিছে বুলি হুকহুকাই কান্দি পেলালে। নিজৰ মান সন্মানৰ প্ৰশ্ন পিচলৈ ৰাখি মাষ্টৰে খলিফাক আনিবলৈ ওলাল। লেমটো হাতত লৈ মাষ্টৰে কাকো একো নোকোৱাকৈ কংসৰ ঘৰলৈ বুলি ওলাই আহিছিল। আকবৰ আৰু বংশীয়ে মাষ্টৰ কংসৰ ঘৰলৈ গৈছে বুলি নোকোৱাকৈয়ে বুলি বুজি পালে। আকবৰ নিজৰ কোঠালীত সোমাই বিচনাত দীঘল দিলেগৈ। বংশীয়ে মূঢ়া এটা টানি লৈ বহি চিন্তা কৰি ৰ'ল। লেঙেৰী আৰু ৰূপহী দুয়োজনী প্ৰমিলাৰ মাকৰ ওচৰলৈ কথাবোৰ আলোচনা কৰিবলৈ ওলাই গ'ল। কৰিমে গৰুজনী পোৱালীটোৰে খেদি আনি ভড়ালৰ আগত বান্ধিলেহি। হাঁহ-কুকুৰাবোৰ গৰালত সুমোৱাব নোৱাৰি সি দমৰাটো বিচাৰি গ'লগৈ।

* * * *

ৰূপহীয়ে প্ৰমিলাৰ ঘৰৰ পৰা আহি চাকি জ্বলালেহি। ৰূপহী ঘুৰি আহি পোৱাৰ অলপ পাচত মাষ্টৰো আহি পালেহি, খলিফা অহা নাই। বংশী আৰু আকবৰ দুয়োটা কোঠাৰ পৰা ওলাই আহি মাষ্টৰলৈ চাই ৰ'ল। মাষ্টৰৰ মুখৰ ভাব দেখি খলিফাৰ বিষয়ে সিহঁতে সুধিবলৈ সাহকে কৰা নাই। ইতিমধ্যে লেঙেৰীও প্ৰমিলাহঁতৰ ঘৰৰ পৰা আহি পালেহি। মাষ্টৰ গহীন হৈ বহি থকা দেখি কথা কিবা গুৰুত্বৰ বুলি লেঙেৰী মহা চিন্তিত পৰিল। মাষ্টৰে যিখিনি বিবৰণ দিলে সেইখিনি শুনি বংশীহঁতো বিবুদ্ধি হ'ল। মাষ্টৰে হেনো কংসৰ ঘৰৰ ভিতৰলৈ নোসোমোৱাকৈ খলিফাক লগ পাবলৈ বাহিৰতে বৈ অপেক্ষা কৰিছিল। জগন্নাথ বাহিৰলৈ ওলাই আহি মাষ্টৰক দেখি একো নোকোৱাকৈ ভিতৰ সোমাই গ'ল। মাষ্টৰক ভিতৰ কোঠালৈ মাতি নিলেহি। কংস ড্ৰয়িং

ৰূমতে বহি আছিল। মাষ্টৰ সোমাই যোৱাত বাহিৰত বৈ কি অনুসন্ধান কৰিছেহি বুলি অৱজ্ঞাসূচকভাৱে প্ৰশ্ন কৰিলে। মাষ্টৰে ভিতৰত প্ৰবেশ কৰিবলৈ ইতঃস্তত কৰিলো বুলি উত্তৰ দিয়াত, কংসই হেনো মাষ্টৰক মগজুত ধৰি বাক্য প্ৰহাৰ কৰিলে। কৃষক পৰিষদৰ নামত দান কৰিব খোজা মাটি তিনি বিঘা মাষ্টৰৰ বাপেক কৃষ্ণ ভট্টাচাৰ্য্যক হেনো জগন্নাথ বেজবৰুৱাই দুখীয়া বামুণ বুলি দানহে কৰিছিল, আৰু সেই মাটি বিক্ৰী অথবা হস্তান্তৰ কৰাৰ অধিকাৰ মাষ্টৰৰ নাই। কংসৰ ঘৰৰ দাঁতিত হস্পিতেল এখন পতাৰ ব্যৱস্থা কৰাৰ আগতে কংসৰ অনুমতি লোৱা যে প্ৰয়োজন আছিল, সেইটো কথাৰ ওপৰত মাষ্টৰক বহুত গালি-শপনি পাৰিলে। কংসই মাষ্টৰক মুখেৰে মাত-মাতিবলৈ সুবিধাই নিদিলে। মাষ্টৰে খলিফাক মাত লগাইছিল। কংসই হেনো খলিফা তেওঁৰ ঘৰত নাই বুলি কৈছিল। খলিফাৰ ছাটি আৰু লাখুটিডাল দেখিহে তেওঁ কংসৰ ঘৰত আছে বুলি মাত লগাইছে বুলি কোৱা মাত্ৰকে মাষ্টৰক "চোৰাংচোৱাগিৰি কৰিবলৈ আহিছে? তোৰ লাজ লগা নাই? সৎ বংশৰ বামুণৰ ল'ৰা হৈ বাটৰ ভিক্ষাৰী খলিফাৰ নেগুৰত ধৰি ফুৰিবলৈ আহিছ" বুলি মাষ্টৰক হেনো কদৰ্থনা কৰি উলিয়াই পঠিয়ালে।

কংসৰ ওচৰত পাই অহা লাজ অপমানত মাষ্টৰৰ মাত থোকাথুকি হৈছিল। থূলমূলভাৱে বিৱৰণটো দি মাষ্টৰে তলমূৰ কৰি বহি থাকিল। মাষ্টৰৰ অপমানে বংশী আৰু আকবৰক বিমোৰ কৰি তুলিলে। খন্তেক সময় কাৰো মুখৰ পৰা এটাও শব্দও ওলোৱা নাছিল। নিস্তব্ধতা ভঙ্গ কৰি আকবৰে মাত দিলে। মাই, তই চাৰক এইখিনি কষ্ট দিব নালাগিছিল। ববা মৰি যাওঁক, তাত মোৰ হানি নহয়, কিন্তু চাৰে আমাৰ কাৰণে ইমান অপমান কিয় পাব?"

আকবৰে মাকক টানকৈ মাত দিয়া দেখি মাষ্টৰে বোলে, " মোৰ অপমানৰ কাৰণে মই ভৰা নাই আকবৰ, কিন্তু এইহাল মাৰ বাপেৰৰ পৰা তহঁতৰ সামুহিক স্বাৰ্থত কি ব্যাঘাত হ'ব, মই সেইটো কথা ভাবিহে চিন্তাত পৰিছো। নিজৰ ঘৰৰ মানুহখিনিৰ সমৰ্থন নোহোৱাকৈ এনেকুৱা জটিল সংগ্ৰাম কৰিবলৈ আগবাঢ়িলে তহঁতৰ গাৰ নোমেই শত্ৰু হ'ব। মাৰ বাপেৰে এনেকুৱা অবিবেচক কাম কৰি থাকিলে প্ৰতি পদে পদে তহঁতৰ সন্মুখলৈ সংঘাত আহিব।" মাষ্টৰে কিবাকিবি কৈ আছে, কিন্তু কথাবোৰ লেণ্ডেৰীৰ কাণত সোমোৱা নাই। লেণ্ডেৰীৰ মনত এটাই মাথোন চিন্তা, খলিফাক সিহঁতে ভিতৰত সুমুৱাই লৈ কিবা কৰিছে? মাষ্টৰে যোৱা দেখি খলিফা নিশ্চয় ওলাই আহিলেহেঁতেন। লেণ্ডেৰীয়ে ৰূপহীক

ভিতৰ কোঠালীলৈ মাতি নি মাক জীয়েক দুয়ো খলিফাক বিচাৰি যোৱাৰ আলোচনা কৰিলেগৈ। লেঙেৰী ভিতৰলৈ যোৱাৰ সময়তে মাষ্টৰে এটা হুমুনিয়াহ পেলাই বংশী আকবৰৰ ওপৰত কি কৰ, কৰ" বুলি দায়িত্ব দি ঘৰলৈ গুচি গ'লগৈ। মাষ্টৰ যোৱাৰ পিচত লেমটো হাতত লৈ লেঙেৰী আৰু ৰূপহী কংসৰ ঘৰলৈ যাবলৈ ওলাইছিল। তেতিয়ালৈ আন্ধাৰ পৰিছিল। আকবৰে যাবলৈ নিদিয়ে। উপায়হীন হৈ লেঙেৰীয়ে কান্দিবলৈ ধৰিলে। মনৰ ভাৱ প্ৰকাশ নকৰিলেও আকবৰ আৰু বংশীয়েও খলিফা নহা দেখি চিন্তিত বিষণ্ণ হৈ পৰিছিল।

খলিফা আহি ঘৰ পাওঁতে খোৱাৰ সময় পাৰ হৈ গৈছিল। তেতিয়ালৈকে লেঙেৰীয়ে চৰুলৈ জুই নিয়াৰ কথা মনলৈ অনাই নাছিল। কৰিমে পঢ়া-শুনা নকৰি এঘুমটি মাৰিলেগৈ। ঘৰ সোমায়ে খলিফাই জুহালৰ চাঙৰ চুঙাটোত বিড়ী খেপিয়ালেহি। বিড়ী এটা জ্বলাই খলিফাই বস্তা এখন পাৰি জুইকুৰা জ্বলাবলৈ লাগিল। কাৰো মুখত মাতবোল নাই। কথা বিষম দেখি খলিফাই নিজে মাত দিলে। " ভাত খালিহঁক নেকি?" আকবৰ আৰু বংশী কোঠাৰ পৰা ওলাই আহিল। খলিফাই ভাত খালি নেকি বুলি মাত দিয়াৰ লগে লগে লেঙেৰীয়ে ভেকাহি মাৰি বোলে " এই মাজ নিশালৈকে তাত তুমি কি কৰিছিলাগৈ? গোটেই ঘৰৰ মানুহক চিন্তাত পেলাই এতিয়া ভাত খালি নেকি সুধিবলৈ আহিছে?" ৰূপহীয়ে ববাকক খৰি কেইডালমান ভৰালৰ আগৰ পৰা আনি দিলেহি। জেং খৰিকেইডাল ভাঙি ভাঙি জুইত জাপি দি খলিফাই বোলে "হাঁহ মাৰি মোক ভাত খুৱাবলৈ ককায়েৰে ৰাখি থৈছিলে ঐ, আদৰক নেওঁচি আহোঁ কেনেকৈ?" বুলি কথাটো পাতল কৰিবলৈ খলিফাই হাঁহি এটাও মাৰিলে। আকবৰে বোলে " তই দাঁত উলিয়াই হাঁহি নেদেখুৱাবি দেই ববা। তোৰ কাৰণে যে এজাক মানুহে ইয়াত ছট-ফটাই মৰিছো তই ক'ব পাৰনে? তোক মই সাৱধান কৰি দিছো। মোক নোসোধাকৈ তই ক'লৈকো এখোজো ঘৰৰ পৰা বাহিৰ নহ'বি। মই খুৱাব লাগে যদি মোৰ কথামতে ঘৰখন চলিব লাগিব, আৰু যদি সেইটো নহয় মই ঘৰৰ পৰা ওলাই যাম। কেনেকৈ খাব-খাবিহঁক।" কোঠাৰ ভিতৰৰ পৰা আকবৰ দমদমনি মাৰি কোৱা কথাত খলিফাই কেঁচুৱাটোৰ দৰে কোঁচ-মোচ খাই লেতু-সেতু হৈ পৰিল। নিজে কংসৰ ঘৰত থকা অৱস্থাত ঘৰখনৰ মানুহবোৰৰ কি অৱস্থা হৈছিল এতিয়াহে খলিফাই অনুভৱ কৰিব পাৰিলে। ঘৰৰ পৰা ওলাই যোৱাৰ পাচৰ কথা ভাবি সকলো পাহৰি আছিল। খন্তেক নিতাল মাৰি থাকি খলিফাই বোলে "মই কোনোবা দিনা

এখোজ ওলাই যোৱা দেখিছ জানো? তেওঁ সেইদিনা মাতোতে নগ'লো। আজি ৰাতিপুৱাই আকৌ মানুহ পঠিয়াই মাতি পঠিয়াইছে। ধানৰ কথা শুধিবলৈ মাতিছে বুলি ক'লতহে মই গৈছো বোপাই।" আকবৰে কোঠাৰ পৰা ওলাই আহিব খুজিছিল, বংশীয়ে আকবৰক হাতত ধৰি বহুৱাই থৈ নিজে ওলাই আহিল। "ধানৰ ভাগ বিচাৰি সি মোৰ ঘৰলৈ আহক। পথাৰৰ পৰা মই ধান আনি ভঁৰালত সুমুৱাইছোঁহি । কি কৰো কি নকৰো সেইটো মই জানো, তই সেইবোৰৰ মাজত সোমাবলৈ কেলেই গৈছিলি?" বুলি আকবৰে কোঠাৰ পৰাই প্ৰশ্ন কৰিলে।

খলিফাক আকবৰৰ বকনিৰ পৰা বচাবৰ কাৰণে লেঙেৰীয়ে মাজতে সোমাই বোলে— "তইঁতৰ এইবোৰ কথাৰ খেলিমেলি কেতিয়া গুচিব ঠিকনা নাই। ইফালে গাঁৱৰ কোনোৱে একো নকৰোতেই আগে-ভাগে তই নেউলীধান ভঁৰালত সুমুৱাই দি তেওঁৰ লগত ফেপেৰি পাতি ধৰিছ? আমি মাৰ বাপেৰ হালে জানিশুনি তোক মৰিবলৈ এৰি দিব পাৰো নেকি? তেওঁ যাওঁ নাযাওঁ কৰি আছিলে জানিছ বংশী, মই বোলো তেওঁ ধানৰ কথা পাতিবলৈ মাতিছে যেতিয়া তুমি যোৱা। ৰাইজে আধি ধান নিদিও বুলি ঠিক কৰিলে পিচত যি হয় হ'ব। খোৱাৰ কষ্টত পৰিছো কাৰণে নেউলীধান নিদিলো। তাৰ বদলি শালিধান দিম বুলি কৈ দিবলৈ মইয়ে তেওঁক পঠিয়াইছিলো, বুজিছ বংশী?" কংসই কি কি সুধিলে সেইটো কথা জনাৰ কাৰণে বংশী ব্যগ্ৰ হৈ আছে। আনহাতে ওপৰা-ওপৰি কৰি মাক পুতেকে তৰ্কা-তৰ্কি কৰিবলৈ ধৰিছে। বংশীয়ে ক'লে, "হোৱা কথা হৈ গ'ল তাকে তোমালোকে পেঘেনিয়াই থাকি হুলস্থূলখন মিছাকৈ কৰিছা খুৰী। দদাইকনো কংসই কি সুধিলে সেইটো কথাহে আমাক লাগে। কোৱাচোন দদাই, তেওঁ তোমাক কেলেই মাতিছিল? খলিফাই বাটে বাটে ভাবি অহাৰ দৰেই আচল কথাটো লুকুৱাই কংসই প্ৰথমতে কোৱা কথাখিনিৰে আৰম্ভ কৰিলে বোলে "তেওঁ পেনপেনীয়া মৰম দেখুৱাই মোৰ লগত জেঠেৰী বৈনাইৰ সম্বন্ধটো নতুনকৈ পাতিব খুজিছিল। নীলাক হেনো ধান দাবলৈ তেওঁ পঠোৱা নাছিল। "আধি ধানৰ কথা কওঁতে মই বোলো শালি ধানেৰে আধিৰ ভাগ পূৰাই দিম। তেওঁ বোলে হ'ব হ'ব তই মোক আধি ধানৰ ভাগ নিদিলেও মই নমৰো। মাংস ৰান্ধিছে, ভাত পানী খাই আজি ৰাতিটো মোৰ ইয়াতে থাক বুলি কৈছিল। মোৰ পেটৰ অসুখ মই মাংস নাখাওৱেই। আকবৰক মই ইয়ালৈ অহা কথাটো নোকোৱাকৈ গুচি আহিলো,

সোনকালে ঘুৰি যাও বুলি ক'লো। লীলাকে মোৰ লগত পঠিয়াই দিলে। সি আহি আলিবাট পাৰ কৰি মোক থৈ গ'লহি।" বংশীয়ে লক্ষ্য কৰিলে কথাবোৰ কওঁতে খলিফাই ভাবি ভাবি কোবাৰ দৰে কৈছে, আৰু এইখিনি কথা ক'বলৈকে খলিফাক কংসই মতাই নিছিল বুলি বিশ্বাস কৰিবলৈ বংশীয়ে টান পালে।

বংশীয়ে সোধাৰ পিচতে আকবৰ কোঠাৰ পৰা ওলাই আহি খলিফাক চকু পকাই ধৰি সুধিলেহি, "তই কথা লুকুৱাইছ কেলেই?" খলিফাই আকবৰৰ চকু দেখি থতমত খাই তলমুৰ কৰি বোলে "লুকুৱাবলৈ কি কথাটো আছে?" খলিফাৰ পেটৰ কথা সেই সময়ত উলিয়াব নোৱাৰিম বুলি বংশীয়ে বুজিলে। আকবৰক বাটলৈ মাতি নি "পিচত মই কথা হ'মহি" বুলি আকবৰক টান মাত নিদিবলৈ কৈ বংশী ঘৰলৈ গ'লগৈ। খলিফাক কংসই হাত কৰিলে বুলি আকবৰে মহা চিন্তাত পৰি আকৌ বিচনাত বাগৰ দিলেহি। ৰূপহীয়ে খলিফাক ফঁহিয়াই ফঁহিয়াই কথা উলিয়াবলৈ যত্ন কৰিছিল যদিও খলিফাই বোলে "মোৰ গাটো ভাল লগা নাই এতিয়া কথা নুশুধিবি।" ৰূপহী মাকৰ ওচৰলৈ গ'ল। খলিফাই ক্ষন্তেকৰ কাৰণে নিশ্বাস পেলালে। কংসৰ ঘৰত হোৱা বিপৰ্যয়ৰ কথাখিনি লুকুৱাবই লাগিব। সেইখিনি কথা আকবৰক ক'বলৈ হ'লে জ্বলা জুইত ঘিউ ঢলাৰ দৰে আকবৰ পগলা হ'ব।

* * * *

কংসৰ ঘৰত খলিফাৰ যিখিনি বিপৰ্যায় হৈছিল, সেইখিনি খলিফাই কাকো কোৱা নাছিল। আনকি লেঙেৰীয়েও পেঘেনিয়াই সুধিও প্ৰকৃত কথাটো খলিফাৰ মুখৰ পৰা বাহিৰ কৰিব পৰা নাছিল। লেঙেৰীক কোৱা মানে ঢোল পিটি কথাটো ৰাষ্ট্ৰ কৰি দিয়া। যিখিনি হৈছিল সেইখিনি মানুহক জানিবলৈ দিলে তাৰ পৰা কাৰো একো লাভ নহয়।

খলিফা কংসৰ ঘৰলৈ যোৱাৰ পিচদিনা আবেলি সময়ত দিহিঙীয়া বুঢ়া ওলালহি। খলিফাই অকলশৰে জুইকুৰাৰ ফালে পিঠি দি বস্তাখন পাৰি মাটিতে শুই কিবা-কিবি ভাবি আছিল। দিহিঙীয়া বুঢ়া বিনা কাৰণত খলিফাৰ ঘৰলৈ কোনো দিনেই নাহে। সেইদিনা কংসৰ ঘৰৰ পৰা দিহিঙীয়া বুঢ়া পোনে পোনে আহিছে। দিহিঙীয়া বুঢ়াৰ খঙৰ মূৰ্ত্তি দেখি বহিবলৈ ক'বলৈ খলিফাই সময়কে নাপালে। হাতৰ লাখুটিডাল মাটিত মৰিয়াই মৰিয়াই বুঢ়াই বোলে

মোৰ ল'ৰাৰ চাকৰিটো গ'লে তইঁতকো কিন্তু সুখেৰে নেৰো। খলিফাই থৰক-বৰককৈ শোৱাৰ পৰা উঠি লেউ-সেউ হৈ "বোলো ককাইটি, বৰ খঙত আহিছা? কি হ'ল? কি কথা? মোৰ ঘৰলৈকে আহিছা যেতিয়া বহা। কি ক'বলৈ আহিছা কোৱা।" দিহিঙীয়াই বোলে " তোৰ ঘৰত মই বহি মেল মাৰিবলৈ অহা নাই। তই মোৰ ল'ৰাৰ বিষয়ে কালি কংস বাপেৰক কি লগাই থৈ আহিছিলি? মোৰ ল'ৰাই সেইবোৰ হাই কাজিয়া কৰি নুফুৰে। তোৰ পুতেৰেই তাক বংশীৰ লগ লাগি বলিয়া কৰিছে।"

খলিফাই বোলে "খোদাৰ কচম খাই কৈছো ককাইটি, মই তোমাৰ ল'ৰাৰ নামটোকে মুখত লোৱা নাই। তুমি বহাচোন, কংসৰ কথা শুনি আহি মোক গালি পাৰিছাহি, মোৰ কথাবোৰ তুমি শুনি লোৱা। তাৰ পিচত যদি মোৰ গাত দোষ দেখা তোমাৰ হাতৰ লাঠিডালেৰে মৰিয়াই মোক ককাল ভাঙি পেলাই থৈ যাবা। তুমি বহা ককাইটি।" দিহিঙীয়া অলপ শান্ত হ'ল যদিও বহা নাছিল। তাৰ পাছত বোলে, "তই যদি মোৰ ল'ৰাৰ নাম লোৱাই নাই তেন্তে মোক মাতি নি তেওঁ ইমানবোৰ কথা কিয় শুনালে? তেওঁ কৈছে "যদি বকুলক চাকৰিত ৰাখিব লাগে, তেন্তে তাক আকবৰ বংশীৰ লগত দেখিব নালাগিব। কংস ৰামধাৰীৰ বিৰুদ্ধে বংশী, মাষ্টৰ আৰু তোৰ ল'ৰা। মোৰ ল'ৰাই, কি ষড়যন্ত্ৰ কৰিছে? আধি খন্দুৱা মাটিৰ ধান নিদিও বুলি ক'ত কেতিয়া কি মিটিং পাতিছে? মিটিংলৈ কোন কোন আহিছে, কৃষত পৰিষদ বুলি কি কি কৰিবলৈ ওলাইছে এই সকলো কথা তই তেওঁক কৈ আহিছ! তেওঁ বহি এখন মেলি মোক পঢ়ি শুনাইছে। তই নক'লে ইমানবোৰ খবৰ তেওঁ কেনেকৈ জানিলে? তই যোৱাৰ পিচদিনাই মোক মাতি নি তেওঁ ইমানবোৰ কথা তেওঁ কেনেকৈ ক'লে?"

কংসই কোৱা কথাৰ ওপৰত অভিযোগ কৰি দিহিঙীয়াই প্ৰশ্নবোৰ কৰি খলিফাক খাওঁ যেন মূৰ্ত্তি ধৰিলে। দিহিঙীয়াৰ ৰঙা শালচকু দুটা দেখি খলিফাই তলমূৰ কৰি ৰ'ল। দিহিঙীয়াই কৈ গ'ল— "তই চুকতে খাই বুকুত কামুৰিছ। তোৰ ঘৰতে এই বনৰীয়া ম'হকেইটাই সেই মহা শকুনি ডালৰ সৈতে গোট খায় সংসাৰৰ অনিষ্ট হোৱা কথাবোৰ পাতিছে। আৰু তই মনে মনে গৈ সাপ হৈ খুটি বেজ হৈ জাৰিবলৈ গৈছ? দিহিঙীয়াই কিবাকিবি কৈয়ে থাকিল। "বংশী সেই জহনিত যোৱা অধৰ্মীটোৰ বুদ্ধিমতে মোৰ ল'ৰাটোক নষ্ট কৰিলে তোৰ পুতেৰে। পুতেৰেক কৈ দিবি, ভালে ভালে মোৰ ল'ৰাৰ লগ এৰক, নহলে মই

কিন্তু ঘটনা কৰি দিম কৈ দিছো।" দিহিঙীয়া বুঢ়াই গালি-শপনি পাৰি খলিফাক দমদমাই থকাৰ মুৰত দিহিঙীয়া অলপ সময় বৈছিল।

সেই সুবিধাতে খলিফাই বোলে " ককাইটি তুমি গাওঁখনৰ বুঢ়া মানুহ, আল্লাৰ কচম খাই কৈছো, তোমাৰ আগত মই একো কথা নুলুকুৱাও। তুমি মোৰ কথাবোৰ শুনি লোৱা। ঘৰত কোনো নাই কাৰণে তোমাক মই কাৰো আগত নোকোৱা কথাখিনিও খুলি কৈছো। তুমি বিশ্বাস কৰা ককাইটি মই ল'ৰাৰ আগত কোৱাটো বাদেই নিজৰ মাইকীজনীকো মোৰ দুখৰ কথা কোৱা নাই। সি মোক আধা মৰা কৰি পঠিয়াইছে। ককাইটি, মই বিৰত উঠিব পৰা নাই। মোক তেওঁ দুবাৰ মতাতহে মই তেওঁৰ ওচৰলৈ গৈছিলো। তেওঁ মোক আথেবেথে জা-জলপান খুৱাই ফুচুলাই ৰাখিব খুজিছিল। মই নাথাকো বুলি গুছি আহিবলৈ ওলাইছিলো। কংসই মোক হুকুম দিলে তই থাকিবই লাগিব" মই ভয় খালো। ওলাই আহিব খোজোতে তেওঁ মোৰ ডিঙিটোত ধৰি ভিতৰফালে গতামাৰি দিলে। মই ঢলি পৰিছিলো ককাইটি, তাৰ পাচত মোক মৰা গৰু চোচোৰোৱাদি বিহাৰী মানুহ এহালে টানি লৈ গৈ কোঠা এটাত তলা মাৰি বন্ধ কৰি থৈছিল।" কথাবোৰ কওঁতে খলিফাৰ চকুপানী ওলাইছিল আৰু খলিফাৰ কথাবোৰ শুনি দিহিঙীয়াৰ আগৰ খঙৰ ভাব আঁতৰি অলপ সহানুভূতিসূচক দৃষ্টিৰে খলিফালৈ চাই বৈছিল। "সেইদৰে কোঠাটোত বন্ধ কৰি থওঁতে মই বোলো আজি পৃথিবীৰ পৰা বিদায় লোৱাৰ সময় আহিল। অলপ সময়ৰ পাচত কংস ৰামধাৰী হালেই লগত বিহাৰী মানুহ দুটা লৈ দুৱাৰৰ তলা খুলি মোৰ ওচৰলৈ আহিল, ককাইটি। কংস ৰাক্ষকে খাওঁ খাওঁ মূৰ্ত্তি ধৰি ধান কিয় ভঁড়ালত সুমোৱাইছিলি?" বুলি মোৰ চুলিকোচাত ধৰি মূৰটো দাঙি সুধিলে। মই ক'লো "ল'ৰাইহে ধানৰ কথা জানে, মই খেতি কৰা ধান চপোৱাৰ ওচৰলৈকে যোৱা নাই। ল'ৰাই নকৰিবলগীয়া কাম কৰিছে যদিও শালিধান কাটিলে মই আধিভাগ পূৰাই দিম"। মোৰ ঘৰত কেতিয়া কি কি আলোচনা হৈছিল বহী এখন উলিয়াই লৈ তেওঁ পঢ়ি দি মোক হয় নে নহয়, সঁচা নে বুলি সুধিলে। মই বোলো "কেতিয়াবা কেতিয়াবা ল'ৰাকেইটা আহি কিবাকিবি কথা পাতেহি, কেতিয়া কি কথা পাতিছিল মোৰ মনত নাই"। তাৰ পাচত ৰামধাৰীয়ে বোলে "ফুলেশ্বৰী বোলা ছোৱালীজনীক ফুচুলাই মোৰ ঘৰলৈ আনি দিব লাগে। তই পাৰিবিনে? তাইক মই যেদি দিয়া নাই পলাই গৈছে। তই তাইক কিবা এটা উপায়েৰে মোৰ ঘৰলৈ আনি দিবই লাগিব"। ফুলেশ্বৰীৰ নাম লওঁতেই মই

জানিলো ককাইটি, তাইৰ গৰ্ভ নষ্ট কৰিবলৈ সিহঁতে তাইক ৰামধাৰীৰ ঘৰলৈ নিব খুজিছে। মই চেষ্টা কৰিলে ছোৱালীজনীক আকবৰৰ মাকৰ হতুৱাই মতাই আনি ফুৰিবলৈ নিয়াৰ চলেৰে ৰামধাৰীৰ হাতত গতাই দিব পাৰিলোহেঁতেন, কিন্তু মহাপাপৰ গোটেই বোজাটো মোৰ গাতেই নপৰিব জানো ককাইটি? মই কৰিব নোৱাৰো বুলি ক'লো। ৰামধাৰীয়ে বোলে সেইটো কৰি নিদিলে তোকো জীয়াই নথওঁ।" লগে লগে কংসই বোলে ফুলেশ্বৰীক ৰামধাৰীৰ ঘৰলৈ তই আনি দিব লাগিব, ক আনিবি নে নান? আৰু তোৰ ঘৰৰ মিটিংলৈ কোন কোন আহে, কি কি কথা পাতে সকলোখিনি মোক কৈ যা মই কাগজত লিখি ল'ম।" মই ক'লো "সেইবোৰ একো ক'ব নোৱাৰো, মই মিটিঙত থকাও নাই আৰু কি কথা পাতে একো শুনাও নাই। ফুলেশ্বৰীক ফুচুলাই আনিবলৈ কৈছে, তাইক মই কেনেকৈ আনিম? বংশীয়ে গম পালে মোক সুখেৰে এৰি দিব নেকি?" কথাটো কবলৈহে পালো, মানুহ দুটাই মোৰ হাত দুখন পিচলৈ কৰি গামোছা এখনেৰে বান্ধি পেলালে ককাইটি। ৰামধাৰীয়ে মোৰ মুখ খনত সোপা দি ধৰিলে। কংসই মোৰ ডিঙিত ধৰি বোলে "তোক মই মাৰি পেলাওঁ— যি কৰিবলৈ কৈছো কৰিবি নে নকৰ?" মই তেতিয়াও একো কোৱা নাছিলো। তাৰ পিছত বিহাৰী দুটাৰ এটাই মোৰ হাত দুখনত ধৰিলৈ, ইটোৱে মোৰ গাৰ কাপোৰবোৰ খুলি পেলালে। তাৰ পিচত মোৰ আচল ঠাইত ৰামধাৰীয়ে এনেকুৱাকৈ বাহৰ কামি দুটাৰে টেপা মাৰি ধৰিলে মোৰ সেই পিনে উশাহ-নিশাহ বন্ধ হৈ গ'ল ককাইটি। মুখৰ কাপোৰৰ সোপাটো আঁতৰাই দিলতহে মই জ্ঞান পাইছো। অলপ পৰৰ পাচত কংস ৰাক্ষসে আকৌ ক'লে "তোৰ এইয়া একো শাস্তি হোৱা নাই। আজি তই ঘুৰি যাবলৈ নাপাব। ক' তোৰ ঘৰলৈ কোন কোন আহে। মিটিঙত কি কি কথা পাতে"? উপায় নাপায় মোৰ মুখত যি আহে বলিয়াই বকা দি বকিছিলো ককাইটি।" অলপ বৈ খলিফাই আকৌ ক'লে "পাঁচ বছৰ দিন জেল খাটিলো। পুলিচেও মোক এনেকুৱা শাস্তি দিয়া নাছিল ককাইটি। মই খোজ কাঢ়িব পৰা নাই, ইমান যমৰ যন্ত্ৰণা ভুগী আহিছো। তোমাক বাধ্য হৈহে মই এই কথাবোৰ কৈছো। তুমি মোৰ ওপৰত দমদমাই উঠিছা? মানুহক দেখুৱাব নোৱাৰা ঠাইত জখম কৰি পঠিওৱাৰ কাৰণে মই সহি আছো! এই কথাবোৰ আকবৰে জানিলে কংসক কুঠাৰেৰে ফালি পেলাবগৈ, সেয়ে বোলো বুঢ়ালোকৰ বচন 'সহিলে সম্পদ, নসহিলে বিপদ,' ল'ৰাই ধানবোৰ দাই আনি ভঁড়ালত সুমুৱাই দিলেহি। সেইটো কম ডাঙৰ দোষৰ কথা হোৱা

নাই। কংসৰ মানত আমি আঁঠুৱাৰ তলৰ মহ। সেয়ে ককাইটি ভয়ত মোৰ বুকুখনে ধৰফৰাই আছিল। আৰু মোক মতাৰ বাবে গৈ যমৰ যন্ত্ৰণা পাই আহিলোঁ আৰু তোমালোককো লটি-ঘটি কৰিছোঁ ককাইটি।"

দিহিঙীয়াই টলকা মাৰি খলিফাৰ কথাবোৰ শুনি দীঘল এটা হুমুনিয়াহ পেলাই ক'লে—"অঁ: নিজৰ ল'ৰাক বলাব নোৱাৰি তোৰ বেমাৰী আৰু বুঢ়া দেহাত এই নগুৰ নাগতি হৈছে, আৰু মোৰো তোৰ দৰেই হৈছে। মই ভাল কথা এষাৰ ক'লে লৰাই গেঙেৰী মাৰি কথা কোৱা হ'ল। ইফালে কংসইঁতৰো উৎপাত অলপ বেচি লৈ গৈছেগৈ। ধৰ্ম্ম-কৰ্ম্ম বোলা কথা এষাৰ আছে বুলি একেবাৰে গনিতাই নকৰা হৈছে। মহাধৰ্ম্ম আছে। তাৰ বিচাৰ হ্‌বই, তই চাই থাকিবি। সেইটো মহীধৰৰ পুতেক কণ্ঠি, তাক নি মিলত সুমুৱাই লৈছেগৈ। পিছে এমাহ নৌহওঁতেই কিবা বেঙ্ক চুৰ কৰিছে বুলি তাক থানাত ভৰাই পুলিচৰ হতুৱাই আধামৰা কৰালে। পিছে বাপেকে ছাগলী এজনী বেছি পুলিচক ঘোচ দিহে উলিয়াই আনিছেগৈ। তোক এইখিনি কৰিয়েই এৰি দিছে বুলি নাভাবিবি। নেউলীধান ভঁড়ালত সুমুৱাই ৰাখিব নোৱাৰিবি। পুলিচ মিলিটাৰি আনি একে দিনাই ভঁড়ালৰ পৰা ধান উলিয়াই নিবহি বুজিছ। তই চাই থাক এই কেইটাই ফেপেৰী পাতিছে— লটি-ঘটি হৈ মৰিছো আমি।" দিহিঙীয়াই কথা কৈ থাকোতে ৰূপহীয়ে ৰঙা সূতা এমুঠি লৈ ভিতৰফালে গ'ল। "সকলো গণ্ডগোলৰ মূল এই নংপুসক মাষ্টৰডাল। জানিছ খলিফা, তাক মই ক'লো "বোলো মাষ্টৰ তুমি এই ল'ৰাবোৰৰ লগ এৰি নামঘৰলৈকে আহিবলৈ লোৱা। সি ক'লে কি জানিছ! সি হেনো পাপ কৰা নাই সেইবাবে হেনো পুণ্যৰ কথা চিন্তা কৰি সি সময়ৰ অপব্যবহাৰ নকৰে। কংসই সেই বদনামী ছোৱালীজনীক দি যে মাষ্টৰক ঠগিলে— সেই আখেজ তাৰ বুকুত সদায় লাগি আছে। কংসৰ ওপৰত আখেজ পূৰাবলৈকে মাষ্টৰে ল'ৰাজাকক হাত কৰি লৈছে। মই মোৰ ল'ৰাকো বুজাই কৈছিলো। ক'লেনো কিডাল হ'ব অ'? আমাৰ কথা ঠেং তলেদি সৰকাই দিলে। মিলনক মাতি আনি তই জৰাফুকাকে কৰাবনে, ইলিয়াচ কম্পাউণ্ডাৰকে দেখুৱাই কিবা এটা কৰ। একো নকৰাকৈ থকাটো বেয়া কথা হৈছে। ভিতৰত ক'ৰবাত কিবা ধৰণেৰে জখম হৈছে যদিও পিছত হ'লে বাৰুকৈয়ে ভুগিব লাগিব। কি কৰিম? মঞে মনে মনে মিলনক কথাটো কৈ পঠিয়াই দিমগৈ নেকি? "মিলনক ক'লে নহ'ব— ইলিয়াচৰ ওচৰলৈ যাব পৰা হ'লে কথাটো বাহুল্য নহলহেঁতেন। পিচে খোজকাঢ়ি যোৱাটো যে সম্ভব নহয়।"

ৰূপহীয়ে তামোলৰ বটাটো গোটাই দিহিঙীয়াৰ আগতে থ'লেহি।

"এইবাৰ ল'ৰাইঁতৰ যি মতিগতি দেখিছোঁ ধান পাওঁনে নাপাওঁ ঠিক নাই। যিকেইটা ভঁৰালত সোমালে, তাৰেই ন'টো খাই লওঁ।" ৰূপহীয়ে ভিতৰৰ পৰা ওলাই আহি দিহিঙীয়াৰ কথাৰ মুখতে ধৰি বোলে "ববপিতাই, আপুনিনো ববাক ভয় খুৱাইছে কেলেই? আমি ধান নিদিওঁ বুলি লাগিছো। আমাৰ পিচতে আপোনালোকে নিদিওঁ বুলি লাগি গ'লেহে আগবাঢ়ি যোৱা কেইটাই সাহস পায়। তাকে নকৰি ববাক ভয় খুৱাই পিছফালৰ পৰা আজুৰি দিব খুজিছে কেলেই? দহজনৰ দহোটা মতা হোৱাৰ কাৰণেহে সিহঁতে চল পাই গৈছে। দিহিঙীয়াই তামোলখন চকলিয়াই মুখত ভৰাবলৈ লৈয়ো বৈ গ'ল।

"এৰা, এইয়া আমাৰ গাঁৱতে ঘৰে ঘৰে কল্কি অৱতাৰ হৈছে। আমি মেলেছখনে বাৰুকৈ ভুগিব লাগিব যেন দেখিছো।" দিহিঙীয়াই প্ৰমাদ গণিলে ৰূপহীৰ লগত তৰ্কা-তৰ্কি কৰিও লাভ নাই, তাই কালিৰ ছোৱালী। দিহিঙীয়া ঘৰমুৱা হ'ল।



## ।। উনৈশ ।।

বছৰৰ শেহতীয়া বানপানীয়ে জলদোবা মাটিত বোৱা ধান পলসেৰে পুতি থৈ গ'ল। গতানুগতিকভাৱে তাতে বাইজে ছমুনিয়াহবোৰ পেলালেগৈ। বোৱতি মাটিৰ ধানত পানী সোমাইছিল যদিও সেই পানী পলসে ধানৰ পোলাবোৰ শকত কৰিহে গৈছিল। ধানৰ থোকবোৰ মৰম লগা হৈছিল। হঠাৎ এজাক আৱতৰীয়া বতাহ ধুমুহাৰ বৰষুণে ধানৰ থোকবোৰ ছেদেলী-ভেদেলী কৰিলে। ধান দেখি কৃষকৰ মনবোৰ খেলিমেলি হ'ল। দিহিঙীয়াই বকুলৰ মাকক খলিফাৰ ওপৰত হোৱা অত্যাচাৰৰ কথা কৈ দুখ কৰিলে। বুঢ়ীয়ে দিহিঙীয়াক চাহ এবাটি দিলেহি। সোণাক গুৰিৰ ধাননি দৰাতো পকনীয়া বতাহ পৰিল। এসপ্তাহমানৰ পিচতেই দাব পৰা হ'লহেঁতেন। বাতিপুৱাৰ লগতে ব'দজাকো অৱশ্যে ওলাইছে। ৰ'দ ভালকৈ পৰিলে ধান বেয়া নহয়।

দিহিঙীয়া ঘৰৰ পৰা ওলাই যোৱাৰ পিচতে প্ৰমীলাৰ মাকে উঘা বিচাৰি বকুলৰ মাকৰ ওচৰ পালেহি। বকুলৰ মাকে আজিকালি তাত-সূত ধৰালৈ এৰিলে। তাতে হোৱালীকেইজনী ওলিয়াই দিয়াৰ পৰা উঘা, চেৰেকী, তাঁতশালৰ ব্যৱহাৰ নাইকিয়া হ'ল। কোনোবাই টোলোঠাটো, বাচ এখন বিচাৰিলে নিদিয়াকৈ নাথাকে। বকুলৰ বোৱাৰী নহালৈকে বস্তুবোৰ ব্যৱহাৰ হৈ থাকক বুলি সাঁচি সামৰি থৈছে হয়, কিন্তু বকুলে ছোৱালী অনাৰ নামকে নুশুনে। প্ৰমীলাৰ মাকে ছাচনিৰ ফালৰ ছোৱালী এজনী দেখুৱাই দিহিঙীয়াক কৈছিলেহি। ল'ৰাই হয়-হয়কে নকৰিলে। আকৰৰহঁতৰ ঘৰলৈ ঘনকৈ অহা-যোৱা কৰাৰ কাৰণে দিহিঙীয়ানীৰ বকুলৰ ওপৰত সন্দেহ হৈছে। মাকেই মুছলমানলৈ পলাই আহিলে, জীয়েকেও যদি বকুলক লভিছে কথা সৰ্বনাশ হ'ব। বাপেকৰ লগত বকুলৰ চকুৰে চকুৰে নপৰা হৈছে। "কলহীৰ স্বভাব চৰিত্ৰ বেয়া নহয়। বলোৰাম বোলা মজদুৰৰ ল'ৰাটোৰ লগত ভিতৰি কথা চলি আছে বুলি প্ৰমীলাৰ মাকে ক'লতহে দিহিঙীয়ানীৰ মনটো পাতল হ'ল। খলিফাৰ ঘৰৰ প্ৰসঙ্গ অহাৰ লগে লগে দিহিঙীয়ানীয়ে খলিফাই খোজ কাঢ়িব নোৱাৰা অৱস্থা হৈ আছে বুলি প্ৰমীলাৰ মাকক কথাৰ চলতে  কথাটো ওলিয়াই বহল হৈ যায় বুলি ফুচ্‌ফুচাই সঁচা

কথাটো প্ৰমীলাৰ মাকক কৈ কাৰো আগত মৰিলেও নক'বলৈ বুলি বধ শপত দিলে। প্ৰমীলাৰ মাক ৰাংঢালী মানুহ। তাতে গাভৰু কালতে বিধবা হৈ আকৌ বিয়া নোসোমোৱাকৈ থকা মানুহ। দিহিঙীয়ানীয়ে টিপতে কথাটো কৈছিল যদিও প্ৰমীলাৰ মাকে কথাবোৰ শুনি বেয়া লাগক ছাৰি হাঁহিহে দিলে। মুখৰ তামোলৰ পিক এসোপা চাদৰখনত পৰিল। হাঁহি ৰাখিব নোৱাৰি বাহিৰলৈ ওলাই গৈ ডিঙিত তামোল লাগি চৰচৰনীও খালে। দিহিঙীয়ানীয়ে পানী এবাটি দিলতহে প্ৰমীলাৰ মাক ৰক্ষা পৰিছে। " বামুণটোৱে মুছলমান মানুহটোক কাপোৰ খুলি বান্ধ...... বুলি আকৌ হাঁহি উঠিল। দিহিঙীয়ানীৰ ভয়তে তৎ নাইকিয়া হ'ল। প্ৰমীলাৰ মাকে পাগলীজনীৰ দৰে হাঁহি থাকোতেই কোনোবা আহি ওলালে সৰ্বনাশ হব। উঘাকেইটা দি প্ৰমীলাৰ মাক যাওঁতে দিহিঙীয়ানীয়ে দঢ়াই দঢ়াই কথাটো কাৰো আগত নকবি বুলি কৈ পঠিয়ালে। তথাপি দিহিঙীয়ানীৰ সন্দেহ থাকিল। গাওঁখনৰ ভিতৰত ভংভঙীয়া মানুহ আছে যদি সেইজনীয়েই। প্ৰমীলাৰ মাক যোৱাৰ পাচত দিহিঙীয়ানীৰ, মুখত শুনিলো' বুলি যাতে তাই কথাটো নকয়, সেইটো সাৱধান কৰি দিবলৈ প্ৰমীলাৰ মাকৰ ওচৰলৈ ওলাই গ'ল। দিহিঙীয়া বুঢ়াই কাকো নক'বা বুলি ৰহেশ্বৰ বুঢ়াকো কথাটো কৈছিল। লোকৰ মুখৰ পৰা ঘৰৰ নিজৰ গিৰিয়েকৰ কথাটো জানিবলৈ পাই লেঙেৰীয়ে লাজত পৰি খলিফাক জেংজেঙাই ধৰিলেহি। সাত গোষ্ঠী উদ্ধাৰ কৰি লেঙেৰীৰ গালি শপনি শুনিও খলিফাই একো উত্তৰ দিয়া নাছিল। শেষত লেঙেৰীৰ বকনি বন্ধ নোহোৱা দেখি বোলে "হোৱা কথা হৈ গ'ল। নিজৰ দোষত নিজে শাস্তি ভোগ কৰিলো, আকবৰে গম পোৱা হ'লে কি ঘটনা কৰিলেহেঁতেন কথাটো ভাবি নাচাৰ কেলেই?" লেঙেৰীয়ে কথাটো ভাবি চালে। খলিফাই হুলস্থুল নলগাই ভালেইকৰিলে।

আকবৰহঁতেও কথাটো গম পালে। কথাটো পুৰণি হ'ল। সিহঁতে লাজতে খলিফাক একো নুশুধিলে যদিও দীঘলা বসন্তৰ হতুৱাই খলিফাৰ পৰা কথাবোৰ ল'লে। খলিফা কংসৰ ঘৰলৈ যোৱাৰ দিনৰে পৰা মাষ্টৰৰ পানীলগা জ্বৰ। বলোৰাম, বকুল দুয়োটাৰে ৰাতি ডিউটি আছিল কাৰণে কোনো আলোচনা হোৱা নাছিল। সেইদিনা দীঘলা বসন্তৰ ঘৰত গধূলি আটাইকেইটা গোট খালেহি। মানুহবোৰে আহোম, শালি, সুবাগমণি, আদি লাহি ধানত কাছি লগাইছে। নিকুঞ্জ, হৰেশ, বগাইকে আদি কৰি ভালেখিনি মানুহে মুখেৰে মালিকক খবৰ

নিদিওঁ বুলিও ধান দোৱাৰ খবৰ দিছেগৈ বুলি বকুলে কথা আৰম্ভ কৰিলে। দীঘলাই আধি মাটিত কাছি লগোৱা নাই।

ফনীধৰে, ফটিকে খন্দুৱা ধান নি ভঁৰালত সুমোৱাইছে। যি কেইঘৰে আগৰ কথা নামানিলে, সিহঁতক এতিয়া কথা কৈ একো লাভ ন'হ'ব। বাকী আধি খন্দুৱা খোৱা মানুহখিনিক মাতি আনি আলোচনা কৰাৰ সিদ্ধান্ত লোৱা হ'ল। বংশী, বকুল দীঘলা, আকবৰে চুবুৰীবোৰৰ মানুহ মাতিবলৈ ভাগ কৰি ল'লে। মনবৰ, মণিৰাম, জগন্নাথে ঘৰে ঘৰে আহি মানুহক ভয় খুৱাই মালিকৰ ওচৰলৈ পঠিওৱা খবৰবোৰ বংশীহঁতে পাইছে যদিও এতিয়া দালালৰ বিৰুদ্ধে কৰিবলগীয়া একো নাই; তাৰ বিপৰীতে ৰাইজক দৃঢ়মনা হ'বলৈ চেষ্টা কৰাৰ ওপৰতে মাষ্টৰে বেছি গুৰুত্ব দিছে। মাটিৰ মালিকবোৰে নিশ্চুপ হৈ থকা মানে সিহঁতে মাৰপিট এখন আৰম্ভ কৰিবলৈ যে চেষ্টা চলাইছে তাৰেই প্ৰমাণ খলিফাৰ ওপৰত কৰা অত্যাচাৰ। সেইটো কথা বুজাই দি কোনো কাৰণেই যাতে কোনেও হাই-কাজিয়া কৰি পুলিচ গাঁৱত সুমোৱাবলৈ মালিকক সুবিধা দিয়া নহয়, তাৰ কাৰণে প্ৰত্যেককে সাৱধান কৰি দিছে। সংগ্ৰাম আকবৰে আৰম্ভ কৰি দিছে। ফটিক, ফনীধৰহঁতে ৰাইজৰ পক্ষ লৈছে। হৰেশ বগাইহঁতে বাধ্য হৈহে মালিকৰ পক্ষ লৈছে। এজন দুজনকৈ হ'লেও ৰাইজৰ পক্ষত মানুহ চামিল কৰিব নোৱাৰিলে শত্ৰু পক্ষৰ জয় অনিবাৰ্য। শত্ৰুৱে অস্ত্ৰ যোগাৰ কৰাৰ উপৰিও ৰাইজৰ মাজত বিভাজন আনিবলৈ চেষ্টা কৰিব। সাহস আৰু দৃঢ়তাৰে শান্তিপূৰ্ণভাৱে ৰাইজক গোটপিট খুৱাই সংগঠনটো সবল কৰিবৰ কাৰণে আনহে নালাগে এইকেইদিন নিজৰ সকলো কাম বাদ দি সংগ্ৰামৰ প্ৰস্তুতি কৰিবলৈ বাৰে বাৰে ল'ৰাহঁতক মাষ্টৰে বুজাইছে। পিচদিনাৰ কাৰণে মানুহ মাতিবলৈ আৰু তালিকামতে আধি খন্দুৱা খোৱা মানুহৰ নামবোৰ লৈ ঘৰে ঘৰে গৈ বুজাবৰ কাৰণে বংশীহঁতে তেতিয়াই যাবলৈ ওলাল। চৰম মুহূৰ্ত্ত উপস্থিত। ব্যস্ততাৰে সৈতে আটাইকেওটা দীঘলাৰ ঘৰৰ পৰা গ'লগৈ। মাষ্টৰো ঘৰলৈ গ'ল।

গধূলি নামঘৰৰ আগৰ কৰছ জোপাৰ তলত ধাঁহনিত জুই একুৰা জ্বলোৱা হৈছে। নামঘৰৰ ভিতৰলৈ খলিফা আকবৰ সোমাব নোৱাৰে কাৰণে মুকলিতে মিটিং হ'ব। বুঢ়া কিজনক খলিফাক শাস্তি দিয়াৰ আলোচনা হ'ব বুলি বকুলে মাতি আনিছে। জুইৰ ওচৰত মিলন, ভূধৰ, বহেশ্বৰ, দিহিঙীয়াহঁত বহি বিড়ি হুপিছে। ফটিক, ফনীধৰ, সোণধৰ, আহিল। নিয়াজ বুঢ়াও আহিছে।

মাষ্টাৰো আহিল। বংশীহঁত আৰু খলিফা আহি পোৱাহি নাই। দীঘলাই তামোলৰ টোপোলা এটা ৰাইজৰ ফালে দি গ'লহি। পথাৰৰ মাজৰ পৰা কুঁৱলীবোৰ গছৰ তললৈ আহিছে। আন্ধাৰৰ লগত যুদ্ধ কৰিহে কুঁৱলীবোৰ যেন জুইৰ পোহৰলৈ ঢপলিয়াই আহিছে। বতাহ জাকে জুইকুৰা উৰুৱাই নিছে। মাষ্টৰে বৈ চাই থকাৰ পৰা মাত দিলে বোলে, "আমাৰ অৱস্থাও এইটোৱেই দীঘলা। আন্ধাৰ আঁতৰাই আৰু শীতৰ পৰা ৰক্ষা পৰিবলৈ আমি জুই জ্বলাইছো। বতাহেও আমাক পোহৰত থাকিবলৈ নিদিয়ে। আমাক জুইৰ তাপ লাগিবই। আমাক পোহৰ লাগিবই।" ৰহেশ্বৰ বুঢ়াই বোলে "বতাহত জুই জ্বলাব নোৱাৰ। নামঘৰৰ ভিতৰলৈকে নগলিনো কেলেই?" ৰকুলে বোলে ৰৰপিতাই তাকে চাবে কৈছে। আন্ধাৰ মানেই এইবোৰেই। একেলগে ফুৰিছো খাইছো একেলগে মৰিবলৈও ওলাইছো। তাৰ ভিতৰৰে এটাৰ কাৰণে নামঘৰত সোমোৱা নিষেধ। আকবৰ, মৈইন ককাইটিহঁত নামঘৰত সোমালে নামঘৰটো বোলে চুৱা হ'ব। এইবোৰ নীতি নিয়মৰ আন্ধাৰ, বৰপিতাই। আমাৰ ইয়াতে হৈ যাব। তোমালোক বুঢ়া কিজনৰ কষ্ট হৈছে যদিও মনবৰ দদাইৰ লগত তৰ্ক নকৰোগে।" মানুহ কিছু গোট খাইছে যদিও বেছিভাগ থিয় হৈ আছে, যেন বাধ্যত পৰিহে তেওঁলোক আহিছে। এতিয়াই যেন যাবগৈ। প্ৰমিলাৰ মাক, পাভে বুঢ়ী, পুহীতাৰ লগতে লেডেৰীও আহি বহিলেহি। দিহিঙীয়াই বোলে "খলিফা, আমি ৰাইজ গোট খাইছো যদিও কংসৰ ওপৰত বিচাৰ কৰিবলৈ অহা নাই; কাৰণ তেওঁক মতাও নাই, মাতিলেও নাহে। সেই কাৰণে একপক্ষীয় বিচাৰ কৰিব নোৱাৰি; যদিও তোৰ কথাখিনি শুনি ৰাইজে কি মত দিয়ে তাকে শুনোচোন।"

দীঘলাই বোলে "আজি খলিফা কাকাইক যিটো কৰিলে, কালিলৈ মোকো সেইটো কৰিব, ৰাইজ। আইনমতে পুলিচেও মানুহক শাস্তি দিব নোৱাৰে। তেনেস্থলত মানুহক ঘৰলৈ নি এনেকুৱা যমৰ শাস্তি কোনখন আইনমতে দিলে?" ফণীধৰে বোলে "আজিৰ দিনত সহিলে সম্পদ বোলা কথাষাৰ নাখাটে ৰাইজ।" সহি থাকিলে মূৰৰ ওপৰত উঠা দিন-কাল হ'ল। তাকে চাই ৰাইজে কংসকো বিচাৰলৈ মাতিব লাগে। তেওঁ নাহিলে, ৰাইজ নামানো বুলিলে ৰাইজেও তেওঁক এঘৰীয়া কৰিব লাগে। মাষ্টৰে মাত দিলে, কংস যদিও এম. এল. এ. হৈ থকা নাই তথাপি তেওঁ শাসক দ'লৰ পাণ্ডা। তেওঁ যি কয় সেইদৰে ওপৰৰ পৰা হুকুম আহিব। ৰহেশ্বৰ ককাইদেউক চুলি খুৱাই চুণৰ চিটিকি দিবলৈও টেলিফোন এটা কৰিলেই হ'ল, দোষী-নিৰ্দোষী বুঢ়া-মেথাৰ বাচ-বিচাৰ একো নকৰা মহা

অন্যায় হৈছে। ৰাইজে অইন একো কৰিব নোৱাৰিলেও প্ৰতিবাদ কৰিবতো পাৰে। মুখৰ ভাত, চাকৰি, ব্যৱসায়, সকলো কাঢ়ি নিলে। সেইবুলি, নিলেও বুলি জুইশালৰ গুৰিত আলোচনা কৰি থকাতকৈ দলে বলে ৰাইজ গোট খাই প্ৰতিবাদ কৰিবলৈ ওলাই আহক। দেশখনৰ কথা নালাগে নিজৰ গাওঁখন, অঞ্চলটোৰ অভাৱ-অনটন গুচাবলৈ ৰাইজ একগোট হওঁক।" মিলনে বোলে "তুমিনো ইমানদিনে ক'ত সোমাই আছিলা? ৰাইজখন যে এন্ধাৰত গেলি আছে বংশীহঁতেহে তোমাক দেখুৱাই দিলে নেকি? সিহঁতক খুছি খুছি ওপৰলৈ উঠাই দি জানোছা টুপাই ঘুৰ মাৰা তাৰেনো কি প্ৰমাণ আছে? আমাৰ বয়সো নাই শক্তিও নাই। প্ৰতিবাদ জিন্দাবাদ, সেইবোৰ চিঞৰিবলৈ সাহসো নাই আৰু সেইবোৰ চিঞৰি কোনে কিটো সুখ পাইছে তাকো দেখিছো।" দিহিঙীয়াই বোলে, "দেখিলো ঐ, ছাত্ৰ নেতাবোৰে মটৰ গাড়ী লৈ ৰাইজ ওলাই আহক বোলোতেই ল'ৰাখনে "আহ ঐ, আহ, ওলাই আহ" বুলি গাঁওখন চিঞৰি তাল ফাল লগাইছিলে। ৰাইজ জাকে-জুমে ওলাই গৈছিল। পিছে ৰাইজে কিডাল পালে? বিদেশীবোৰ খেদিবলৈ ডাঙৰ ডাঙৰ মাষ্টৰ, প্ৰফেচাৰ, আমোলা, উকীলবোৰ ওলাই নাহিল কিয়? ৰাইজক উচতাই জোল খোৱাবোৰো নাহিলেচোন? বকুলে বাপেকৰ কথাৰ মুখতে ধৰি ক'লে, "বুজিছ্ পিতাই এসাজ খাই, এসাজ নেখাই পৰৰ থোঙোনা খাই এইদৰে আঠুকাঢ়ি জীয়াই থকাতকৈ মৰিব লগা আছে যদি থিয় হৈ মৰিম। "নাঙল যাৰ মাটি তাৰ" বুলি ভোট বিচাৰি অহা জাককো এবাৰ ৰাইজে ভোট দিছিলে। কেইঘৰক সিহঁতি মাটি দিলে? মুঠতে আমি সাঁতুৰিব নাজানিলে পানীৰ পৰা উঠিব নোৱাৰোহঁক। আমি সাঁতুৰিবলৈ শিকিছো। মাঁউখে উটিলে গুৰি পৰ্ব্বাবো মৰণ নাই বুলিছে।" বকুলৰ মুখৰ লেকচাৰটো শুনি দিহিঙীয়া থৰ লাগিল। মূৰত কুঠাৰ মাৰিলেও ইংৰাজী এবাৰ লিখিব পঢ়িব নজনা মানুহটোৱে মালা গথা দি কথা কৈছে। মন্ত্ৰীয়ে মিটিঙত কোৱাৰ দৰে বকুলে কথা ক'ব জনা হ'ল।

মাষ্টৰে বোলে "ৰাইজ আমি খলিফাৰ কথালৈ আহো। মই ভাবিছো খলিফাই লপা-থপা খোৱাৰ কাৰণে এটা ভাল শিক্ষা পাইছে। সহিলে সম্পদ বুলি তেওঁ ডিঙিটো আগবঢ়াই দি শিক্ষা লৈছেগৈ। আনহাতে আমাৰ ৰাইজেও লপা-থপা, চৰ-ঘোচাক সহ্য কৰিব পৰা হৈছে কাৰণেহে খলিফাৰ বিচাৰ নকৰো বুলি কৈছে। এতিয়া দেখিছো ককাল ভাঙি ৰাইজ গোটেইখনকে পেলাই থলেহে ৰাইজে মাত মাতিব লাগে বুলি বুজিব। বিনাদোষত গাঁৱৰ মানুহ এটাৰ ওপৰত

ইমান অত্যাচাৰ কৰাৰ পিচতো বিচাৰ কৰিব নোৱাৰো বুলি কোৱা মানে নিজকে নপুংসক বুলি কোৱাহে হৈছে।" মাষ্টৰে ৰাইজক নপুংসক বুলি আওপকীয়াকৈ কোৱা কথাত ভূধৰৰ খং উঠি আহিল, "ৰাইজৰ দুখত এওঁৰ বুকুখন বৰকৈ জ্বলিছে যেন পাইছো। মাষ্টৰ, কি হ'ল? মৌ বৰষা কথা বৰকৈ ক'বলৈ লৈছা দেখোন? ৰাইজক আওপকীয়াকৈ গালিও পাৰিছা? মুখত লেকাম লগাবা দেই, কৈ থলো।" ভূধৰে খঙত আঁতৰি গৈ বৈ থাকিল।

মিলনে বোলে "ভোট খেলিবলৈ মন হৈছে যদি ৰাইজক খোলাখুলি কৈ দিয়া।" মিলনৰ কথা শুনি ভূধৰে বুকুত সাহ গোটাই আগবাঢ়ি আহি বোলে "এই বুঢ়া বয়সত তুমি ৰাইজৰ কাৰণে হিয়া ভুকুৱাই কান্দিব লগা হ'ল কেলেই? ইমানদিনে তুমি টোপনিয়াই আছিলা নেকি? মিলনেও ক'লে— দিয়া মাষ্টৰ, প্ৰথমতে নামঘৰৰ খুটাকেইটাকে তোমাৰ বেংকত জমা কৰি থোৱা পইচাৰে পকা কৰি দিয়া। আমি লাগি যাম। তোমাক আমি ভোটত জিকাই দিম।" মাষ্টৰ ৰঙা-ছিঙা পৰিছিল যদিও গাঁৱৰ মানুহখিনিয়ে তেওঁক তিৰস্কাৰ কৰাৰ কাৰণে দোষ দিব নোৱাৰিলে। সঁচা কথা মাষ্টৰে টোপনিৰ পৰা সাৰ পাই উঠি ৰাইজৰ কাৰণে কান্দিবলৈ অহাৰ দৰেই হৈছে। তথাপিটো মাষ্টৰে ক'লে "ৰাইজ এইটো ঠাট্টা-মস্কৰা কৰাৰ সময় নহয়, উলাই কৰা কথাও হয়। ভুল কৰা মানুহেও শুদ্ধ পথ ল'ব পাৰে। ল'ৰাহঁতৰ চকু খোল খাইছে। আপোনাসকলে তেওঁলোকক সহাৰি দিয়ক, সহায় কৰক। আগবঢ়াই দিয়ক। এই আঘোণমহীয়া দাংধৰা অঞ্চলৰ বাটৰ বোকা কিয় যোৱা নাই? কণ-কণ ল'ৰা-ছোৱালীয়ে এই জাৰত মাটিত বহি বেৰ ছাল নোহোৱা সেই স্কুল ঘৰটোত কিয় পঢ়িব লগা হৈছে? ল'ৰাক ভালকৈ শিক্ষা দিব পৰা শিক্ষক স্কুলত নাই কিয়? মানুহৰ বেমাৰ হ'লে সাত-আঠ মাইল দূৰলৈ হস্পিতাল বিচাৰি কিয় যাব লাগে? কৃষকৰ গৰুৰ বেমাৰ ভাল কৰিবলৈ পশু চিকিৎসালয় গাঁৱত নিদি ব্যৱসায়ীৰ কাৰণে নগৰত কিয় দিছে? গাঁৱৰ ল'ৰা-ছোৱালীয়ে খেলা-ধূলা কৰিবলৈ খেল পথাৰ নালাগে নেকি? নাটক-ভাওনা কৰিবলৈ এটা ৰঙ্গমঞ্চৰ দৰকাৰ নাইনে? গাঁৱলৈ সাহিত্য, সাহিত্যিক সোমাব নপায় নেকি?"

মাষ্টৰৰ কথাবোৰ ক্ৰমে ডাঙৰ হৈ গৈছিল। ৰাইজে তলমূৰ কৰি শুনি আছিল। বকুলে বোলে 'চাৰ সেইবোৰ কৈ থাকিলে লাভ নাই। সকলোৰে চকু আছে। ধান খেৰ পাৰি সকাম নিকামত বহা মানুহৰ, কলপাতৰ ৰভা দি বিয়া সবাহ পতা মানুহৰ টোপনি, চিঞৰি চিঞৰি ক'লেও নাভাগে। নগৰৰ মানুহে

মুখেৰে মাত মাতিব জানে কাৰণে লাইট, পানী; হস্পিতেল, বাট-পথ, থিয়েটাৰ কৰা ঘৰ সকলো উলিয়াই লৈছে। আমাৰ মাজত মাত মাতিব পৰা মানুহটো নায়েই, একগোট হ'বলৈ গ'লেও আমাক ৰাইজে বাধা কৰে। খলিফা দদাইক অপমান কৰা মানে প্ৰত্যেকজন গাঁৱৰ মানুহক অপমান কৰা হৈছে। গোটেই গাঁৱৰ মানুহ মখাই মতাই মাইকীয়ে ডি. চি.ৰ ওপৰত উবুৰি খাই পৰি বিচাৰ লাগে বুলি চিঞৰিলে বিচাৰ নকৰাকৈ থাকিব পাৰেনে? এতিয়া ইয়াত যিখিনি মানুহ গোট খাইছে সকলোৰে কোৱাইক-দদাইক অপমান কৰাৰ বিচাৰ বিচাৰি ডি.চি.ৰ ওচৰলৈ যাবানে নোযোৱাইক? মনত পৰা দিনৰে পৰাই আমি মালিকক নিদিওঁ বুলি লাগিছো। ইয়াত থকা মানুহখিনিয়ে যি যি লোকৰ মাটি আধি খন্দুৱাত কইছো। এইবাৰৰ পৰা আমি আধি খন্দুৱাৰ ধান মালিকৰ মাটি খাইছো সকলোৰে কোৱাইক, ধানৰ ভাগ মালিকক কোনোবাই দিবলৈ মন আছে নেকি? ভয় কৰিব নালাগে। আমি দলৰ আগত বুকুপাতি থিয় হওঁগে। আমাৰ পাচত ৰাইজখনে থিয় হ'লে পুলিচহে নালাগে প্ৰধান মন্ত্ৰীয়েও মুখেৰে নামাতে?' বংশীয়েও "কোনোবাই আধি খন্দুৱাৰ ভাগ দিবলৈ ইচ্ছা আছে যদি মনৰ কথা খুলি কোৱা" বুলি মাত দিলে। সোনধৰে বোলে—"মাছে মাতিব পাৰে ঐ, পিছে পানীয়ে কোৱাৰি ভেটি ধৰে। ধান নিদিয়াকৈ থাকিব পাৰিলে ৰাইজে স্বৰ্গকে ঢুকি পাব। পিছে পৈত্ৰিক সম্পত্তি, দেহাবোৰ ঘূৰ্ণীয়া হয় বুলি হাঁ-হুকাৰ কৰিবলৈ ভয় খাইছে। মোৰ মাটি-বাৰী নায়েই। নাই যদিও ৰাইজৰ লগত মৰিবলৈ মই আগবাঢ়ি যাম দেই।"

ফণীধৰে বোলে— মোৰ হ'লে সেইটো কথাত পূৰা সমৰ্থন আছে। ৰাইজ, মোক দেখিছেহে কেলেং কেপেং, বুকুৰ ভিতৰখন হ'লে যুঁজৰ কুকুৰা হৈ আছে। মৈইনে বোলে— এমাহৰ আগতেই আমাক ৰামধাৰীয়ে নটিচ দি থৈছে। মাটি এৰুৱাই দিলে নটা ল'ৰা-ছোৱালীৰে জীয়াতে মৰিম। ৰকুলে কোৱাৰ দৰে নাখাই মৰাতকৈ যুঁজতে মৰিম। আমি জানৰ মুখৰ মানুহ চাৰিটাই ধান নিদিওঁ। তইঁতি মাত্ৰ আমাক বিপদত পৰিলে মাৰ বান্ধি যাবি। প্ৰায় ভাগ মানুহেই মুখেৰে নামাতিলে কাৰণে দিহিঙীয়াই মাত লগালে। "তইঁতি ধান নিদিও বুলিছ হয়, আধি খন্দুৱা মাটিবোৰ একছনীয়া বা তৰ্জু পট্টা হোৱা হ'লে চিন্তাই নাছিল। কিন্তু মালিকৰ মাটিবোৰ ম্যাদী। দেশৰ আইন ভঙ্গ কৰি লোকৰ ম্যাদী মাটি দখল কৰিবলৈ গ'লে চৰকাৰখন বহি থাকিব জানো? সভা-সমিতি

পাতি চৰকাৰৰ ওচৰত প্ৰাৰ্থনা জনাব পাৰোহঁক। তাত আমিও সহযোগ কৰিম। কিন্তু আইন অমান্য কৰিবলৈ আমি নকওঁ" ভূধৰে দিহিঙীয়াৰ কথাৰ সুৰতে ক'লে— "তুমি নিয়মৰ কথা কৈছা কোৰাইটি। বোলে— সভাত থাকি নকয় উচিত, দোষে পায়-কিঞ্চিত কিঞ্চিত। আইন ভঙ্গ কৰিবলৈ যোৱাৰ আগতে আমি উচিত কথা ক'ব লাগিব। ধান নিদিওঁ বুলি ক'লেই মালিকবোৰ বহি থাকিব বুলি ভাবিছহঁক নেকি? পুলিচ মিলিটেৰী লৈ আহি ভঁৰাল ভাঙি ধান উলিয়াই লৈ যাব। বন্দুকৰ আগত 'পৰি দিবিনে, ঢেকী থোৰালৈ যুঁজ কৰিবি? কিটো সাহসত তহঁতি আগবাঢ়িছ ক'ছোন? মাষ্টৰে চেগ বুজি পলাই ফাট মাৰিব। মাৰিবি তহঁতি।

মিলনে বোলে—নহয়নো কি? এটা বন্দুকৰ গুলী ফুটিলে কোন কেনি পলাবি তাৰ ঠিকনা নাই। মাষ্টৰৰ সেইখন কমিনিষ্ট বুদ্ধিত ঘূৰ্ণীয়া নহবি ঐ ল'ৰাহঁত। কাৰোবাৰ বুকু সুদা কৰিবলৈহে তহঁতি ফেপেৰি পাতিছ বুলি কৈছো। বোলে, "বুঢ়াৰ কথা নুশুন ডেকা, টানত পৰি কিয় কেকা? আমাৰ কথা-ঠেং তলে সৰকাই নাযাবিহঁক। বংশী মোৰ ভাগিন হ'লে কি হ'ব। তাৰ কি আছে? নাই ঘৰ-সংসাৰ, নাই জাত পাত, নাই আপোন পৰ। সি ক'ত মৰে মৰকগৈ। তহঁতি বাকীবোৰে তাৰ লগত সাঙোৰ খাই মাৰিবলৈ আগবাঢ়িছ কেলেই? গাওঁখনৰ মানুহবোৰে শান্তিত থকাৰ কাৰণে তাৰ গাত তৎ নোহোৱা হৈছে। মৰিবি, মৰিবি। বুঢ়াৰ বুদ্ধি নুশুনি তাৰ বুদ্ধিত চলিলে জহন্নামে যাবিহঁক।"

মিলনে বংশীৰ নাম ধৰি কোৱাৰ কাৰণে দিহিঙীয়াৰ ক'বলৈ চল ওলাল। গোসাঁইক তেওঁলোকৰ আগতে বংশীয়ে কৰি থৈ অহা অপমানৰ কথাবোৰ দিহিঙীয়াই পাহৰা নাছিল। সুবিধা পাই বোলে "মই হ'লে পেটৰ কথা লুকুৱাই নথও দেই। কৈ দিছো, মই বোপাইৰ দিনৰে পৰা সত্ৰৰ মাটিত খেতি কৰি ল'ৰা-ছোৱালী তুলিছো। দেশৰ নিয়ম দস্তুৰ ভাঙি মই অধৰ্ম নকৰো। গোসাঁইৰ মনত কষ্ট দি মই মহাপাপ কেতিয়াও নকৰো। গোসাঁইয়ে কাকো ঠগীও মাটি লোৱা নাই। সেইবোৰ ৰজা দিনৰে মাটি।" বাপেকে কথা শেষ কৰিবলৈ নৌ পাওঁতেই বকুলে উঠি বোলে "তই ঘৰে ঘৰে নাম গোৱা খাই ফুৰোতেই দিন গৈছে অ', কোনোবা দিনা বোকাত নামিছিলি জানো?- খেতি কৰিছো মই। ধান দিওঁ নিদিওঁ সেইটো মইহে জানো। তই মুখেৰে নামাতিবি।" বাপেক পুতেকৰ মাজত তৰ্কা-তৰ্কি আৰম্ভ হ'ল। বুঢ়া কিজনে এসাঁজ নাখাই হ'লেও শান্তিত থাকিব

বিচাৰে। বকুলহঁতে কয় পেটৰ ভোকত থকাতকৈ ডাঙৰ অশান্তি একোৱেই নাই। তৰ্ক বাঢ়ি গৈ আছে। কাৰো মাত কোনেও নুশুনাৰ অৱস্থা হৈছেগৈ। আঘোণৰ ৰাতিৰ মুকলিৰ জাৰতো সকলোৰে গাবোৰ গৰম-গৰম লাগিছে। মাষ্টৰে কিবা-কিবি কৈ ৰাইজক শান্ত কৰিবলৈ চেষ্টা কৰিছে। ল'ৰাহঁত মনে মনে থাকিলে বুঢ়া কিজনে ক'বলৈ আৰম্ভ কৰি দিয়ে। মিলনে বংশীক গোসাঁইৰ লগত ফেপেৰি পতাৰ কাৰণে বাহি শ হ'বি বুলি শাও দিয়াৰ কাৰণে বংশীয়ে ডিঙি ফালি চিঞৰি চিঞৰি ক'লে " মই গুৰু-গোসাঁই, আই-বোপাই কাকো নামানো। অন্যায় কৰিলে কমেই। তহঁতি শাস্তি বিচাৰিছ। মাটিৰ তলত গাত খান্দি সোমাই থাকগৈ। মুখেৰে নামাতি নামাতি নিজে ৰসাতলে গলিয়েই; আমাকো পিছৰ পৰা টানি নৰকত পেলাবলৈ চেষ্টা কৰ? আমি তহঁতৰ কথা নামানো।" বংশীৰ মাতত দিহিঙীয়াহঁতৰ মাত তল পৰিছিল।

ইমান সময়ে আকবৰ মনে মনে আছিল। সি বোলে "মই কিন্তু ছয় বিঘা মাটিৰ ধান এমুঠিও নিদিওঁ। তাৰ বাবে যি হয় হৈ যাওঁক। বাৰীখনৰ টিঙনা কাটি কাটি হোলাটোৰ এফাল পুতি বৰাই ৰোৱতী মাটি কৰিলে। সেইডোখৰ মাটিত লঘোণে ভোকে দেহা মাৰি ৰবাৰ গেষ্ট্রিক বেমাৰ হ'ল। মনত পৰাৰে পৰা সেইডোখৰ মাটিকে কই আধি ধানেৰে ছয় মাহ খাইছো। বাকী ছয় মাহৰ ধান কংসক দিব লগা নোহোৱা হ'লে মানুহ মুৰা হৈ থাকিলোহেঁতেন। ধানখিনি তাৰ ভঁৰালত সুমুৱাই থৈ আহোঁতে মোৰ বুকুখন ফাটি যায়। ঘূৰি আহোতে যিকুৰা জুই বুকুৰ ভিতৰত জ্বলি আছে সেই জুই ছয় মাহলৈ উমি উমি জ্বলি থাকে ৰাইজ। মই কিন্তু এইবাৰ এমুঠিও ধান নিদিওঁ, সেইটো কথা কৈ দিছো।" বকুলে বোলে "বামুণেই হওঁক বা গোসাঁয়েই হওঁক মাটি কোনেও জন্ম হওঁতে লগত লৈ অনা নাই। দেহা মাৰি খেতি কৰিছো, ধানৰ ভাগ বিচাৰি কোনোবা আহিলে মই কিন্তু খৈয়াই দিম।"

মূৰে-গায়ে কম্বল এখন আৰু হাতত লেম্প এটা লৈ মংলা বুঢ়া আহি ওলাল। মংলাই বলোৰামক বিচাৰি কংসৰ মিলনলৈকো গৈছিল। তাক তাত নাপাই কংসৰ ঘৰতো সোমাইছিল। কংসই হেনো মংলাক ক'লে "তোৰ পুতেৰে মোৰ বিৰুদ্ধে মিটিং কৰি ফুৰিছে। তাক ঘৰ দিলোঁ, সি ঘৰত নাথাকে আৰু কেইদিনমান চাই লওঁ, তাক কামৰ পৰা খেদি দিম। কামৰ পৰা ওলাই গ'লে সি দিনে-ৰাতিয়ে মিটিং কৰি ফুৰিব পাৰিব।" মংলাই কথাখিনি কৈ ৰাইজৰ

ওচৰত বিচাৰ দিলে। মংলাৰ মাটিবাৰী খেতি পথাৰ নাই। তেনে স্থলত বাৰে বাৰে বাধা কৰা স্বত্বেও বকুলে বলোৰামক ফুচুলাই এইবোৰ মিটিঙলৈ লৈ আহে বুলি আকবৰ বকুলইঁতক গালি-শপনি পাৰিলে। বলোৰামে মংলাক বুজাব নোৱাৰি খং উঠিল। সি বোলে "মই কি দুধ খোৱা বাচ্চা যে মোৰ পিছে পিছে ঘূৰি ফুৰিছ? কংসৰ চাকৰি কৰি সকলো মানুহে ভাত খাইছে নেকি? সি খেদি দিলে মৰি নাযাওঁৰে বাপ। মই হাল বাব জানো, কাৰোবাৰ ঘৰত হালোৱা সোমামগৈ। মই মহৰী কেৰাণী নহয় যে কলম চলাবলৈ নাপালেই মোৰ পেট মৰিব। এইবোৰৰ মাজত তই সোমাবলৈ নাহিবি। যা ঘৰলৈ যা।"

কণ্ঠিয়ে বোলে "মোৰ চাকৰি দুমাহেই নহ'ল, খেদা খালোৱেই! এতিয়া নেখাই থাকিম নেকি বৰ বাপ? মই একো বস্তু চুৰ কৰা নাই। কাঠফলা মেচিনৰ কৰত খনেৰে মই কি কৰিম বাৰু? সেইখন মোৰ বাকচৰ তলত পুলিচে বিচাৰি পালেহি। আচলতে সেইদিনা লীলাইঁতে ধান দ'ৰ্ ্লৈ আহোঁতে মই আকবৰইঁতক দোকানত পাই একেলগে ধান দোৱাত আছিলো। তাকে দেখি জগন্নাথে কংসক লগাই দিলেগৈ।" মংলাই বোলে "তোৰ ৰকম নিমখ হাৰাম মানুহকে ৰাখিলে কংস বাবু বৰবাদ হৈ যাবেক জানলি। এটনা দয়া ধৰমি মানুষ। তোৰ ঘৰে বিপদ দেখি কেনে তোকে নকৰি দি থাকিছিলে ৰে কণ্ঠি। হামকে কংস বাবু তোৰ ৰাত ভি বলিৰহে। তুই নিমখ হাৰামি কৰলি। আৰু বেছি দিন নাই। বলোৰামৰ ভি তোৰেই ৰকম অবস্থা হৈ।" কথা কৈ থাকোতে মংলাৰ খং উঠি আহিছিল। সি বলোৰামক উদ্দেশ্য কৰি বহুত গালি-শপনি দিলে। তাৰ পিচত এতিয়াই ঘৰলৈ বল বুলি বলোৰামক হাতত ধৰি মংলাই টানিলে। মংলাৰ খং উঠা দেখি বংশীয়ে বলোৰামক ইংগিতেৰে ঘৰলৈ যাবলৈ ক'লে। মংলাৰ লগত বলোৰাম গ'লগৈ।

মংলা যোৱাৰ লগে লগে ভূধৰে উঠি ক'লে "ইহঁতি আমাৰ কথা নুশুনে কোৱাইটি। 'গালো বালো খোলাকতিৰ তাল' হ'ল। মৰিবলৈ আগবঢ়া মানুহক কথাকৈ শুনাব নোৱাৰা। মই হ'লে ইমানতে যাওঁহে। আৰু তহঁতি খলিফাৰ কথাৰে ডি.চি ৰ ওচৰলৈ যোৱাৰ কথা কৈছ। ৰাইজ গ'লে আমিও যাম। মাত্ৰ কেতিয়াকৈ যাব লাগে খবৰ দিবি, ধানৰ কথাৰে কিন্তু মই হ'লে এখোজো নাযাওঁ দেই কৈ দিছো।" মিলনহঁত বুঢ়াকিজন যাবলৈ ওলালে। মাষ্টৰে তেওঁলোকক অলপ বহিবলৈ কৈছিল। মিলনে ডাংখাই উঠি বোলে ৰ'বলৈ

কিডাল আছে? তুমি মহা শকুনি। গাওঁখন শান্তিৰে আছিল, সিহঁতক উচতাই দি তুমি লণ্ডভণ্ড কৰিবলৈ আহিছা। তোমাক চাব নাপায়।" মিলনে কৈ কৈ আগবাঢ়িলে। দিহিঙীয়াই বোলে "আমি তহঁতৰ লগত কথা পতাৰ লায়েকৰ মানুহ নহয়। আমাৰ হাক বচন নুশুনি জীয়া জুইত জাপ দিবলৈ ওলাইছহঁক।" বকুলক উদ্দেশ্য কৰি বোলে "তই যদি পুলিচৰ গুলী খাই কাপ কাপ কৰিও থাক, মই উভতি নাচাওঁ মোৰ শেষ কথা কৈ দিলো।" দিহিঙীয়া ভোঁ-ভোঁ কৰি ওলাই গ'লেই। ৰহেশ্বৰ বুঢ়াই আঁঠুত ভৰ দি কুঁজটো পোনাই থিয় হৈ ক'লে। "বোপাইহঁত মই মাত্র তহঁতক এষাৰ কথা কওঁ। আজুৰি খাবলৈকে দেহাবোৰ ঘূর্ণীয়া কৰি নল'বিহক। দোষী-নির্দ্দোষী বিচাৰ নকৰাকৈ মানুহৰ কি বিলাই বিপত্তি কৰিছে দেখিছই। ভাবি চিন্তি চাই আগবাঢ়িবি দেই বোপাইহঁত।" ইজনৰ পিচত সিজনকৈ "আমিও যাওঁ" বুলি সৰহ ভাগ মানুহ গ'লগৈ।



## ।। বিশ ।।

"গাঁৱলীয়া সমাজৰ বৰভেটিৰ তলত উঁইয়ে বাঁহ ল'লে। উঁইবোৰ খান্দি উলিয়াই নেপেলালে ভেটি এদিন খহি পৰিব। বুঢ়াসকলে সহায় নকৰে, কিন্তু সমৰ্থন কৰা হ'লেও;" মাষ্টৰে কথাবোৰ ভাবি ভাবি তলমূৰ কৰি বহি আছিল। ফণীধৰে বোলে, মাষ্টৰ, আমি দূৰণীবটীয়া কেইজনে যাওঁ বুলিছো। যাওঁহে যাওঁ, কিন্তু কথা দিলো দেই। ফটিক আৰু মই আহোম শালি দুই এদিনতে দাম। দাম যদিও ভঁৰালতহে সুমুৱামহি। গদাধৰক খবৰ নিদিওঁ।" সোণধৰে বোলে "ভয় নকৰিবিহঁত। বুঢ়াহঁতে চাপৰি দে বুলি ক'লেই চাপৰি নিদিবি। আমি জাপিসজিয়াৰ কেইটাই কথাৰ লৰচৰ নকৰো।" ফটিকে বোলে, "বুঢ়াকেইটা আমাৰ লগত থাকিলেনো কিটো কৰিব বুলি ভাবিছ?" খলিফাও যাবলৈ ওলাইছিল। ফটিকৰ কথা শুনি ঘূৰি আহি বোলে "ফটিকে সচাঁ কৈছে দেই। বুঢ়াখনৰ পৰা তহঁতি একো সহায় নেপাব। ডেকাবোৰক গোটাই-পিটাই জাকে-জুমে সাজু হৈ থাকিব লাগে। বোলে "মাউখে উটিলে গুৰি পৰৱাৰো মৰণ নাই।" খলিফাৰ লগতে মাষ্টৰো গ'লগৈ। জাপিসজিয়াৰ মানুহ কিজনৰ লগত কণ্ঠি আৰু মহিৰামো গ'লগৈ। দীঘলা, বসন্ত, আকবৰ, বকুল আৰু বংশীৰ বাহিৰে সকলো মানুহ ঘৰাঘৰি গুচি গ'ল। মানুহ গোট খুৱাইও একো এটা সিদ্ধান্ত কৰিব নোৱাৰি বংশী হতাশ মনেৰে জুইৰ ওচৰতে বহি পৰিল। আগদিনা ৰাতিৰ পৰা ইমান চেষ্টা কৰি মানুহ গোটালে। মানুহবোৰক ইমানকৈ বুজাই কোৱা হ'ল। তথাপি কেইটামান মানুহৰ বাহিৰে বাকীবোৰ নাহিল। বুজাই থৈ অহা মানুহবোৰেও ৰাতিটোৰ ভিতৰতে দালাল কেইটাৰ কথাত মতৰ পৰিবৰ্ত্তন কৰিলে। মানুহবোৰে বংশীহঁতৰ কথাবোৰ পেটেৰে সমৰ্থন কৰে। এই ব্যৱস্থাটো প্ৰত্যেক মানুহে বিচাৰে। কিন্তু নিজে আগবাঢ়ি নাহে। বংশী বিমৰ্ষ হৈ বহি থকা দেখি দীঘলাই বোলে "ইমানকৈ চিন্তা নকৰিবি, ঐ বংশী। ভুকুতে কলতো নপকে। আমি হাঁহ মাৰি ভোজ পতা নাই যে আহ বুলিলেই খাবলৈ গোটেই ৰাইজখন দৌৰি আহিব। ইমান সহজতে ৰণ কৰিবলৈ সাজু হোৱাহেঁতেন দেশ

কাহানিবাই ওলট-পালট হ'লহেঁতেন।" বকুলে বোলে, ৰণ কৰাৰ কথা বাদ দিয়াচোন দীঘলা ককাইদেউ, ৰাইজখন এনেকুৱা হ'ল যে ডেকাবোৰৰ হাতে হাতে একোটা বন্দুক ধৰাই দিলেও পুলিচ মিলিটাৰী এটা দেখিলে গোটেইখনৰ কানিয়ে-কাছুটিয়ে যাব। সেইবোৰ মানুহক গোটাই সংগঠন কৰিবলৈ বহুত কষ্ট কৰিব লাগিব।" জুইকুৰাৰ খৰিবোৰ আঁতৰাই সিহঁতি যাবলৈ ওলাইছিল। এনেতে উধাতু খাই জগন্নাথ দৌৰি আহি ফোপাবলৈ ধৰিলেহি। জগন্নাথক কোনোবাই মাৰিবলৈ খেদি আহিছে বুলি আকবৰ আগবাঢ়ি গৈছিল। জগন্নাথে "হাতী হাতী" বুলি চিঞৰি বকুলৰ গাত সাবটি ধৰিলে। আকবৰে হাতীৰ নাম শুনি, ঘুৰি আহি ধমক দি জগন্নাথক বোলে 'ক'ত হাতী ওলালে অ'? এইটোৱে লুকাই থাকি আমাৰ কথা শুনিছিল, বংশী। ই এইবোৰ চাল্ খেলিছে।" জগন্নাথে কান্দিবলৈ আৰম্ভ কৰি বোলে "সেইখিনিতে হাতী এটাই ধান খাই আছিল। মোক দেখি আলিৰ ওপৰলৈ উঠি মোক খেদি আহিছিলে।" জগন্নাথে থকথক কৰি কপিছে। দীঘলাই বোলে "ক'ৰ হাতীটোৱে তোমাক খেদিলেহে? ক'ত হাতী আছে? দেখুৱাই দিব পাৰিবা?" "মোৰ কথা বিশ্বাস নকৰে যদি নামঘৰৰ মুধলৈ যাওঁক। সঁচানে মিছা চাবলৈ ইয়াত নাথাকিব। নামঘৰৰ ভিতৰলৈ বলক।" জগন্নাথে কথাবোৰ কওঁতে প্ৰাণৰ কাতৰেৰে মাত ওলাইছিল। আকবৰে বোলে "তই ক'লৈ গৈছিলি? সচাঁ কথা ক। আমাৰ মিটিং শুনিবলৈ আহি.....? নামঘৰৰ মুধৰফালে হাতীয়ে চিঞৰা শুনিবলৈ পায় আকবৰ ৰৈ গ'ল। হাতীয়ে চিঞৰিছে হয়। জগন্নাথ নামঘৰৰ ভিতৰলৈ লৰ মাৰিলে। হাতী ওলোৱাটো সচাঁ, কিন্তু কাৰ হাতী? ৰামধাৰী আৰু গোসাঁইৰ হাতী অৰুণাচলত আছেগৈ। কথাটো কোনেও বুজিব পৰা নাই। মানুহৰ চিঞৰ বাখৰ এটা আহি সিহঁতৰ কাণত পৰিলহি। কাৰোবাক হাতীয়ে ধৰিলে। বংশীয়ে আধাপোৰা কাঠ এডাল লৈ হাতীৰ মুখৰ পৰা মানুহটোক ৰক্ষা কৰিবলৈ আগবাঢ়ি গৈছিল। জোপোহা এটাৰ দাঁতিয়েদি মিলনে ফোপাই আহি বংশীৰ গাত গৰা মাৰি ধৰিলেহি। মিলনৰ মুখৰ পৰা মাতেই ওলোৱা নাই। হাতে হাতে আধা পোৰা জ্বলি থকা খৰি লৈ বকুল, আকবৰ, দীঘলা হাতীৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ সাজু হৈ ৰ'ল।

"আজি হাতীৰ মুখত গৈছিলো ঐ। মোৰ হাতত পুথিখন নথকা হ'লে আজি মোক হাতীয়ে.... ....। হেৰ, নামঘৰলৈ সোমাইক। ইয়াত নাথাকিবিহঁত।

কোন সময়ত এইখিনি পাবহি ঠিকনা নাই।" মিলনে কাও বাও কৰাত আকবৰকে ধৰি আটাইকেইটা নামঘৰৰ ভিতৰ সোমাই দীঘলাই গাত লৈ থকা চেলেং চাদৰখন মিলনক পিন্ধিবলৈ দিওঁতেহে মিলনৰ খবৰ হৈছিল যে তেওঁৰ গাত চুৰীয়া নায়েই। হিন্দুৱে, মুছলমানে, ভকতিয়াই নামঘৰৰ ভিতৰত বহি থাকিবলগীয়া হ'ল।

মোমায়েকক ঘৰলৈ নগৈ কেনি গৈছিল বংশীয়ে সুধিলত বোলে মই সন্ধিয়াতে যোৱা মানুহ। তইঁতৰ মিটিং শুনি থাকি ইয়াতে দেৰী কৰিলো। লক্ষেশ্বৰৰ জীয়েকৰ দেওৰেক এটাক কিহবাই পাইছিলে। আচলতে পোৱা নহয়, কোনোবাই কুমন্ত্ৰ কৰি ল'ৰাটো পগলা কৰিছিলে। ডাক্তৰ লগালেনো সেইবোৰ বেমাৰ ক'ত ভাল হ'ব? সিহঁতে ইলিয়াছ ডাক্তৰকো দেখুৱালে আৰু কোনোবা ডাক্তৰক দেখুৱাইছিলে হ'বলা। শেষতহে মোক মাতিছিলহি। তালৈকে বুলি মিটিঙৰ পৰা বাহিৰে বাহিৰে গৈছিলো। লক্ষেশ্বৰৰ ঘৰলৈ গৈ দেখিলো যে ল'ৰা সিফলীয়া হ'লেই। তাৰ পৰা ঘূৰি আহোঁতে সেই হাতীটোৰ গাতে মই এন্ধাৰে মুন্ধাৰে খুন্দা মাৰি দিলোগৈ। লেমটো জ্বলি থকা হ'লেহে বাটত ৰৈ থকা হাতীটো দেখো। যেই খুন্দমাৰি দিলো মোক ধৰিলে সুঁৰডালেৰে পাকদি। নকৈছো মোক এই পুথিখনেহে বচালে বোপাইহঁত।" "নহয়হে তোমাৰ চুৰিয়াখনত ধৰিবলৈ পাইহে তোমাক এৰি দিলে। তুমি যিটো খুন্দা মাৰিলা সৰু-সুৰা হাতী হোৱা হ'লে কৰবাত ঠেং মেলি পৰিলেগৈহেঁতেন।" হাতীটো ওচৰতে থকা উমান নাপাই বকুলহঁতৰ ভয়টো ক্ৰমে নাইকিয়া হৈছিল, গতিকেই বকুলে মিলনক জোকাই তাতে ৰাতিটো জমাই আছিল।

মিটিঙৰ পিছদিনা হাতীয়ে পথাৰৰ ধান খোৱা, মানুহ খেদা, কথাটো গাঁৱত কেউফালে ৰাষ্ট্ৰ হৈ গ'ল। মানুহে নিজৰ নিজৰ ধান চাবলৈ পথাৰলৈ আহিল। দন্দি, মথুৰাই আধিৰোৱা গোসাঁইৰ মাটিৰ ধান, ডম্বৰু, তিলক আৰু মোলোক দোকানীয়ে ৰোৱা খন্দুৱা মাটিৰ ধান হাতীয়ে মহতিয়ালে। প্ৰায় আঠ দহ ঘৰ মানুহৰ ধান লোকচান হ'ল। এটা হাতীয়ে ইমানবোৰ মানুহৰ ধান লোকচান কৰিব নোৱাৰে। হাতী এটা নহয় কেইবাটাও। হাতীৰ খোজ ধাননিৰ পৰা বিৰ্জাভৰ দাঁতিলৈকে মানুহে দেখিলে। মিলনে বনৰীয়া হাতী আহিছিল বুলি কওঁতে মানুহে বিশ্বাস কৰিবলৈ টান পাইছিল, পিছে বনৰীয়া হাতী হাবিৰ পৰা অহাটো প্ৰমাণ হ'ল। খোজ আছে। বনৰীয়া হাতীয়ে পকা ধানৰ জুতি পালে ধান শেষ নকৰাকৈ নেৰে, ধানৰ আধ্যা পৰিব। এবছৰৰ ধান হাতীৰ

পেটত সোমালে খাবলৈ নাপায় ৰাইজৰ হাহাকাৰ অৱস্থা হ'ব। কেঁচাই পকাই ধান দাবলৈকো সং নাযায়, লোকচান হ'ব। পকা লাহি ধানো বহুত মানুহে নোদোৱাকৈ আছিল। ৰাইজে মালিকক ধান দিয়ে নে নিদিয়ে খামাখা সিদ্ধান্ত এটা হোৱালৈ অপেক্ষা কৰি মালিকক খবৰ দিবলৈ যোনা নাই। কোনো কোনোৱে হাতীয়ে খোৱাঁতকৈ কাটি ঘৰলৈ নিয়া আৰম্ভ কৰি দিছে। মালিকৰ মানুহে ধান দোৱাৰ খবৰ পাই পথাৰলৈ আহি ধান দোৱাৰ খবৰ নিদিয়াৰ কাৰণে কিবাকিবি কৈছেহি। সকলোৱে একেটাই উত্তৰেই দিয়ে, "হাতীৰ পেটত সোমোৱাতকৈ মানুহে খাওঁ।" ধানবোৰ চোতালে চোতালে দমাই থোৱা আছে। ভাগ যোগ পিচতো হ'ব; আগতে চপাই লওঁ।"

মাষ্টৰে ডি. চি লৈ দৰ্খাস্ত এখন লিখি পথাৰলৈ অহা মানুহৰ চহীবোৰলৈ ভব মাষ্টৰক ডি. চি. ৰ ওচৰলৈ যাবলৈ ক'লেগৈ। পিছবেলা ভব মাষ্টৰে দৰ্খাস্ত লৈ ডিব্ৰুগড়লৈ গ'ল। তিনিচুকীয়াত এচ. ডি. অ'. আৰু ফৰেষ্ট অফিচাৰক দৰ্খাস্তৰ কপি দিবলৈকো কেইটামান ল'ৰাক পঠোৱা হ'ল। দন্দিৰ মাক লখিমী বুঢ়ী ভৰলুৱা গাঁৱৰ জীয়েকৰ ঘৰৰ পৰা পিছবেলা আহি পায়ে পথাৰ পালেহি। ধাননিৰ অৱস্থা দেখি বুঢ়ী ৰব নোৱাৰিলে। ভৱিষ্যৎ আকালৰ আগজাননী দি ধাননিৰ মাজতে বহি লখিমী বুঢ়ীয়ে হিয়া ভুকুৱাই কান্দিবলৈ ধৰিলে।

কৃষকৰ বুকুৰ ৰিনিনিয়ে ধাননি পথাৰ ৰজনজনাই উঠিল। সেই কান্দোন, সেই পথাৰৰ লখিমীৰ বিনিনিয়ে, খেতি নথকা কৃষকৰ বুকুতো হুম্‌হুমনি তুলিলে। বিধবা তৰাদৈয়ে পিঠিত কেঁচুৱা বান্ধি কোৰ মাৰি লোকৰ হাতে-ভৰিয়ে ধৰি হাল বোৱাই ৰোৱা ধানখিনি চাই বৈ আছিল। তাইৰ চকুত জুইৰ আঙনি। তাই যেন ধান খোৱা হাতীটোক মোহাৰি মাৰি পেলাব। তাই উচুপি উচুপি কান্দিছিল। তাইৰ পিঠিৰ কেঁচুৱাটোৱেও একো নজনাকৈয়ে কান্দিলে। সি বংশ পৰম্পৰাগতভাৱে কান্দিবলৈ অহা কৃষকৰ কেঁচুৱা। দিনটো যাকে যেয়ে পাৰে সান্ত্বনা দিয়াৰ বাহিৰে কিবা কৰিবলৈ ৰাইজৰ উপায় নাছিল।

* * * *

পিচবেলা বংশীহঁতে গধূলি ধান ৰখাৰ কাৰণে আহিবলৈ মানুহক খবৰ দি ফুৰিছিল। ঠায়ে ঠায়ে এজুম এজুম মানুহ গোট খাই জুই জ্বলাই বাতিলৈ ঢোল তাল যেয়ে পাৰে বজাই, হাতী খেদিবলৈ সন্ধিয়াতে খাই-বৈ তৈয়াৰ,

আদহীয়া মানুহবোৰে হাতে হাতে দা-জাঠি, মাছমৰা কোল পছা লৈ, নামঘৰৰ আগত গোট-খালেহি। কোন ঠাইত কোন কোন মানুহ থাকিব ভাগ ভাগ হৈ ধাননিৰ দাঁতিলৈ মানুহখিনি আগবাঢ়িল। ষাঠি সত্তৰটা মানুহ পাঁচটা দলত বিভক্ত হৈ ধাননিৰ মাজলৈ সোমাল। ধাননিৰ দাঁতিৰ বাঁহগছ, কঁঠাল গছ আদিতো কিছুমান মানুহে হাতত টৰ্চ লৈ উঠি থাকিল। ভালকৈ এন্ধাৰ হোৱাৰ পিছৰে পৰা ঢোল, তাল, ভগা টিঙৰ শব্দই পথাৰখন গমগমাই আছিল। গাৱঁৰ ঘৰে ঘৰে থকা, ঘৰ ৰখীয়াৰ বুকু ডাঠ হ'ল। হাতী ধাননিলৈ নাহে। পিছে হাতী এন্ধাৰৰ আঁৰলৈ ধাননিত সোমালহি। ধান খালে, মহতিয়ালে। হাতীয়ে চিঞৰিলে। পথাৰতো চিঞৰ বাখৰ হ'ল। ৰাতি পুৱাল। আগদিনা ৰাতি খোৱাতকৈ বেছিকৈহে ধান নষ্ট কৰিলে। গোছাৰে ধান উঘালিলে। উঘালি দম কৰি মৰণা মাৰিলে। কুকৈটা ভুকোন্দাইঁতৰ ধান দাব নলগীয়াই কৰিলে। একে ঠাইতে নহয়; কেইবা ঠাইতো। পিচদিনা গাঁৱৰ মানুহ পথাৰত নিজৰ নিজৰ ধান চাবলৈ আহিলত, পথাৰত মানুহময় হ'ল। সকলোৰে মুখত হাঁঃ হাঁঃ চিঃ চিঃ শব্দ আৰম্ভ হ'ল।

* * * *

মনবৰো পথাৰলৈ আহিছিল আৰু দিহিঙীয়া মিলনইঁতৰ কেইজনমানক কংসৰ সৈতে আলোচনা কৰি কিবা এটা উপায় কৰিবলৈ বুলি লগতে লৈও গৈছিল। বুঢ়াকেইজন যোৱা দেখি অলপ পিচতে কোনোবা কেইজনমানে ভাগে ভাগে মাটিৰ মালিকক খাটনি ধৰিবলৈকো গ'লগৈ। কৰিবলৈ একো নাই। অথচ মানুহবোৰ ব্যস্ত হৈ ঘূৰি ফুৰিছে। কথাৰ শেষ নাই। চিন্তাৰ লাগ বান্ধ নাই। সকলো অসহায়। বিপদমুক্ত হোৱাৰ পথৰ সন্ধানত ৰাইজ ব্যস্ত, ব্যগ্ৰ। পকাধান লোকচান, এবছৰৰ দুখ-কষ্ট, আগন্তুক আকাল আৰু চৰকাৰৰ গাফিলতিৰ কাৰণে চিন্তা কৰি ৰাইজৰ মনবোৰ গধুৰ, গোমা হৈ পৰিছে। আনহাতে ধানত পহৰা দিয়াৰ বাহিৰে কোনো গত্যন্তৰো নাই। সেয়ে ওচৰৰ গাঁওকিখনৰ মানুহ মাতি সৰহকৈ মানুহ গোটাই হাতী অহা বাটৰ পৰা কেঁওপিনে জুমে-জুমে মানুহ ৰখা, আগৰাতিৰ দৰে একে সিদ্ধান্তই হ'ল। মাষ্টৰে জালুকনিৰ মজদুৰ ৰাইজকো ধান ৰখিবলৈ মতাৰ কথা কৈছিল। হাতীৰ মুখৰ পৰা ধান ৰক্ষা কৰাটোও এটা

সংগ্ৰাম বাবেই বলোৰামক লগত লৈ বকুলে জালুকণিৰ ৰাইজৰ ঘৰে ঘৰে গৈ কৈ আহিছে। মজদুৰসকলেও অন্ততঃ নিজাববীয়াকৈ অলপ হ'লেও মাটিৰ আশাত লোকৰ ধান ৰখিবলৈ আহিছে।

আগৰাতি জুই জ্বলোৱা নাছিল। জুইও জ্বলাব। পেত্ৰমাক্স লাইট ভাড়ালৈ আনি ঠায়ে ঠায়ে বাঁহপুতি লাইট জ্বলাই পথাৰ পোহৰ কৰিব। মুঠতে আগৰাতিৰ অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি সকলো দিশতে সাৱধানতাৰে ধান পহৰা দিয়াৰ সিদ্ধান্ত পথাৰতে হ'ল। কোনোবা চুকেদি হাতী অহা গম পালে পেঁপা বজাই সকলোকে জাননী দিব। পেঁপা যিফালে বাজে সেইফালে হাতত জুই জ্বলাই লৈ মানুহবোৰ আগবাঢ়ি আহিবলৈ কথা হ'ল। বিশাল পথাৰত, এন্ধাৰ ৰাতি আৰু চোৰ হাতীৰ বিপক্ষে যথেষ্ট চিন্তা কৰিহে সেইদিনাৰ পৰিকল্পনা কৰিছিল প্ৰতিৰক্ষা বিভাগৰ অভিজ্ঞতা থকা বংশীয়ে নিজে। হাতী পাৰ হৈ আহিব পৰাকৈ সুৰঙা কোনোফালেই নাৰাখে। দ'লবোৰ সৰু সৰু কৰিব। আগৰাতিৰ টোপনি পূৰাবলৈ শেতেলী লোৱা মানুহকো জগাই খবৰ দিবলৈ পঠিওৱা হৈছে। "এটা হাতীৰ লগত ৰণ কৰিবলৈ যেন এজাক মাখি প্ৰস্তুত হৈছে।" নাকে, চকুৰে, পোকৰে, মুৰে কামুৰিব পাৰিলে মাখিয়েই হাতীটোক পলশত পেলাই মাৰিব পাৰিব। এজাক মাখিয়ে বেঢ়ি ধৰিলে সি যিমান ডাঙৰ হাতীয়েই নহওঁক, তাৰ যিমান ডাঙৰ দাঁতেই নাথাকক সি একো কৰিব নোৱাৰিব। সেয়া আছিল বংশীৰ মন্তব্য। মনবৰেও দৰখাস্ত এখন লৈ মানুহৰ চহী লৈ ফুৰিছেহি। সেইখন দৰখাস্ত কংসই লিখাই দিছে। মনবৰৰ মতে ৰাতিলৈ ধান পহৰা দিয়াৰ আৱশ্যক ন'হবই। কাৰণ কংস নিজে যাবলৈ ওলাইছে, যেতিয়া চৰকাৰী মানুহ আহি হাতী খেদিবই। ৰাইজৰ মনৰ দৃঢ়তা বাঢ়িল। মনবৰে কোৱামতে যদি চৰকাৰৰ ঘৰৰ বন্দুকধাৰী মানুহো আহে আৰু ৰাইজে নিজেও বন্দবস্ত কৰামতে ধাননিত পহৰা দিয়ে, তেন্তে হাতী আহিব নোৱাৰে। সেইদিনা যুদ্ধকালীন তৎপৰতাৰে হাতী খেদি ধান ৰক্ষা কৰাৰ কামতে গাৱৰ মানুহবোৰ ব্যস্ত হৈ পৰিছে।

সন্ধিয়া জানৰমুখ, জাপিসজিয়া সকলো গাঁৱৰে কিছু কিছু মানুহ আহি পালেহি। আগৰাতিৰ তুলনাত মানুহ, ঢোল, পেঁপা, ভগা টিং, খৰিকাঠ, পেট্ৰমাক্স, আদি সকলো বস্তু ভালকৈ যোগাৰ হৈছে। ১৮ টা দলত মানুহখিনি বিভক্ত হ'ল। লাইট যে বহুত লাগিব। লাইট গোট খাইছে মাত্ৰ দহোটা। খোৱা

বোৱা কৰি মানুহ আহি আছে। দলপতি বংশী, আকবৰহঁতে কোনটো দল ক'ত থাকিব নিৰ্দ্দেশনা দি পঠিয়াই আছে। উকি, ফোৰোহনিৰে সন্ধিয়াৰ ধাননি তোলপাৰ লাগিল। উতনুৱা কেইটামানে এন্ধাৰৰ সুযোগ পাই বনগীতো জুৰিছে। সকলো ঠিক ঠাক হৈছে। লগতে কিৰিলি, উকি, বিহুনামৰ প্ৰকোপটোও বেছি হৈছে। হাতী অহা দেখিলে পেঁপা বজাই আগজাননী দিবলৈ প্ৰতিটো দলকে কোৱা হৈছিল যদিও বিহুনামৰ জাউৰী ভেদ কৰি কিন্তু পেঁপাৰ মাত মানুহৰ কাণত পৰিবহি নে নপৰে বংশীৰ সন্দেহ থাকিল। মাজ ৰাতিলৈকে হাতী অহাৰ উমান পোৱা নাই । লাহে লাহে বিহুনাম আৰু উকিও কমি আহিল। এন্ধাৰ নিশাৰ পথাৰৰ মাজত সকলো কুছি-মুছি পৰিছিল। হঠাৎ ঢোল পেঁপা বাজিল। লগে লগে হাতীয়ে চিঞৰি দিলে। হাতীৰ চিঞৰ শুনি দলবিলাকে যেয়ে য'ত আছিল ভয়ত ঢোল, পেঁপা, টিং বজাই দিলে। সকলো পৰিকল্পনা চুৰমাৰ কৰি ৰণ থলীৰ পৰিবৰ্ত্তে, পথাৰখন গাঁৱৰ বিহু তলিলৈহে ৰূপান্তৰ হৈ পৰিল। কাৰো মাত কোনেও নুশুনা হ'লত বংশীৰ ধৈৰ্য্য হেৰাল। কোনফালে হাতী ওলাইছে, দলবোৰ কোন ফালে আছে, কাক কোনে কেনেকৈ কি কৰিবলৈ খবৰ দিব ঠিকনা নোহোৱা হ'ল। ওচৰৰ গাঁৱৰ ঘৰত থকা মানুহে টোপনিৰ পৰা উঠি চাকি চুকা জ্বলাই সাৱধান হৈ থাকিল। খেদি অহা হাতীয়ে ঘৰ-দুৱাৰ মহতিয়াই নিবহি পাৰে। অলপ পৰৰ পাছত আকৌ নিস্তব্দ্ধতা। বংশী বকুলহঁতে উকিয়াই-উকিয়াই নাম ধৰি দলবোৰৰ মানুহক নামঘৰৰ ওচৰলৈ আহিবলৈ ক'লে। লাহে লাহে হাই-উৰুমি কৰি দলৰ মানুহবোৰ ধাননিৰ পৰা জোৰ জ্বলাই জ্বলাই ওলাই আহিল। ১৮টা দলৰ মানুহ আহিল। কিন্তু বিনন্দহঁতৰ দলটোৰ সাতোটা মানুহৰ মাত্ৰ মঘুৱাহে আহিছে। বাকীবোৰ নাই। হাতীটোৱে সিহঁতৰ দলটোক খেদি গৈছিল হেনো।

মানুহবোৰ এন্ধাৰত কোন কেনি দৌৰিলে কোনেও ক'ব নোৱাৰে। হাতীটো দেখা মাত্ৰকে মঘুৱাহঁতে হেনো পেপাঁ বজাই দিছিল আৰু পেঁপা বজোৱাৰ লগে লগেই হেনো কেক্ কৰি হাতীটোৱে খেদি আহিছিল। মঘুৱাই বিনন্দ, দীঘলা, কাৰতিক, ডম্বৰু, নগেন, বিশ্বেশ্বৰ আৰু মথণ্ডৰ নাম ধৰি ধৰি উকিয়াই উকিয়াই মাতিলে। ধাননিৰ মাজৰ পৰা কোনো সহাৰি নাই। আতঙ্কত বংশীৰ বুকুখন ধপধপাবলৈ ধৰিলে। মানুহকেইটাক তেন্তে হাতীয়ে মাৰিলে। জীয়াই থকা হ'লে অন্ততঃ দীঘলাই মাত দিলেহেঁতেন। বংশীয়ে পুনৰ নাম ধৰি

ধৰি মানুহবোৰক মাতিলে। সিহঁত ক'ত আছে মুখেৰে ক'লেই বংশীহতে আগবাঢ়ি যাব। জুম বান্ধি থকা মানুহবোৰে ভয় কৰে বুলি বংশীয়ে মনৰ কথা কাকো খুলি নকৈ বিনন্দহঁতৰ দলটো যি ঠাইত আছিলে তালৈ সকলোকে যাবলৈ ক'লে। মঘুৱাই ভয়ত হাতী ওলোৱা ঠাইলৈ যাবলৈ মন নকৰে।

আকবৰে বোলে— "ৰাইজ হাতে হাতে জোৰ জ্বলাই লওঁহক। মানুহকেইটাক আমাৰ চকুৰ আগতে হাতীয়ে মাৰিব আৰু ইমানবোৰ মানুহ ইয়াত আমি ভেবা লাগি চায় ৰৈ আছোঁ। ভয় নকৰিবি আমিকেইটা আগত যাম। সকলো আহক।" লক্ষী, মোলোক, দোকানী আৰু কোনোবা কোনোবা দহ-পোন্ধৰজন মানুহ আগবাঢ়ি আহিল। অনিচ্ছা স্বত্বেও বাকী মানুহবোৰ জোৰ, কোল, পচাঁ, দা কুঠাৰবোৰ লৈ লৈ দীঘলা বিনন্দহঁতক বিচাৰি হাতী ওলোৱা ধাননিৰ মাজেৰে আগবাঢ়িল। গাঁৱৰ মানুহে কাৰোবাৰ মুখত ঘটনাটো শুনি মতাই মাইকীয়ে যি যত আছিল ওলাই আহি নামঘৰৰ মুখ পালেহি। দীঘলাৰ ঘৈণীয়েক পদুমীয়ে কান্দিবলৈ আৰম্ভ কৰি দিলে। বিনন্দৰ মাক গুণদা, মথণ্ডৰ বাপেক নবীনবো কান্দোন আৰম্ভ হ'ল। সেই কান্দোনে দীঘলাহঁতৰ মৃত্যুকে নিশ্চিত কৰি দিলে। পথাৰখনত জোৰৰ পোহৰবোৰে দেৱালী পাতিছে। কিন্তু দেৱালীৰ ৰং তামাছাৰ পৰিবৰ্ত্তে মানুহবোৰৰ মনত আতংক। পেট্ৰমাক্স এটা দূৰৰ পৰা দেখাকৈ নামঘৰৰ আগত বাঁহ এডালত তুলি ওখকৈ থোৱা হ'ল। মানুহকেইটা ধানৰ মাজত লুকাই আছে যদি পোহৰটোলৈ পোনাই আহিব পাৰিব।

হঠাৎ ধাননিৰ মাজৰ পৰা নিয়ঁৰত তিতি বুৰি বিনন্দ আৰু মথণ্ড আহি ওলালেহি। অলপ পিচতে নগেন, বিশ্বেশ্বৰ আৰু ডম্বৰু ধাননিৰ মাজৰ পৰা অন্য এফালেদি ওলালেহি। ভূধৰে— "বিনন্দহঁত আহিল ঔ ঘূৰি আহ বুলি কেইবৰাবো চিঞৰিলে। জোৰলৈ যোৱা মানুহবোৰ ঘূৰিছে। দীঘলা অহা নাই কাৰণে পদুমীয়ে চিঞৰিবলৈ ধৰিলে। "গোলোকৰ বাপেকক এৰি থৈ আহিলে ঔ, ঘূৰি নাহিবি।" ভূধৰে আকৌ বিৰিঙিয়াই বিৰিঙিয়াই "দীঘলা অহা নাই ঔ " বুলি মানুহবোৰক চিঞৰি ক'লে। মানুহবোৰে হয়তো হেৰোই যোৱা মানুহ ঘূৰাই পোৱাৰ আনন্দত কথা পাতি আহিছিল কাৰণে ভূধৰৰ কথা নুশুনি নামঘৰৰ ফাললৈ আহি থাকিল। ভূধৰে আকৌ চিঞৰি চিঞৰি কেইবাবাৰো ক'লে। মানুহবোৰ কিন্তু ঘূৰি নগ'ল।

পদুমী অস্থিৰ হৈ পৰিছে। আটাইকেইজন মানুহ নহাকৈ ভূধৰে আহিল বুলি কোৱাৰ কাৰণে তাই ছটফটাই আছে। ধাননিৰ মাজৰ পৰা মানুহবোৰ নামঘৰৰ মুখ পোৱাৰ আগতে দীঘলাও আহি পালেহি। দীঘলাক দেখি সকলোৰে মনব ডাঙৰ চিন্তা এটা দূৰ হ'ল। মানুহবোৰ নিয়ঁৰত তিতি আহি জাৰত কঁপিছে। জুই একুৰা ডাঙৰকৈ জ্বলোৱা হ'ল। জুইৰ কাষত হাত ভৰি সেকি হাতীয়ে খেদাৰ পিচৰ কাহিনীটো দীঘলাই শুনালে। হাতীটোৱে দৰক লৈ হেনো ধাননিৰ মাজত বৈ আছিলহি। বিনন্দই প্ৰথমে হাতীটো দেখিলে। পিঠিত ধানৰ গোছা একোছা হাতীটোৱে তুলি লৈছে।

মঘুৱাই বোলে বোকাহে, ধান নহয়। হাতীটোৰ পিঠিত বগাকৈ কিবা এটা সিহঁতি দেখিছিল, কিন্তু বস্তুটো কি সঠিক কোনেও ক'ব নোৱাৰিলে। বিনন্দই হাতীটো দেখি হোনো প্ৰথমতে আটাই কেওটাকে মনে মনে দেখুৱাই দিছিল। মঘুৱায়ো হাতীটো দেখি হেনো প্ৰথমতে আটাইকেওটাকে মনে মনে থাকিবলৈ কৈছিল। মঘুৱাই হাতীটো দেখিয়েই পেঁপাটো বজাই নিদিয়া হ'লে অলপ আঁতৰি গৈ আগজাননী দিব পৰা হ'লহেঁতেন। হাতীটোৱে খেদি অহা মাত্ৰকে ক'ৰ ঢোল, তাল, দা, কুঠাৰ ক'ত পৰিল ঠিকনা নাই। যেয়ে যেনিয়ে পাৰে পলাবলৈ ধৰিলে। হাতীটোৱে দীঘলাৰ পিছে পিছে খেদি গৈছিল কাৰণে দীঘলাই গাৰ চাদৰখন এৰি থৈ বাগি দিলে। চাদৰখন পাই মানুহটোক ধৰিলো বুলিয়েই হ'বলা হাতীটো বৈ গ'ল। ধানৰ তলেদি বগুৱা বাই বাই দীঘলা গৈ কৰবাত ওলাইছিলগৈ। নামঘৰৰ মুখৰ পৰা বংশীহঁতে নাম ধৰি মতা দীঘলাইঁতে শুনিছিল যদিও হাতীটো ওচৰতে আছে বুলিহে কোনেও মুখেৰে নামাতিলে হেনো। পেট্ৰমাক্স লাইটটো নামঘৰৰ আগত দেখিহে বাট চিনি পাইছিল। আন্ধাৰে মুন্ধাৰে ধানৰ তলত বগুৱা বাই বাই সিহঁতি একে ঠাইতে ঘূৰি আছিল কাৰণে মুকলি পাওঁতে বহুত সময় লাগিল।

দীঘলাৰ বিৱৰণ মতে হাতী এটাহে। কিন্তু বৰ বিয়াগোম হাতী। প্ৰায় সকলো মানুহৰে গাত ধাননিৰ বোকা লাগিছে। নিয়ঁৰৰ পানীয়ে কাপোৰ কানি তিয়ালেই। সকলোৱেই ঘৰলৈ যোৱাৰ কাৰণেহে ব্যস্ত হৈ পৰিছে। বংশীয়ে বোলে "ৰাইজ এদিন অলপ কষ্ট কৰক। ইমানবোৰ মানুহ থাকোতে হাতীটোক ধান খাবলৈ এৰি দি আপোনালোক ঘৰলৈ যোৱাটো বৰ দুখৰ কথা হ'ব"। বকুলে বোলে "আমি ধান মুঠিৰ কাৰণে আন্দোলন কৰিম বুলি কৃষক পৰিষদ

গঠন কৰিছো। হাতীটোক খেদি পকা ধানখিনি ৰক্ষা কৰিব নোৱাৰিলে আমিনো আচল আন্দোলনটো কেনেকৈ কৰিম?" আকবৰে বোলে "যি মাটিৰ কাৰণে, ধানৰ কাৰণে আমি যুঁজ কৰিবলৈ ওলাইছো। সেই ধান লোকচান কৰিবলৈ নিদিওঁ। " মুহিৰাম ফণীধৰহঁতেও জোৰ লৈ ধাননিলৈ নামিবলৈ ৰাইজক অনুৰোধ কৰিছিল। ৰহেশ্বৰ বুঢ়াই বাধা কৰিলে। বোলে "হাতীয়ে এবাৰ মানুহ খেদাৰ পাচত তাৰ ওচৰলৈ আকৌ গ'লে সি মানুহ মাৰিবই। ইমান ডাঙৰ বিপদৰ পৰা নিৰাপদে থাকলো সাৰি অহাৰ পাছত আকৌ যাবলৈ মই নকওঁ দেই। ধান খালেই যেতিয়া আৰু এদিন খাওঁক। কিন্তু কিবা ঘটনা হ'লে মানুহ কালিলৈ ধান ৰখিবলৈ কোনো নোলাব।" ফেছুৰ ছি ছিয়ঁনী, কোনোবা মানুহৰ ঘৰৰ গড়ালৰ পৰা আৰু হাবিৰ বনৰীয়া কুকুৰাৰ ডাক্ একেলগে শুনা গ'ল। ৰহেশ্বৰ বুঢ়াৰ যুক্তি কাটিব নোৱাৰি আকবৰহঁতে ঘৰে ঘৰে ঘূৰি যোৱাটোকে সিদ্ধান্ত কৰিলে। নামঘৰৰ আগৰ জুইৰ আঙঠাবোৰ এন্ধাৰৰ মাজত অকলে জিলিকি থাকিল।

সেইদিনা শনিবাৰ। বিবেকা মাষ্টৰে আগৰাতিৰ পৰিস্থিতি জানিবৰ কাৰণে ৰাতিপুৱাই দীঘলা বসন্তৰ ঘৰ পালেহি। মাষ্টৰ অহা খবৰ পাই পদুমী ওলাই আহিল। দুটা ৰাতিৰ টোপনিয়ে দীঘলাক হেচাঁ মাৰি ধৰিছিল যদিও মাষ্টৰ আহিছে বুলি শুনি অনিচ্ছা স্বত্বেও দীঘলাই বিছনা এৰিবলগীয়া হ'ল। আগদিনা ৰাতিৰ হুলস্থুলীয়া পৰিবেশটোৰ কথা দীঘলাৰ মুখত শুনি মাষ্টৰে প্ৰমাদ গণিলে। নিজে গৈ ডি. চি.ক দেখা কৰি ব্যৱস্থা লবৰ কাৰণে কোৱাৰ বাহিৰে অন্য ব্যৱস্থা মাষ্টৰে ভাবি নাপালে। ধাননিত হাতী সোমাইছিল নেকি চাই আহিবলৈ পদুমীয়ে দীঘলাক ক'লে। মাষ্টৰ আৰু দীঘলা নামঘৰৰ ওচৰ পালেহি। ৰ'দ ওলাইছে যদিও নিয়ঁৰ আতৰা নাই। পথাৰৰ কুঁৱলীৰ মাজৰ পৰা নিজৰ ধাননি চাই মানুহ নামঘৰৰ মুধৰ ওখ টুকুৰাত উঠিছেহি। মানুহ ধাননিলৈ নামিছে আৰু যেনিয়ে তেনিয়ে কিছুমান ধাননিৰ পৰা আলিলৈ আহিছে। দীঘলা বসন্তইও মাষ্টৰক নামঘৰৰ আগত এৰি নিজৰ ধান চাবলৈ গ'ল। দন্দিয়ে আহি ক'লে যে যোৱা কেইৰাতিত যিমান ধান হাতীয়ে নষ্ট কৰিছিল আগৰ ৰাতিটোত তাতকৈ বহুত বেছি মানুহৰ ধান লোকচান কৰিলে। লখুৰা, ৰত্ন আৰু যোৰহটীয়া দত্তৰ ধান দাবলৈ নায়েই।

মথুৎ আহি ক'লেহি বোলে "ৰত্নই বোৱা কংসৰ এহালিচা মাটিত ধান

সমূলি নায়েই। গোছাৰে উঘালি উঘালি দলিয়ালে।" বকুলে বোলে, "কংস মহাৰাজৰ ধানত হাতী লাগিল যদি হাতীৰ মৰণো আহিল মথং। আজি চৰকাৰী মানুহ আনি কংসই হাতী মৰাবই। প্ৰথম দিনাই তাৰ ধান হাতীয়ে খোৱা হ'লে বাকী ৰাইজৰ ধানবোৰ ৰক্ষা পৰিলহেঁতেন।" আকবৰে কাৰ কাৰ ধান খালে খবৰ লৈ আছিল। ধাননিৰ পৰা আহি ৰত্নই মূৰে কপালে হাত দি চিন্তা কৰি এদাঁতিত বহি আছিল। মাষ্টৰে বোলে "চিন্তা কৰি লাভ নহয়, ৰত্ন। বিপদ আহিছে। সেই বিপদৰ সন্মুখীন হ'বই লাগিব। আহুধান কৰিবলৈ তোমালোকে ককালত টঙালি বান্ধাহক।

যোৰহটীয়া দত্তই বোলে "গদাধৰে আহু কৰিবলৈ মাটি দিলেহে কৰিব। আৰু দিলেই যেনিবা বেৰিবলৈ কমখন বাঁহ লাগিবনে? লখুৰাই বোলে "বিধতাই দিলেও তিৰোতাই নিদিয়ে ঐ। গৰু এটা, তাৰেই মৰকিয়া বাই মাটি কিদৰা ৰুইছিলো। লায়েকৰ ধানো হৈছিল পায়।" হুমুনিয়াহ এটা পেলাই আকৌ ক'লে "কপালত নাই। বোলে "দৰিদ্ৰ লংকালৈ যায় সাগৰো শুকাই মাণিকো লুকাই'। চৰকাৰৰ ঋণ লৈ গৰুহাল কিনিছিলো জানিছ, তাৰে এটা মাটি কৰ্হাওতেই মৰি থাকিল। কলৰ জপৰ কৈ কৃষ্ণৰ গৰুটোৰে সৈতে মৰকিয়া বাই কোনোৰকম ৰুলো। তাৰ গতি হ'ল সেইখন।"

যোৰহটীয়াই বোলে "আইৰ ঘৰলৈ যাওঁ দুইহাতে খাওঁ, বিধিয়ে বোলে মই তোৰ পিছে পিছে যাওঁ।" কি কৰিবি ভাগ্যৰ দোষ। ব'ল যাওঁগে। কান্দিলে পেট নভৰে।" মাষ্টৰে ৰত্নলৈ চালে। ৰত্নই চকুপানী মোহাৰি লুখুৰা আৰু যোৰহটীয়াৰ পিছ লৈ ঘৰলৈ গৈছেগৈ। দীঘলাইঁত আৰু কোনোবা এজাক মানুহ আহি নামঘৰৰ মুখত গোট খালেহি। বংশীহঁতো আহিল। মাষ্টৰে নামঘৰৰ মুধলৈ গৈ ধাননিলৈ চকু দিলে। হালোৱা পথৰুৱাৰ গোটেই টিয়নীবোৰ আৰু ক'লা সেউজীয়া ফটা কাপোৰৰ টুকুৰাৰে চিলাই কৰা গোটেই গাওঁকিখনৰ ফটা কঁথাবোৰ গোটাই আনি, ধানবোৰ যেন ৰাইজে হাতীৰ মুখৰ পৰা ৰক্ষা কৰিবলৈ ঢাকিহে ৰাখিছিল। পুৱাৰ ৰ'দ পৰা সোণোৱালী ধাননিৰ বুকুত কৃষকৰ অত কষ্ট, আশা ভৰষা, কৃষকৰ জীৱনবোৰ এই হাতীটোৰ দৰেই চৰকাৰ নামৰ বগা হাতীটোৰ তাণ্ডৱ নৃত্যই যেন চাৰখাৰ কৰি পেলাইছে। ৰাইজ আৰু চৰকাৰ যেন দুটা সম্পূৰ্ণ বেলেগ বস্তু। ইমান অনুনয় বিনয় কৰি দৰ্খাস্ত লিখি তাৰ কপিবোৰ মানুহ পঠিয়াই হাতে হাতে দিয়া হৈছিল। এজাক হৃদয়হীন আমোলাৰে ওপৰ

গধুৰ এটা হৃদয়হীন পশুৰ দল। তাৰেই নাম দিয়া হৈছে চৰকাৰ। ৰাইজে আশা কৰি থাকে সেই চৰকাৰৰেই কৃপা। সকলো দুখ, কষ্ট সকলো দুৰ্গতি চকু মুদি হাত সাবটি কান্ধ পাতি ল'ব লাগে জনগণে। "ঘোচ নিদিলে চৰকাৰৰ মানুহৰ গা নলৰে চাৰ। ৰাইজে কৈছে ঘৰে প্ৰতি বিশ টকাকৈ পইচা উঠাই এহেজাৰ দুহেজাৰ যিমান উঠে তাকে লৈ আমি কেইটামান ডি. চি.ৰ ওচৰলৈ যাওঁ।" মোলোকে ক'লে।

মোলোকৰ কথা শুনি মাষ্টৰ গৰজি উঠিল। "দুনীৰ্তি পৰায়ণ অফিচাৰ আমোলাই ঘোচ খায় কাৰণে এখন ৰাইজে ঘোচ দি দুৰ্নীতি কৰিবলৈ ওলোৱা বুদ্ধিটো কাৰ মূৰৰ পৰা ওলাইছেহে? মোক সেইবোৰ কথা নক'বা।" মাষ্টৰে খং মুৰাকৈয়ে মোলোকক কথাটো ক'লে কাৰণে মোলোক আঁতৰি গ'ল। আলিৰ দাঁতিত বহি সোণবৰিয়াল এজোপা উঘালিবলৈ বংশীয়ে টানি আছিল। উঘাল নাখায়। বহুত তললৈকে শিপা থকা সৰু গছজোপাকে সি উঘালিব নোৱাৰিলে হাতীটো খেদিব নোৱাৰে। সচাঁকৈ খেদিব নোৱাৰে। কাৰণ আগৰাতি ভালেমান মানুহ গোট খাই ধান ৰাখি থাকোতেও হাতীটোৱে ধান খাই দিলেহি। সেইদিনা শনিবাৰ। দেওঁবৰীয়া বজাৰলৈ নিবলৈ মানুহে বস্তু নগোটালে বজাৰলৈ কিটো নিব? বংশীয়ে মনে মনে ভাবি থকা কথাটোকে আকবৰে ডাঙৰকৈ ক'লেহি বোলে, "ৰাইজ, আজি কিন্তু ধান ৰখিবলৈ মানুহ বেছি গোট নাখাব দেই। অইনৰ কথা বাদেই মই নিজেই নোৱাৰিম। কাৰণ জাপিখিনি ঘৰে ঘৰে গৈ আজিয়েই গোটাই নথলে কালিলৈ মোৰ বজাৰ বন্ধ হ'ব।"

দীঘলাই বোলে "ইফালে কালি ৰাতি যিখন বিপদৰ পৰা মানুহ নমৰাকৈ ৰক্ষা হ'ল, সেইটো ৰাইজৰ মনৰ পৰা গুচাই নাই আৰু তিনি ৰাতি ৰখিওচোন একোডাল কৰিব নোৱাৰিলো। তাতকৈ এই বেলাতে জাকে-জুমে মানুহ এমোখা ডি. চিৰ ওচৰলৈ যাওঁহক ওলা। আৰু আমাৰ লগতে মাষ্টৰো গ'লে কিন্তু কামটো হৈ আহিব। হয় চাৰ, আপুনিও ওলাওক। বুঢ়াকেইটামান লগতে লওঁ।"

বংশীয়ে বহাৰ পৰা উঠি হতাশ ভাবেৰে বোলে "চেঃ ইমানবোৰ মানুহ গোট খাই হাতীটোক খেদিব নোৱাৰিলোহে দীঘলা ককাইদেও।" আন্দোলন কেনেকৈ কৰিম? বংশী যে হতাশ হৈ পৰিছে সেই কথাটো মাষ্টৰে লক্ষ্য কৰি আছিল। মানুহবোৰক উৎসাহ যোগাবলৈ বুলি কথাটো অন্য ধৰণেৰে ক'লে "হাতীটো মাৰিবলৈ বা খেদিবলৈ ইমানবোৰ মানুহ নালাগে। বন্দুক এটা হোৱা

হ'লে বংশীয়ে অকলেই হাতীটো খেদিব পাৰিলেহেঁতেন। হেজাৰে হেজাৰে লাখে লাখে বন্দুকো আছে। বন্দুক মৰা মানুহো লাখে লাখে চৰকাৰে ৰাখিছে। আনকি থানা কিখনটো কেইবাটাও বন্দুক ওলাব। পিছে বন্দুকবোৰ ৰাইজৰ ৰক্ষা কৰিবলৈ ৰখা নাই নহয়। বংশীয়ে কোৱাৰ দৰে দুখীয়া খেতিয়কৰ বুকুলৈ টোৱাঁবলৈহে ৰাখিছে।" চাকৰি এৰি আহোতে বংশীয়ে কোৱা সেই কথাটো তেতিয়া মাষ্টৰে মানি লোৱা নাছিল। অথচ আজি এতিয়া নিজ মুখে স্বীকাৰ কৰিছে, বংশীয়ে ভাবিলে।

তিনিদিন পাৰ হ'ল ভৱধৰ মাষ্টৰে নিজ হাতে ডি. চি.ক দৰ্খাস্ত দি আহিছেগৈ। লাখে লাখে বন্দুকধাৰীও আছে কিন্তু ৰাইজৰ দুখ দুৰ্দশাৰ কাৰণে অকণমান ভৱা চিন্তা কৰা মানুহ নাই। বংশীয়ে কথাবোৰ ভাবি মনে মনে গুজৰি গুমৰি থাকোতেই আকবৰে বোলে "আজি চৰকাৰী মানুহ আহিব বুলি কৈছে। যদি নাহে তেন্তে বন্দুক এটাকে যোগাৰ কৰিব লাগিব।" দীঘলাই বোলে "এঃ এইটোৰ কথা শুনা। সি যেন বন্দুক এগাল কৰবাত থৈহে দিছে। তাৰে এটা লৈ আহিবলৈ।" আকবৰে বোলে "থোৱাই যোগাৰ কৰি থৈছে নহয়। কংসৰ ঘৰতে দুই নলীয়া বন্দুক আছে। ৰামধাৰীৰ ঘৰত নাই নেকি? বন্দুক ক'ত আছে মই কৈ দিছো, তোমালোকে আনাগৈ।

দীঘলাই বোলে "বাহিৰতে বন্দুক উলিয়াই থৈ দিছে বুলি ভাবিছ নেকি? কি আকাশত চাংপতা কথাবোৰ কৈছ অ'? আজি তিনি ৰাতি বনৰীয়া হাতীয়ে ৰাইজৰ ধান খাইছে। সিহঁতে হেনো খবৰকে নাপায়। তামোল পান এশৰাই লৈ সিহঁতক খবৰ দিবলৈ কোনোবা যাবগৈ লাগে? কংস ৰামধাৰীৰ ধানত হাতী নামিলতে দেখোন সিহঁতে খবৰো পালেগৈ। ধাননি চাইও গ'লহি। সেইয়া মনবৰে কি কৈ গ'ল? বোলে, জীপ গাড়ীলৈ কংসই চৰকাৰী মানুহ আজি খাৰা কৰিবহিয়ে। তেন্তে সেইবোৰৰ পৰাই বন্দুক বিচাৰি আনি হাতী খেদা।"

দীঘলাই তৰ্ক আৰম্ভ কৰাৰ সুৰত কথা কোৱা দেখি মাষ্টৰে বোলে "আজি এই বেলাতে পোন্ধৰ-বিশজনমান মানুহ ওলোৱাইক। লগত ময়ো যাম। ডি.চি.ক জোৰ কৰি ধৰিবগৈ লাগিব। প্ৰথম দিনা হাতীয়ে ধান খাওঁতেই মই কৈছিলো, দৰ্খাস্ত ফাইলত পৰি থাকিব। সেইদিনাই ৰাইজ ডি. চি.ৰ ওচৰলৈ ওলোৱা হ'লে কেতিয়াবাই হাতী পলালেহেঁতেন।" আলোচনাবোৰ শুনি বৈ থকা মানুহবোৰৰ ভিতৰত মাত্ৰ দুজনেহে যাব পাৰিম বুলি ক'লে। বাকীবোৰৰ কাম আছে।

মাষ্টৰে বোলে "কামনো কেতিয়া, কোনদিনা, কাৰ শেষ হ'ব? নিজৰ কামৰ মাজতে সময় উলিয়াই এইবোৰ কামো কৰিব লাগিব। মাষ্টৰৰ কথামতে প্ৰথম দিনাই ৰাইজ ডি. চি.ৰ ওচৰলৈ নোযোৱাৰ কাৰণে আলিৰ ওপৰত থকা মানুহখিনিৰ মাজত বাদানুবাদ কিছু হোৱাৰ পিচত মানুহ গোট খাই সোনকালে ডিব্ৰুগড়লৈ যোৱাৰ কাৰণে কেইজনমান গ'লগৈ।

গাঁৱৰ মানুহবোৰ ব্যস্ত যদিও আগবেলাৰ বন্দবস্ত মতে খাই বৈ যোল্ল জন মানুহ পিছবেলা দিহিঙীয়া বুঢ়াৰ ঘৰতে ডি. চি.ৰ ওচৰলৈ যাবলৈ বুলি গোট খালেহি। মাষ্টৰ অহা নাই। এনেতে জগন্নাথ আহি দীঘলাক খবৰ দিলেহি বোলে কংসই হেনো কৈছে ৰাইজে কষ্ট কৰি যাব নালাগে। তেওঁ নিজে গাড়ী লৈ ডি. চি.ৰ ওচৰলৈ যাব। আগৰ কেইদিনত কিমান মানুহৰ ধান লোকচান হ'ল তাৰ হিচাব বিচাৰিও পঠিয়াইছে। জগন্নাথে কাগজ এখন উলিয়াই দিলে। সেইখন কাগজতে মাটিৰ মালিকে লোকচানৰ হিচাব দেখুৱাই চহী কৰি দিব লাগে।" কাগজখনত কিছুমান মানুহে লোকচানৰ হিচাব দি চহী কৰিলেই। কিন্তু আধিৰোৱা খন্দুৱাত ৰোৱা মানুহৰ কাৰো চহী নাই। নিজৰ মাটিত নিজে খেতি কৰা মানুহ দুজনে এমোনৰ ঠাইত দহমোনকৈ লোকচান দেখুৱাই চহী দিছেই। দীঘলাৰ হাতত চহী লবলৈ কাগজখন দি জগন্নাথ গ'লগৈ। কাগজখন চাই দীঘলাই কলে, কংস, ৰামধাৰীহঁতে আধি দিয়া মাটিবোৰৰ মালিক হিচাবে চহী কৰি সুদে-মূলে ধান উলিয়াই ল'ব ৰাইজ। আধি মাটিৰ ধান মালিকক নিদিওঁ নথওঁ কৰিছিলো হয়, আমি নিদিলে কি হ'ব? চৰকাৰৰ ফালৰ পৰা সিহঁতে উলিয়াই ল'ব।" বকুলে বোলে সদায় বনৰীয়া হাতীয়ে ধান লোকচান নকৰে, মোমাই। চৰকাৰৰ ফালৰ পৰা লওঁক। আমি নিদিওঁ বুলিলো নিদিওঁবেই। বংশী, আকবৰহঁতো আহি পালেহি। জগন্নাথে কৈ যোৱা কথাবোৰ বকুলে বংশীহঁতক ক'লে। গদাধৰহঁত মাটি গিৰিয়াকেইটা চৰকাৰৰ ফালৰ পৰা ক্ষতিপূৰণ পোৱাৰ কাৰণে কি বুদ্ধিত খেতিয়কৰ চহী কৰাই দৰ্খাস্ত এখন লৈ গ'ল, তাৰ বিৱৰণো বকুলে দিলে। বংশীয়ে কংসৰ ওপৰত নিৰ্ভৰ কৰি নাথাকি ৰাইজক ডি. চি. ৰ ওচৰলৈ যোৱাৰ কাৰণে জোৰ দি ধৰিছিল। টকা-পইচাৰ খৰচ, ৰাতি টোপনি খতি, হাত বজাৰলৈ যোগাৰ কৰা ইত্যাদি লেঠা দেখুৱাই সকলোৱে সোমবাৰলৈকে দুটা দিন বাট চোৱাৰ অভিমত প্ৰকাশ কৰিলে।

ভূধৰে বোলে "পুতেক লক্ষীৰ বিয়ালৈ এসপ্তাহেই নাই। বিয়াখনৰ কাম

পৰি আছে। হাতীৰ পোকৰত এই কেইদিন ঢাপলিয়াই ফুৰোতেই গৈছে। আজি আৰু কালিলৈ দুটা দিনতে হাত বজাৰ কৰা কামটোও নকৰিলে পিচত অ-ুবিধা হ'ব। সেইটো কথা কওঁ কওঁ কৰিয়েই আছিলো। তাৰ উপৰি কালিলৈ নামঘৰতে নাম এবাৰ ল'ব লাগে ৰাইজে। মই চান্দা বহীখনো লৈ আহিছো। আজি চান্দা উঠাইহে কালিলৈ শৰাই এখন দিব পৰা হ'ব। তাকে চাই মোক আজি এবি দিয়ক।" চান্দাৰ বহীখন ভূধৰৰ হাতত দেখাৰ পৰা বকুলৰ খং উঠিছিল। এটাৰ পিচত এটাকৈ বিপদ হৈছে। তাৰ মাজতে আকৌ নাম কীৰ্ত্তনৰ আয়োজন। "নাম কীৰ্ত্তন কৰা যদি কেইদিনমানৰ পাছত কৰিবা নেই।" দীঘলাইও বকুলৰ কথাতে হয়ভৰ দি বোলে— এতিয়া সেইবোৰ চান্দা উঠোৱাৰ কাম বাদ দিয়া ভিনিহি। টোপোলা এটা আগবঢ়াই থোৱা, দিন-খেন মিলাই পিছে পৰে নাম ল'লেও হ'ব।

লাখুটিডালত ভৰ দি ওচৰতে বৈ থকা ৰহেশ্বৰে বোলে— "কোনটো আগৰ কাম অ'? নামলৈ পিঠি দি কোনটো কাম কৰিব পাৰিবি ঐ দীঘলা? কিবা চেঙেৰা ল'ৰাই কোৱাদি তইনো কথাবোৰ কব কেলেই?" বকুলে বোলে— গধূলি নামঘৰত নাম ল'বানে পথাৰত ধান ৰখিবা? গোঁসাই ঈশ্বৰ-কে দিয়াগৈ বুলি ৰাইজে কৈ পঠিয়াইছে, মহাপ্ৰভুৰে সত্ৰৰ পৰাই আৰ্শীবাদ এহালিছা দি সদ্যহতে হাতীৰ উৎপাতৰ পৰা কেইদিনমান ৰাইজক ৰক্ষা কৰি থাকক।"

বংশীয়ে গুজুক কৈ মাত লগালে "নাম ল'লে হাতী নাযায় ঐ। হাতীৰ কাৰণে গণেশ পূজাহে কৰিব লাগে। দীঘলা ককাইদেউ ডি.চি.ৰ ওচৰলৈ যোৱাটোও বন্ধ কৰা। বামুণ এজন বিচাৰি আমি শংকৰী নামঘৰত হিন্দী চিনেমাৰ গান বজাই গণেশ পূজাকে কৰি চাওঁ।" বংশীহঁতে ব্যঙ্গ কৰি কথা কোৱাৰ কাৰণে দিহিঙীয়াই দম-দমাই উঠিলে। "তহঁতে ধৰ্ম-কৰ্ম নামান, নেলাগে মানিব। তহঁতেনো নামঘৰলৈ কোনদিনা নাম ল'বলৈ আহিছিলি? আমি কি কৰো কি নকৰো তাৰ ওপৰত হাত দিবলৈ আহিবি কিয়? ধৰ্ম-কৰ্ম নামানি পাইছ নহয়? আৰু পাব। এইয়া আৰম্ভ হৈছেহে। মুৰে-ভৰি কাটিছিলিহক? দেশত নোহোৱা-নোপোজা কাম কৰিবলৈ গৈ এইবোৰ অপায় অমঙ্গল তহঁতিয়েই চপাই আনিছ। ইমান দিন সেইবোৰ আধি মাটিতে খেতি-খোলা কৰি খাইছিলো। কোনোবা দিনা বনৰীয়া হাতীয়ে দৌৰাত্ম্য কৰা দেখিছিলিনে? কতা কুকুৰহঁত?" আকৱৰে ধৰ্মীয় কথাৰ মাজত নোসোমায়, আৰু যুক্তি দি তৰ্কও কৰিব নাজানে। কিন্তু

দিহিঙীয়াই আকবৰুইতক হাতী ধাননিত সোমোৱাৰ কাৰণে দায়ী কৰাত তাঁচত কথা নোকোৱাকৈ থাকিব নোৱাৰি বোলে "বৰ পিতাই, কংসৰ বন্দুকটো খুজি আনি দিয়া। বংশীয়ে একে গুলীতে হাতীটো বগৰাই দিব।" মাষ্টৰো আহি কথাবোৰ শুনি আছিল। অযথা সময় নষ্ট কৰি তৰ্ক কৰাৰ কাৰণে মাষ্টৰে বোলে "হাতী আছে যেতিয়া ইয়াত নহয়, তাত কৰবাত দৌৰাত্ম্য কৰিবই। সেইটো মঙ্গল অমঙ্গলৰ কথা নহয়। পূজা-পাতি বা নাম কীৰ্ত্তন কৰিও হাতী খেদি পঠিয়াব নোৱাৰি। আচল কথা হ'ল-তিনিদিনৰ আগতে দৰ্খাস্ত দিলো, চৰকাৰৰ কাণসাৰ হোৱা নাই কিয়? আজি কংসই তাৰ ধান খোৱাৰ কাৰণে চৰকাৰী যথেষ্ট অফিচাৰ আনিবই। এখন বাইজে চৰকাৰক ক্লাব নোৱাৰিলে কিয়? আজি যদি কংসই ডি. এফ.ক লৈ আহিব পাৰে, বাইজৰ শক্তি, মান-সন্মানটো ক'ত থাকিব?" "বাইজৰ মান-সন্মান ক'ত থাকিব সেইটো কথা সুধি একো লাভ নাই চাৰ। এওঁলোকে মান-সন্মান বুজি নেপায়। কাৰ ঘৰত নামগোৰা কোন দিনা আছে তেওঁলোকক সেইটো কথা সোধক, তাৰ উত্তৰ লগে লগে দিব পাৰিব।" বকুলৰ কথা শেষ হ'বলৈকে নাপালে, দিহিঙীয়াই লাখুটিডাল ভাঙি বকুলক এটাভোন দি দিলেহি। "কতা চুৰা খোৱাৰ জাত। একেটা মাৰতে মূৰটো ভাঙি দিওঁ। লৰ মাৰিলি কেলেই জহনিত যোৱা" ভূধৰে দিহিঙীয়াৰ হাতৰ লাঠিডাল কাঢ়ি আনিলে। দিহিঙীয়াই খঙত কিবা কৈ আছিল।

মাষ্টৰে দিহিঙীয়াক শান্ত কৰিবৰ কাৰণে বোলে "ল'ৰাৰ কথাত লাগি মূল সমস্যাটো তল পেলালে কেনেকৈ হ'ব দিহিঙীয়া ককাইদেউ? ডি. চি.ৰ ওচৰলৈ যোৱা নহ'ল যেতিয়া আজি ৰাতিৰ কাৰণে কি ব্যৱস্থা কৰে সেইটো চিন্তা কৰক।" দীঘলাই বোলে, "কংসই চৰকাৰী মানুহ আনিব বুলিছে, তেওঁলোকেনো কি কয় চাই লওঁচোন। মূঠতে বন্দুক নোগোটালে হাতী নেযায়, আৰু কালিৰ দৰে ধান ৰাখিবলৈ গ'লে হাতীয়ে মানুহক মাৰিব।" পিচবেলা চৰকাৰী মানুহ অহা নহাৰ খামাখা কিবা এটা হোৱাৰ পিচত কি ব্যৱস্থা লোৱা হয় সময়ত ঠিক কৰিম বুলি মানুহখিনি ঘৰাঘৰি গ'লগৈ।

সেইদিনা পিচবেলা ভাগলে কংসৰ জীপ গাড়ীত কেইবাজনো ফৰেষ্ট ডিপাৰমেণ্টৰ মানুহ হাতত বন্দুক লৈ আহি নামঘৰৰ মুখত ৰ'লহি। কংসই তেওঁলোকক ধাননিখন দেখুৱাই ডি. এফ. অ'.ৰ লগত আলিত থিয় হৈ থাকিল। তিনিজন ফৰেষ্টাৰ লৈ ফৰেষ্ট গাৰ্ড ধাননিলৈ নামিল। চৰকাৰী মানুহ আহিছে

বুলি শুনি যেয়ে যতে আছিল নামঘৰৰ ওচৰলৈ ওলাই আহিল। নাঙঠ লৰা ছোৱালী এজাকে চিঁৰিয়াখানাৰ জন্তু চোৱাদি ফৰেষ্টৰ গাড়ীখন বেঢ়ি ধৰিলেহি। ধান লোকচান কৰা মানুহ কিঘৰৰ গৃহস্থবোৰে চৰকাৰী মানুহক ধানৰ অৱস্থা দেখুৱাবলৈ আগবাঢ়ি ধাননিলৈ গ'ল। চৰকাৰী মানুহে চাই গ'লেই তেওঁলোকে ক্ষতিপূৰণ পাব বুলি বহুতৰে ধাৰণা। সেই কাৰণে ধান দেখুৱাত মানুহবোৰ ব্যস্ত হৈছিল যদিও ফৰেষ্টৰ মানুহ কিজনে হাতী অহাৰ পথৰ অনুসন্ধান কৰাতহে লাগিল। হাতী মাৰিব। মানুহ খেদা বদমাছ হাতীটো মাৰিব। ল'ৰা ছোৱালীবোৰৰ মৰা হাতীটো চাবলৈ পাম বুলি আনন্দত তৎ নাই। ৰাইজৰ মুখলৈ পানী আহিল। চৰকাৰী বিষয়া আহিল যেতিয়া ধানবোৰ ৰক্ষা পৰিবই। ইতিমধ্যে নামঘৰৰ মুধৰ ওখ ঠাই টুকুৰাত মতাই মাইকীয়ে বহুত মানুহ জমা হ'লহি। দিহিঙীয়াহঁতে আগৰ ৰাতি কেইটাত হোৱা বিপৰ্যয়বোৰৰ বিৱৰণ দি হাতীটো মৰিবলৈ ডি. এফ. অ'. ক অনুনয়-বিনয় কৰিলে। ডি. এফ. অ'. ই "কি কৰিব পাৰো চাওঁচোন" বুলি কংসৰ জীপত উঠি ৰাইজক একো নোহোৱাকৈ কংসৰে সৈতে গুছি গ'ল। মনবৰেহে কথাৰ ভেদটো দাঙি দিলেহি। অফিচাৰে চাহ খাবলৈহে গৈছে। কিছু সময়ৰ পিছত ফৰেষ্টাৰ কিজনো ঘূৰি আহিল। তেওঁলোকে হাতীৰ কেঁচা খোজ দেখি আহিছে। হাতীটো ৰিজাৰ্ভৰ ভিতৰত সোমাই আছে।

ফৰেষ্টাৰ কেইজনো কংসৰ ঘৰলৈ গ'লগৈ। ফৰেষ্টৰ মানুহে কি ব্যৱস্থা লয় তাৰে গুণা গথা কৰি ৰাইজ বৈ থাকিল। কোনোবা কোনোবা কেইটামান ফৰেষ্টাৰ কেইজনৰ লগতে কংসৰ ঘৰলৈকে গ'লগৈ। মাষ্টৰ, বকুলহঁত আটাই কেইজনে সেইদিনা ৰাতিৰ ব্যৱস্থা কি কৰা হয় তাৰে আলোচনাত আকবৰৰ ঘৰত বহি আছিল। ডি. এফ. অ' আহিছে বুলি খবৰ পায়ো কোনো তেওঁলোকৰ ওচৰলৈ নাহিল। বিশেষকৈ ডি. এফ. অ'.ৰ ওপৰত খং। তেওঁলোক কংস যোৱাৰ লগে লগেই আহিল, অথচ ৰাইজে মানুহ পঠিওৱাৰ ওপৰত কোনো গুৰুত্ব কিয় নিদিলে? এখন তৰ্ক যুদ্ধ কৰিবলৈহে বংশী প্ৰস্তুত হৈছিল। মাষ্টৰে বুজাইহে বংশীক ঠাণ্ডা কৰিলে।

চৰকাৰী অফিচাৰসকলে সোন ৰূপৰ চৰণ চলাই কি পৰিদৰ্শন কৰিলে তাৰে খবৰ ল'বলৈ আকবৰ, বংশী, মাষ্টৰ, বলোৰাম, কষ্টি, সোণধৰহঁত নামঘৰৰ ওচৰ পালেহি। তেতিয়ালৈকে পৰিদৰ্শনৰ খবৰ আহি পোৱাহি নাছিল। অলপ

পিচতে মথং আৰু লুখুৰা আহি ক'লেহি যে "ফৰেষ্টাৰ কিজনে হাতী অহা বাটত ৰিৰ্জাভৰ দাঁতিত বৈ পহৰা দি থাকিব। হাতী আহিলেই গুলিয়াব। কিন্তু হাতী নামাৰে। ফৰেষ্টাৰ কেইজনৰ লগত ঢোল একোটা লৈ সাত আঠজন মানুহ ৰিৰ্জাভৰ দাঁতিলৈ লৈ যাব। হাতী কোন ফালৰ পৰা আহে ঠিকনা নাই। সেই কাৰণে ৰিজাৰ্ভৰ দাঁতিত কেইবাটাও মানুহৰ দল ৰাখিব। হাতী যি ফালৰ পৰাই নাহক, দেখা মাত্ৰকে ঢোল বজাই দিব। তাৰ পিচত ফৰেষ্টাৰ কেইজনে বন্দুক ফুটাই দিব। ধাননিত কোনো মানুহ থকাৰ আৱশ্যক নাই। কাৰণ এন্ধাৰত ফুটোৱা বন্দুকৰ গুলি মানুহৰ গাত লগাৰ সম্ভাৱনা আছে। গাঁৱৰ মানুহে ভয় কৰে কাৰণে বিহাৰী বনুৱাও গাঁৱৰ মানুহৰ লগত পঠিয়াব।

কথাটো শুনি ৰাইজে ভাল পালে। অন্ততঃ তিনি ৰাতিৰ টোপনি পূৰাই পিছদিনা বজাৰ-সমাৰ কৰিবলৈ মানুহৰ গাৰ নিচিনা কৰিব পাৰিব। হাতীটো নেমাৰে বোলাত ফণিধৰে বোলে "হাতীটো ঠেং ভৰি লগা জীৱ। আজি খেদি থৈ গ'লে সি কালিলৈ আকৌ আহিব। জঙ্ঘলী মানুহে সদায় আহি ধান ৰাখিবহি নেকি?" মথণ্ডে বোলে, সেইটো কথাও আমি কৈছিলোঁ। জঙ্ঘলী চাহাবে বোলে কেইখনমানৰ ধান খাওঁতেই ইমান মূল্যবান হাতীটোক মাৰিব নোৱাৰে। ফণিধৰে বোলে, "মূল্যবান ৰাইজখন নে, সিহঁতৰ বনৰীয়া হাতীটো? সেইটো কথাওঁ তই নুসুধিলি কেলেই? বন্দুক চলাব নেজানো কাৰণে, নহ'লে কোনোবা এঘৰৰ বন্দুক এটা চুৰ কৰি আনি হ'লেও হাতী মাৰিহে এৰিলোহেঁতেন।"

মাষ্টৰে হাঁহি এটা মাৰি বোলে "হাতী মৰাৰ পাচত যে কেচ্ এখন হ'ব, সেইটো কথা পাহৰি নেযাবা ফণিধৰ। ডাঙৰ কেচ্ হ'ব। ল'ৰা-ছোৱালী বিক্ৰী কৰিও কেচ্‌ত জিকিব নোৱাৰিবা।" সোণধৰে বোলে "সিহঁতি কেচ্ দিলে আমাৰো কথা আছে, মাষ্টৰ। গাঁৱলীয়া ভাগে অকৰা মকৰাকে আমিও পইণ্ট ধৰিব পাৰিম বুজিছে। চৰকাৰে যদি জীৱ-জন্তু পুহিছে গৃহস্থই গৰু, ছাগলী বধা দি ৰাখক। ৰাইজৰ শস্য নষ্ট কৰিবলৈ এৰি দিলে হ'ব নেকি?

বংশীয়ে বোলে "তোমাৰ ওকালতি ইমানতে এৰা। কংস মহাৰাজে ৰাইজক আজি শুবলৈ কৈছে। গধুলি হ'বৰে হ'ল। ঘৰাঘৰি যোৱাহঁক। নহ'লে গণেশ দেৱতাই বাটতে মোহাৰিব।" কিছুমান ঘৰাঘৰি গ'ল যদিও বংশীহঁতে যোৱাৰ পৰলৈকে ফৰেষ্টাৰসকলৰ লীলা-খেলা চাবলৈ বুলি অলপ আঁতৰত

জুম বান্ধি বৈ থাকিলহি। ভালকৈ এন্ধাৰ হ'ল। ফৰেষ্টাৰ কিজনে বিহাৰী মানুহ এজাক লৈ ৰিজৰ্ভাভৰ দাঁতিলৈ যোৱাও ভালেমান পৰ হ'ল। বংশীহঁতে নামঘৰৰ মুখত আগদিনা জ্বলোৱা ঠাইতে জুই একুৰা জ্বলাই বহি আছিল। ভূধৰো আহি জুইৰ ওচৰত বহিলহি। প্ৰথমা দিনা হাতীয়ে মিলনক খেদি আনোতে মিলনে কি কৰিছিল, কি অৱস্থাত চুৰিয়া এৰি আহিছিল সেই প্ৰসঙ্গটো উলিয়াই দীঘলাই ৰগৰ তুলিছে। হঠাৎ বন্দুকৰ আৱাজ শুনা গ'ল। হাতীয়ে গুলি খালে। আকবৰে বোলে গাত গুলি লাগিছে যদি সি আৰু ধাননিলৈ কেতিয়াও নাহে। কথাটো গমলবলৈ মানুহবোৰ ৰিজৰ্ভাভৰ ফালে আগবাঢ়িল। কাৰোবাৰ ঘৰত জুই লাগিছে। লগে লগে জুইৰ পোহৰৰ ফালে মানুহবোৰ দৌৰিবলৈ ধৰিলে।

খলিফাৰ ঘৰত জুই লাগিল । জুই কুৰালে পোনাই দৌৰি আহোতে এন্ধাৰত কোন ক'ত পৰিলে ঠিকনা নাই। মানুহবোৰ আহি পাওঁতে জুই নুমুওৱাৰ চেষ্টা কৰিবলৈ একো বাকী নাই। শুকান খেৰ-বাঁহৰ ঘৰটোৰ জুই কুৰা প্ৰায় নুমাও নুমাও হৈছেগৈ। ভঁড়ালটো ৰক্ষা পৰিল। লেঙেৰীয়ে একো বস্তু ঘৰটোৰ পৰা উলিয়াব নোৱাৰিলো ঐ" বুলি কোৱাৰ পিচতো আকবৰে কুঁৱাৰ পৰা পানী আনি জুইৰ ওপৰত ঢালিছিলেঁহি। কিন্তু ছাইখিনিৰ বাহিৰে কিবা বস্তু উদ্ধাৰ কৰাৰ আশা নেদেখি সি হতাশ হৈ পানী ঢলা বন্ধ কৰিলে। তাৰ গাত তেতিয়া হুছেই নাই। সি যেন জুই কুৰাৰ ওপৰতে পৰি দি শেষ হৈ যাব। "মই কি কৰিম এতিয়া! মই এতিয়া কি কৰিম!" বুলি আকবৰে ঘূৰাঘুৰি কৰি অধৈৰ্য্য হোৱা দেখি দীঘলাই বোলে। "নতুন ঘৰ সাজিবৰ কাৰণেহে বোলে মানুহৰ ঘৰত জুই লাগে বুজিছ। তোৰ ভঁড়ালটো যে ৰক্ষা পৰিল।" ইমানপৰে আকবৰে ভঁড়ালটো দেখাই নাছিল। মৰসাহ কৰি ভঁৰালটোৰ ওচৰ চাপি দেখিলে যে সি ভঁড়াললৈ অনা নেউলী ধানখিনি ৰক্ষা পৰিছে। তামোলনিলৈক গোটেই বাৰীখন তেতিয়ালৈকে তাৰ ঘৰৰ জুইৰ আঙঠাবোৰে পোহৰ কৰি থৈছিল।

ৰূপহীয়ে দিয়া বিৱৰণ মতে মায়েক প্ৰমীলাহঁতৰ ঘৰলৈ গৈছিল। তাই ভাত ৰান্ধি আছিল। ববাক বিচনাত আৰু ববাকৰ ওচৰতে বহি কৰিমে পঢ়ি আছিল। পিছ পিনৰ ভীম কল জোপাত আজোৰ-পিজোৰ হোৱা শুনি ববাকে কোন ঐ' বুলি ডাঙৰকৈ মাত মাতি দিওঁতেই কলগছ এডাল ঘৰটোত পৰি ঘৰটো হেঁচা মাৰি চেপেটা কৰি দিলেহি। ঘৰটোৰ পৰা সিহঁতি কোনো ৰকমে চুচৰি চুচৰিহে ওলাই আহিলে। কৰিম আৰু ৰূপহী ওলাই আহিয়েই চোতালত

হাতীটো দেখি "হাতী! হাতী"। বুলি চিঞৰি চিঞৰি প্ৰমিলাইঁতৰ ঘৰলৈ লৰ মাৰিলে। তেতিয়ালৈকে ববাক ঘৰৰ ভিতৰৰ পৰা ওলাবই পৰা নাছিল। চিঞৰ-বাখৰ কৰি মানুহ মাতোতেও হাতীৰ ভয়ত কোনো মানুহ ওলাই অহা নাছিল। পিছত ঘৰত জুই লাগিলে বুলি যেতিয়া ৰূপহীইঁতে চিঞৰি দিছে তেতিয়াহে মানুহ আহিছে। হাতৰ কটাৰীয়ে হাত কটাৰ দৰেই নিজৰ ভাতৰ চৰুৰ জুইয়ে নিজৰ ঘৰটো পুৰি শেষ কৰি দিলে।

খলিফাই কিছু আঁতৰি গৈ পনিয়ল জোপাত আউজি ঘৰটোৰ অৱশিষ্ট অংশবোৰকে চাই চাই বহি আছিল। ৰূপহীয়ে এঙ্কাৰৰ কালে মুখ কৰি কান্দিছিলগৈ। খলিফাক ঘৰত জুই লগাৰ কথা সুধিবলৈ গৈ দীঘলাই দেখে খলিফাৰ গাত তেজ। তেজবোৰ দেখি দীঘলাই আচৰিত হৈ তেজ ক'ৰ পৰা ওলালে, ক'ৰবাত দুখ পাইছে নেকি বুলি খলিফাক সুধিলে। খলিফাই দীঘলাক সেঁহাই সেঁহাই যিটো বিৱৰণ দিলে, সেই বিৱৰণ শুনি খলিফাক তাৰ পৰা দাণ্ডি নিবলৈ আকবৰহঁতক দীঘলাই চিঞৰি মাতিলে। হাতীয়ে ঘৰ ভাঙোতে ওপৰৰ চাঙত তুলি থোৱা বাকচ এটা খলিফাৰ বুকুত পৰিছিল হেনো। বহুত সময় খলিফাই উশাহ ঘূৰাবই পৰা নাছিল। জুই দেখি চুছৰি চুছৰি কোনো ৰকমেহে বাহিৰ ওলাই আহিলে। মুখৰ মাত নোলাইছিলে, কাকো মাতিব পৰা নাছিলে। এবাৰ টানকৈ গাৰ জোৰেৰে ৰূপহীক মাতি দিওঁতেই তেজ বমি হ'ল। তাৰ পিছৰ পৰা খলিফাৰ তেজ বমি হৈয়ে আছে। দীঘলাই আকবৰক মাতিলে আকবৰে সৈতে দাং কোলাকৈ খলিফাক স্কুল ঘৰলৈ আনিলে। বাকচ পত্ৰ, হাঁহ কুকুৰা সকলো বস্তু জুইত জাহ গ'লেই। ৰূপহীৰ তাঁতৰ শালখন ভঁৰালৰ আগতে চালিখনত আছিলে। তাঁতৰ শালখন তাতে এৰি থৈ মানুহখিনিক স্কুল ঘৰলৈ বাইজে লৈ আহিলে। পিন্ধি থকা কাপোৰৰ বাহিৰে আঘোণ মহীয়া জাৰত গাত ল'বলৈ মানুহখিনিৰ কাপোৰ-কানি নাই। বাইজে ইঘৰ-সিঘৰৰ খবৰ কৰি য'ৰে যিটো পালে তাকে আনি দিলেহি। নিজৰ ঘৰৰ জ্বলা জুইৰ তাপেৰে লেঙেৰী ৰূপহীৰ অন্তৰবোৰ উতপ্ত হৈ আছিল। সিহঁতি তেতিয়া কাপোৰ-কানিৰ প্ৰয়োজন বোধ কৰা অৱস্থাত নাছিলে। স্কুলৰ ল'ৰা-ছোৱালী বহা কল ঠকবাৰ কথ কেইখনমান জোৰা দি তাতে খলিফাক শুৱাই থৈছে। জুই একুৰা খলিফাৰ ওচৰতে জ্বলাই লৈ লেঙেৰীয়ে খলিফাৰ বুকুত সেক দি থাকিল। দীঘলা, বকুল আৰু বংশী স্কুল ঘৰতে ৰাতি থাকিল। বাকী বাইজ মাজনিশা

ঘৰাঘৰি গ'লগৈ। জুইৰ সেক দিয়াৰ বাহিৰে সেই নিশা খলিফাৰ চিকিৎসাৰ অন্য একো ব্যৱস্থা কৰিব পৰা ন'গল।

পিচদিনা দেওঁবাৰে হাতীয়ে ঘৰ ভঙা, ঘৰ জ্বলা কথাটোলৈ মানুহৰ মাজত এটা আতঙ্কৰ সৃষ্টি হ'ল। চৰকাৰৰ ঘৰৰ মানুহ অহাৰ আগতেও মানুহে হাতীৰ ভয়ত শান্তিৰে শুব পৰা নাছিল, কিন্তু আগ নিশাৰ ঘটনাই দিনতে মানুহ ওলাবলৈ ভয় কৰা হ'ল। ফুটুকলানিবোৰৰ মাজৰ পৰাই যেন হাতীটো ওলাই আহিব। তথাপি খলিফাৰ খবৰ কৰিবলৈ অহা ল'ৰা বুঢ়া মানুহেৰে স্কুলঘৰ ভৰি পৰিলে।

আগৰাতি খলিফাৰ লগতে লাগি থাকি ৰাতিপুৱাই বংশীয়ে কাপোৰ-কানি সলাই খলিফাৰ চিকিৎসাৰ কিবা ব্যৱস্থা এটা কৰো বুলি ঘৰলৈ আহিছিল।

মঙলা বুঢ়াৰ ঘৰটো চেপেটা হৈ পৰি থকা ভালেখিনি দূৰৰ পৰাই বংশীয়ে দেখিলে। ঘৰটোৰ এই অৱস্থা হোৱাৰ কোনো কাৰণ সি লগে লগে ঠাৱৰ কৰিব পৰা নাছিল। বতাহ, বৰষুণ নাই। এনেয়ে ভাগি পৰিবলগীয়া অৱস্থাৰ ঘৰো নাছিল। ঘৰটোৰ ওচৰ পাই সি বলোৰাম আৰু ফুলেশ্বৰীৰ কথা ভাবিলে। সিহঁত ক'লৈ গ'ল। ইফালে-সিফালে ঘূৰি হঠাৎ বেৰৰ ফাঁকেদি মানুহৰ ভৰি দুখন তাৰ চকুত পৰিল। বংশীৰ সৰ্ব্বশৰীৰ আতঙ্কত শিয়ঁৰি উঠিল। ঘৰটো ভাগি এইমাত্ৰ যেন মানুহ দুটাক হেঁচা মাৰি ধৰি আছে। সি প্ৰাণৰ কাতৰেৰে চিঞৰিবলৈ ধৰিলে। কাহিলী পুৱাৰ ঘুমতি ভাঙি জালুকণিৰ মানুহ আহি সেইখিনি পোৱালৈ সি অপেক্ষা কৰি থকাৰ ধৈৰ্য্য ন'হ'ল। সি ঘৰৰ বেৰ, চাল দাঙি ধৰি মানুহ দুটা উলিয়াব পাৰে নেকি চেষ্টা কৰি ভাগৰি পৰিছে। ইজন সিজনকৈ গাঁৱৰ মানুহে চাপ খাই আহিল। ঘৰৰ চাল দুখন কাটি আঁতৰাই বেৰবোৰ দাঙি দিয়াৰ পিচত মানুহৰ ডিঙিবোৰ ওলাল।

বলোৰাম আৰু ফুলেশ্বৰী ওচৰা-ওচৰিকৈ পৰি আছে। বলোৰামৰ মূৰটো চেপেটা হ'ল, নাক মুখৰ চিন নাই। গৰ্ভৰ সন্তানটো বাহিৰ ওলাই বিভৎস অৱস্থাত ফুলেশ্বৰী পৰি আছে। সিহঁতৰ গাত হাত দি বংশীয়ে বৰফত হাত দিয়া যেন অনুভৱ কৰিলে। বহুত সময়ৰ আগতেই সিহঁতি মৰিল। ইতিমধ্যে পিচফালে চপৰানিখনত হাতীৰ খোজ দেখি, হাতীয়ে ঘৰ ভাঙি বলোৰামহঁতক মৰা কথাটো খাটাং বুলি মানুহে কোৱা-কুই কৰিলে।

তেতিয়ালৈকে দৰঙীচুকত হাতীয়ে খলিফাৰ ঘৰ ভঙা কথাটো জালুকণিৰ বাইজে গম পোৱাই নাছিল। হেলাবঙে বন্দুকেৰে মানুহ গুলিয়াই মাৰি অহা

বংশীয়ে বলোৰামৰ গাত হাত থৈ উচুপি উচুপি কান্দিলে। মণ্ডলা বুঢ়া ক'লৈ গ'ল। তাৰ কি অৱস্থা হ'ব। বহুত চিন্তাই বংশীৰ মূৰটো হেঁচি ধৰিলে। মণ্ডলা বুঢ়া মাকুমত থকা জীয়েকৰ ঘৰলৈ গ'ল বুলি কোনোবাই কোৱা বংশীৰ কাণত পৰিলেহি। তাৰ সম্বিৎ ঘূৰি আহিল। মণ্ডলাক আনিবলৈ কাৰোবাক পঠিয়াব লাগিব। সি বলোৰামৰ ওচৰৰ পৰা আঁতৰি আহি জেওৰাখনত ধৰি তলমূৰ কৰি চিন্তা কৰি থাকিল। আকবৰৰ ঘৰ ভাঙিলে। বলোৰাম একেবাৰে গুচি গ'ল। হাতীয়ে ৰাইজৰ ধান খাইছে। ফুলেশ্বৰীক লৈও এটা আলোড়নৰ সৃষ্টি কৰিবলগীয়া আছিল। মাটি দখল লোৱা আন্দোলনটো বন্ধ হৈ গ'ল। গোটেই কথাবোৰে একেলগে বংশীক জুমুৰী দি উদ্ভ্রান্ত কৰি তুলিলে। মজদুৰ গাঁৱৰ হোজা মানুহবোৰ আহিছে, গৈছে। এই অৱস্থাত কি কৰিব লাগিব তাৰ বিষয়ে কোনেও একো কোৱা সি শুনা নাই। ইফালে খলিফাই বান্তি কেইবাবাৰো তেজ বমি কৰি থকা সি দেখি আহিছে। মৰাশ দুটা এৰি আঁতৰি যাবলৈ তাৰ মন যোৱা নাই। হাট বজাৰলৈ অহা মানুহে বাটৰ দাঁতিতে ভাৰবোৰ থৈ মৰাশ দুটা দেখি চিঃ চিঃ কৰিছেহি। কোনোবা কোনোবা কেইটামানক বকুল আৰু মাষ্টৰক খবৰটো দিবলৈ পঠিয়াই, সি সেই ঠাইৰ পৰা আঁতৰি আহি মনটো স্থিৰ কৰিবলৈ বাটৰ দাঁতিত বহিলহি। জনমজয়ক মতাই আনি মংলাক মাতিবলৈ কোনোবা এটাক পঠিয়াবলৈ ক'লে। পুলিচলৈও খবৰ দিব লাগিব। মাষ্টৰহঁত অহাৰ আগতে সেইবোৰ কাম কৰা নহ'বগৈ। সি অপেক্ষা কৰি থাকিল।

বকুল মাষ্টৰহঁত আহি পোৱালৈ ঠাই ডোখৰত মানুহ ভিৰ দি বাট পাবলৈ নোহোৱা অৱস্থা। মাষ্টৰ আহি কিছু দূৰৰ পৰা পৰিবেশটো লক্ষ্য কৰিলে। বলোৰামৰ মৰাশটো চাই অন্তৰত দুখ নিদিওঁ বুলি ভাবি মাষ্টৰ মৰাশৰ ওচৰলৈ ন'গল। বকুলে চকু ঢাকি কান্দি কান্দি বলোৰামৰ ওচৰতে কিছু সময় থাকিল। মাষ্টৰ বংশীৰ ওচৰলৈ অহা দেখি বকুলে আগবাঢ়ি আহি বংশীৰ ওচৰ পালেহি। মাষ্টৰক বংশীয়ে কথা ক'ব পৰা নাই, শোকে খুন্দা মাৰি ধৰিছে। মাষ্টৰ বিচলিত ন'হল। ক্ষন্তেক বৈ থাকি মাষ্টৰে বোলে, "কান্দিবলৈ আৰু কিটো আছে বংশী? এইবোৰ সংঘাটৰ মাজেদি যি ধৈৰ্য্য ধৰি কাম কৰি যাব পাৰে, সেইবোৰহে কামৰ মানুহ। মৰা দুটাৰ কাৰণে আমাৰ কৰিবলগীয়া একো নাই। পুলিচত এজাহাৰ এখন বকুলে দিয়কগৈ। এজাহাৰত চহী কৰিব লাগিব মণ্ডলাই। মংলাক আনিবলৈ মানুহ গৈছে বুলি বংশীয়ে ক'লে। অলপ সময় মাষ্টৰেও কোনো

কথা কোৱা নাছিল। খলিফাৰ অৱস্থা বৰ বেয়া। খলিফাৰ ওচৰলৈ গৈ তাতে এজাহাৰখন লিখি পঠিয়াম বুলি মাষ্টৰে বকুলক লৈ খলিফাৰ ঘৰৰ ফালে গুচি গ'ল। বংশীয়ে ইমান পৰে খলিফাৰ কথা পাহৰি আছিল। মৰা মানুহ দুটাৰ লগত বৈ থাকি খলিফাৰ কাৰণে একো কৰিব নোৱাৰি বংশীৰ অস্থিৰতা আৰু বেছি হ'ল। খবৰটো কেউফালে বিয়পি পৰিবলৈ বেছি সময় নালাগিল। খলিফাক সেইদৰে এৰি থৈ আকবৰ আৰু ৰূপহী আহি পালেহি। দীঘলাও আহিলে। আকবৰে বলোৰাম আৰু ফুলেশ্বৰীৰ শ দুটা চাই আহি অকলশৰে তলমূৰকৈ বহি থাকিলেগৈ। বংশী আকবৰৰ ওচৰ পালেহি। কাৰো মুখত কোনো কথা নাই। ৰূপহীৰ অৱস্থাটো বংশীয়ে লক্ষ্য কৰিলে। ৰূপহীয়ে কান্দিছে। অন্য মানুহে ৰূপহীয়ে কন্দাৰ গুৰুত্ব নুবুজিলেও বংশীয়ে ভালদৰে তাইৰ অন্তৰৰ দুখ হৃদয়ঙ্গম কৰিব পাৰিছিল। বাপেকক সেই অৱস্থাত এৰি থৈ তাই শেষবাৰৰ কাৰণে বলোৰামক চাবলৈ আহিছে। বংশীয়ে ৰূপহীৰ অৱস্থা দেখি তাইৰ ওচৰ পালেগৈ, কিন্তু তাইৰ অন্তৰৰ বেদনা উপশম কৰিব পৰাকৈ, তাইক বুজনি দিবলৈ তাৰ মুখত কথা ওলোৱা নাই।

ৰূপহীয়ে বংশীক দেখি "মোৰ কপালত কি লিখা আছিল, বংশী কাইটি" বুলি হুকহুকাই কান্দি দিলে। "মই আছো অ', বলোৰামে তোক এৰি থৈ গ'ল যদিও তোক মই নেৰো। তই ঘৰলৈ যা, বৰাৰক সেইটো অৱস্থাত এৰি আকবৰে আৰু তই ইয়াত থকাটো ভাল কথা হোৱা নাই।" বংশীয়ে ৰূপহীক কথাকেইটা কৈ হাতত ধৰি তাইক আকবৰৰ ওচৰলৈ লৈ গ'ল। ৰূপহী বৈ নাথাকিল। তাই আগবঢ়া দেখি আকবৰো তাইৰ পিছে পিছে ঘৰমুৱা হ'ল। যাওঁতে খলিফাক চাবলৈ আকবৰে ইলিয়াছ ডাক্তৰক মাতিছো বুলি বংশীক কৈ সিহঁত গুচি গ'ল। আকবৰ আৰু ৰূপহী যোৱাৰ অলপ পাচতেই জীপ গাড়ীখন লৈ কংস আৰু ৰামধাৰী আহি ওলালহি। তেওঁলোক অহা দেখি বংশীও আগবাঢ়ি আহিছিল। কংসই বলোৰামহঁতৰ মৰাশ দুটা দেখি হুকহুকাই কান্দি পেলালে। কংসৰ দৰে এজন মহৎ মানুহে কন্দা দেখি ওচৰত থকা বহুত মানুহৰ চকুপানী ওলাল। দিহিঙীয়া বুঢ়াই কংসৰ ওচৰলৈ আহি বুজনি দিলে। কমালেৰে চকুপানী মুছি মুছি থোকাথুকি মাতেৰে কংসই ক'লে, "বলোৰাম মোৰ সৌহাত আছিল। বলোৰামক মই মোৰ নিজৰ ল'ৰাৰ দৰে ভাবিছিলো, দিহিঙীয়া।" ৰামধাৰীয়ে মণ্ডলা বুঢ়াক বিচাৰিলে। মাকুমৰ পৰা মণ্ডলাক আনিবলৈ মানুহ গৈছে বুলি

বংশীয়ে ক'লে। মণ্ডলাক আনিবলৈ কংসই জীপখন পঠিয়াই তাৰ পিচত পুলিচ আনিবলৈ ড্ৰাইভাৰক হুকুম দি, মণ্ডলাৰ জীয়েকৰ ঘৰ চিনি পোৱা ল'ৰা এটাক জীপত তুলি লৈ কংসইত গুছি গ'ল। তেওঁ সেইদিনাৰ ভিতৰতে হাতীটো মৰাৰ ব্যৱস্থা ল'ম বুলি বৈ থকা মানুহখিনিক জীপত উঠি অভয় দান কৰিও গ'ল। হাতীয়ে আৰু মানুহ মাৰিব নোৱাৰে, গাৱঁৰ মানুহৰ মুখলৈ পানী আহিল।

বাহিৰত কোনো জখম হোৱা নেদেখি খলিফা সোনকালে ভাল হৈ যাব বুলি বংশী আনকি আকবৰ লেঙেৰীহঁতেও খুব ভয় কৰা নাছিল। বলোৰামহঁতক গছকি হাতীয়ে মৰাৰ পিচত মাষ্টৰ জালুকনিৰ পৰা ঘূৰি গৈ খলিফাৰ তেজ বমি বন্ধ নোহোৱাত ব্যস্ত হৈ পৰাতহে খলিফাৰ কাৰণে আকবৰহঁতে বেছি চিন্তাত পৰিল। মৈইন আৰু নিয়াজ বুঢ়া খলিফাৰ ওচৰতে বহি আছিল। খলিফাৰ তেজ বমি কৰাৰ কাৰণটো কি হ'ব বুলি মৈইনে মাষ্টৰক সুধিলে। মাষ্টৰে বোলে, "গেষ্টিক আলচাৰ ফাটিও তেজ বমি হয়। সেইটো হ'লেও সাংঘাটিক কথা, আৰু বুকুৰ ভিতৰত জখম হৈ তেজ বমি কৰাটো আৰু বিপদজনক" ইতিমধ্যে দিহিঙীয়া বুঢ়া আৰু ৰহেশ্বৰ আহি ওলালহি। মাষ্টৰে আকবৰক মাতি আনি খলিফাক মেডিকেললৈ নিব লাগিব বুলি ক'লে। নিয়াজ বুঢ়াই বালি ভাজি টোপোলা এটাৰে খলিফাৰ বুকুত সেক দি আছিল। মাষ্টৰে সেক দিয়াটো বন্ধ কৰিলে। দিহিঙীয়াই মিলন বেজক মাতি আনি জৰা-ফুকা কৰিবলৈ ক'লে। ৰহেশ্বৰ বুঢ়াই ইলিয়াচ ডাক্তৰক মতাৰ কথা ক'লে। মাষ্টৰে বোলে সেইবোৰ কৰি থাকি সময় নষ্ট কৰিলে পিচত বিপদ হ'বগৈ। মানুহটোৰ ক'ত কি হৈছে ডাক্তৰৰ ওচৰলৈ নি পৰীক্ষা নকৰাকৈ চিকিৎসা নহয়।" আকবৰে মাষ্টৰৰ কথাটোত বেচি গুৰুত্ব দিলে। কিন্তু তাৰ হাতত যে পইচা নাই। সি বোলে, "চাৰ, গৰু এটা কিনিম বুলি পাঁচশ টকা মাইৰ হাতত থৈছিলো। কিন্তু টকা থকা বাকচটোৰেই পুৰি থাকিল। দমৰা গৰুটো আৰু গাইগৰু জনীকে বন্ধকত দিওঁ।"

লেঙেৰীয়ে খলিফাই বমি কৰা দেখি আলোচনা কৰি থকাৰ পৰা খলিফাৰ ওচৰলৈ লৰ মাৰিলে। মাষ্টৰৰ হাতটো পইছা নাই, সেইদিনা দেওবাৰ নোহোৱা হলে মাষ্টৰে বেঙ্কৰ পৰা টকা উলিয়াই আনি দিলেহিহেঁতেন। খলিফাৰ কলিজাৰ পৰা ওলোৱা তেজবোৰ দেখি মাষ্টৰৰ বুকুখন ধপ ধপ কৰিলে। এইদৰে যদি ৰাতিও বমি কৰিছে তেন্তে খলিফাক বচোৱাটো ডাঙৰ কথা হ'ব। আগপিচ চিন্তা নকৰি মাষ্টৰে আকবৰক ধৰ্মেশ্বৰ ড্ৰাইভাৰৰ টেক্সিখনকে বন্ধকত কৰি

আনিবলৈ ক'লে। যিমান লয় ধৰ্ম্মেশ্বৰক দিব। গোটেই পইছাখিনি একেলগে নিদিলেও মাষ্টৰে ধৰ্ম্মেশ্বৰক ২/১দিনলৈ সন্মত কৰিব পাৰিব। আকবৰ ধৰ্ম্মেশ্বৰৰ টেক্সি আনিবলৈ গ'ল। মাষ্টৰে দিহিঙীয়াক একাষলৈ মাতি আনি খলিফাৰ অৱস্থা যে খুব বেয়া সেই কথাটো বুজাই ক'লে আৰু যি পাৰে আৰ তাৰ পৰা পইছা অলপ যোগাৰ কৰি দিবলৈ অনুৰোধ কৰিলে। মাষ্টৰে ২/১ দিনতে পইছা ঘূৰাই দিব, মাত্ৰ এই বিপদটো পাৰ কৰি দিলেই হয়। পইছা বিচাৰি মাষ্টৰ ওলাই গ'ল। দিহিঙীয়াই ৰহেশ্বৰ বুঢ়াকো কথাটো কৈ পইছা বিচাৰি গ'ল। লেঙেৰীয়ে ৰূপহীক মাতি আনি গৰুজনী গদাধৰৰ ঘৰত বন্ধকত থৈ টকা তিনিশ অনাৰ কথা ক'লে। কৰিমক মিলন বেজক মাতিবলৈ পঠিয়ালে।

ইলিয়াছ ডাক্তৰক লৈ ভূধৰো আহি পালেহি। তেওঁ বিষ্ণুপুৰ বাগিছাৰ কম্পাউণ্ডাৰহে, কিন্তু দৰঙ্গীচুক, জালুকণিৰ কাৰণে ইলিয়াছ ডাক্তৰ। মাতিলেই আহে, দৰব-পাতি দি বহুত মানুহক ভালো কৰে। ইলিয়াছ ডাক্তৰৰ ওপৰত গাওঁ কিখনৰ মানুহৰ বিশ্বাস আছে। ওচৰতে অন্য ডাক্তৰ থকা হ'লে কথাটো বেলেগ আছিল। কিন্তু ডাক্তৰ আনিবলগীয়া অৱস্থা হ'লে এই কিখন গাঁৱলৈ ৰাইজে ইলিয়াছকে প্ৰথমতে মাতে। ইলিয়াছ ডাক্তৰে খলিফাক পৰীক্ষা কৰিলে। লেঙেৰীয়ে বমি কৰা তেজবোৰো ডাক্তৰক দেখুৱালেহি। ইলিয়াছ ডাক্তৰে খলিফাক মেডিকেললৈ নিয়াৰ পৰামৰ্শহে দিলে। কোনো দৰব-পাতি নিদিলে। বহুত খাটনি ধৰাটো ডাক্তৰে খলিফাক বেজি এটাও নিদিলে। ইলিয়াছ গ'লগৈ।

লেঙেৰীৰ উথপ-থপ লাগিল। যোৱা নিশাৰ পৰা খোৱাৰ নামত পানী এটোপাও পেটলৈ যোৱা নাই। প্ৰমিলাৰ মাকে ৰাতিপুৱাই দি থৈ যোৱা পিঠাগুৰিৰ জলপান ঢাকি থোৱাতে আছে। কৰিমেও নাখালে। ইলিয়াছ ডাক্তৰ যোৱাৰ পিচত পৰিবেশটো জটিল হৈ পৰিছে। নিয়াজ বুঢ়াই মৈইনক তেওঁৰ বাকচত থকা টকা দুশ বুঢ়ীক কৈ লৈ আহিবলৈ পঠিয়ালে। মিলন বেজ মংলো বুঢ়াৰ ঘৰৰ অৱস্থা চাবলৈ গৈছিল। কৰিমে তেওঁক তাতে পালেগৈ। খলিফাৰ খবৰ পায় মিলনে বাটৰ দাঁতিৰ বিহলঙনী একোছা লগত লৈ ওলালহি। আহোঁতে ঘৰত সোমাই বৰ কৰতি পুথিখন লৈ আহিছে।

খলিফাক মেডিকেললৈ নিয়াৰ ব্যৱস্থা কৰিছে বুলি নিয়াজ বুঢ়াই কোৱাত মিলনে বোলে "এইটো অৱস্থাত তাক টনা-আজোৰা কৰাতকৈ যদি ভাগ্যত আছে মোৰ বিহলঙনীয়েই তাক ৰক্ষা কৰিব।

মিলনে হাত-মুখ ধুই খলিফাক জাৰিবলৈ বহিল। লেঙেৰীয়ে আমন-জিমনকৈ বহি মিলনক চাই থাকিল। "ভাগ্যত আছে যদি বিহলঙনীয়েই তাক ৰক্ষা কৰিব।" হিন্দু শাস্ত্ৰৰ দেব দেৱীবোৰৰ নাম লৈ মিলনে মন্ত্ৰ মাতি মাতি খলিফাক জাৰিছে। হিন্দুৰ মন্ত্ৰবোৰে মুছলমান মানুহটোৰ অসুখত কাম দিব জানো? লেঙেৰীৰ মনটো তৎক্ষনাত খেলি-মেলি লাগি গ'ল। ইছ্ নাপায় তন্ত্ৰ মন্ত্ৰবোৰ বিশ্বাসৰ বস্তু। অন্য সময়ত হোৱা হলেও বেলেগ কথা, এতিয়া সেই মন্ত্ৰৰে খলিফাক জাৰিছে। তাই অবিশ্বাস কৰিলে মন্ত্ৰই নাফাপ্টিব। মিলনৰ মন্ত্ৰই খলিফাক ভাল কৰিব। লেঙেৰীয়ে সন্দেহৰ ভাবটো মনৰ পৰা আঁতৰ কৰিবলৈ চেষ্টা কৰিলে।

লেঙেৰীৰ সন্দেহটো আঁতৰ হ'বলৈ নৌ-পাওঁতেই খলিফাই আকৌ বমি কৰি দিলে। তেজৰ চিটিকণিবোৰ মিলনৰ গাত আনকি পুথিখনটো পৰিলহি। মিলনৰ গাত ছটফটনি উঠিল। চিঃ চাঃ কৰি মিলনে পুথিখন সামৰি আঁতৰি আহিল। লেঙেৰীৰ সন্দেহৰ ভাবটোৱে মিলনৰ মনটোত উক দিলেহি। "হিন্দুৰ পুথিখনেৰে মুছলমান মানুহটো জাৰিবলৈ যোৱাটো মহা অন্যায় হ'ল। খলিফাৰ অসুখ ভাল কৰাৰ চিন্তাতকৈ পুথিখনৰ মন্ত্ৰবোৰ অপব্যৱহাৰ কৰা চিন্তাই মিলনকো ব্যতিব্যস্ত কৰি তুলিলে। ৰহেশ্বৰ বুঢ়াই নিয়াজৰ লগত আলোচনা কৰিলে। টকা -পইছাৰ যোগাৰ ন'হলে টেক্সি গাড়ী আনিব নোৱাৰে। তাতকৈ দুয়োজন বুঢ়াই গৈ খাটনি ধৰিলে কংস বেজবৰুৱাই জীপ গাড়ীখনকে দিব। সময় নষ্ট নকৰি ৰহেশ্বৰ আৰু নিয়াজ বুঢ়া কংসৰ ঘৰলৈ জীপ গাড়ী বিচাৰি গ'ল।

প্ৰমিলাৰ মাকক খলিফাৰ ওচৰত থৈ লেঙেৰীয়ে খলিফাই বমি কৰা কাপোৰবোৰ আঁতৰাই থৈ ঠাইখন পানী দি মুছিলে। নিয়াজ বুঢ়া আৰু ৰহেশ্বৰ কংসৰ ওচৰলৈ যোৱা কথাটো প্ৰমিলাৰ মাকৰ মুখত শুনি খলিফাই অশান্তি অনুভৱ কৰি ক'লে "মোক মেডিকেললৈ নিবলৈ টকা এগাল ধাৰ কৰি ল'বাটোৰ ডিঙিত মই ধাৰ এসোপা দিব নোৱাৰো, বাইটি। আৰু ৰহেশ্বৰ কাকাইটিইঁতে কংসৰ জীপগাড়ী বিচাৰি গৈছে। তাৰ জীপগাড়ীত উঠি মই মেডিকেললৈ কেতিয়াও নাযাওঁ। নচিবত নাই যদি মেডিকেললৈ নিলেও মোক বচাব নোৱাৰে।"

ভূধৰে টকা এশ যোগাৰ কৰি আনি লেঙেৰীৰ হাতত দিলেহি। টকাশ পাই লেঙেৰীৰ এহেজাৰ টকা পোৱাৰ দৰে পালে। তাইৰ মুখলৈ পানী আহিল।

দীঘলাই এশ টকা দিলেহি। টকাৰ যোগাৰ হ'ব। গৰুজনী যদি গদাধৰে বন্ধকত ৰাখে তেতিয়া হাতত থকা দুশ টকাৰে পাচশ হ্বগৈ। টকাৰ যোগাৰ হৈছেই। আকবৰে টেক্সি গাড়ীখন পালেই হয়। লেঙেৰীৰ মনটোত আশাৰ ৰেঙনি উঠিল। মাষ্টৰে নিজে গৈছে যেতিয়া তেওঁ কিছু টকা আনিবই। গদাধৰে টকা তিনিশ খোজাৰ লগে লগে ৰূপহীৰ হাতত দি পঠিয়ালে। খীৰতী গৰুজনী, তাতে গাখীৰতী গৰু। গদাধৰে গৰু গধূলিকৈ নিব। টকাৰ যোগাৰ হ'ল। এতিয়া আকবৰে টেক্সি গাড়ীখন আনিলেই খলিফা ভাল হ'ব। দিহিঙীয়া ভূধৰকে আদি কৰি সকলোৱে টেক্সি অহালৈ উচপিছাই থাকিল। মাষ্টৰো ঘূৰি আহিল। লেঙেৰীয়ে মাষ্টৰৰ হাতত টকাখিনি দি টকাৰ যোগাৰ হ'বগৈনে প্ৰশ্ন কৰিলে। মাষ্টৰে বোলে, "টকাৰ সমস্যা সমাধান হৈছে। কিন্তু টেক্সিখন আনিলেও ঘৰলৈকে আনিব নোৱাৰে। বালিবাটেদি টেক্সি আনিলে বোকাত লাগি ধৰিব। খলিফাক দাংকোলাকৈ কাৰোবাৰ ঘৰৰ মৈ এখন আনি তাতে তুলি ৰাষ্টালৈ নিব লাগে। মাষ্টৰে দিহিঙীয়াক কথাটো ক'লেহি।

দিহিঙিয়াই বোলে "ল'ৰাবোৰ জালুকণিৰ মৰাশ কেইটাৰ ওচৰত আছেগৈ। খলিফাকনো কান্ধত তুলি ৰাষ্টালৈ নিয়ে কোনে? মিলনৰ মনটো আগৰে পৰা খলিফাক জৰা-ফুকা কৰা কথাটোৰ কাৰণে বেয়া হৈ আছিল। মিলনে বোলে, "এটা কথা নহয় মাষ্টৰ, মুছলমান মানুহটোক কান্ধত ল'বলৈ মুছলমান ল'ৰা কেইটামান যোগাৰ কৰা, হিন্দু মানুহে মুছলমানক কান্ধত লোৱা কথাটো ভাল কথা ন'হ্ব।" মিলনৰ কথা শুনি মাষ্টৰৰ বৰ খং উঠিল। তেওঁ বোলে, "মানুহৰ বিপদ হ'লে ধৰ্ম্ম-কৰ্ম্মৰ কথা পাহৰি কাম কৰিব লাগে। পইছা-পাতি গোটাই আনিছে হিন্দু মানুহেই। মনুহটোক বচোৱাটোক ডাঙৰ ধৰ্ম্ম বুলি ভবা উচিত আছিল। আকবৰ আহক। সি মই দুটা মানুহ হ'লো আৰু দুটা মানুহ মই বিচাৰি আনিম।" কথাখিনি কৈ মাষ্টৰ আকৌ ওলাই গ'ল।

ইফালে কথা-বতৰাবোৰ শুনি খলিফাই সৈঁহাই সৈঁহাই ক'লে, "মই ভকতৰ কান্ধত উঠি কেতিয়াও নাযাওঁ। মোৰ গুণাহ হব। টেক্সি গাড়ী আনিলেও মই মেডিকেললৈ নাযাওঁ। দিহিঙীয়া ককাইদেউ! সিইতক কৈ দিয়া গাড়ী, ঘোঁৰা একো আনিব নালাগে। "মানুহখিনিয়ে লোথোৰ-মোথোৰত পৰি থাকোতেই কংসই জীপ গাড়ীলৈ খলিফাৰ নঙলা মুখত ৰাখিলেহি। জীপ গাড়ীৰ পৰা ৰহেশ্বৰ আৰু নিয়াজ বুঢ়া লগতে মনবৰো নামি আহিলে। ৰামধাৰীও আহিছে।

কংস অহা দেখি দিহিঙীয়াৰ চিন্তা দূৰ হ'ল। জীপ গাড়ীত খলিফাক বাটলৈ উলিয়াই নিব পৰা হ'ব। মনবৰ আগতিয়াকৈ আহি বোলে, "দিহিঙীয়া ককাইটি, বেজবৰুৱাই খলিফাক তেওঁৰ গাড়ীৰে মেডিকেললৈ লৈ যাবলৈ আহিছে। কংসক দেখি ৰূপহী ভিতৰ সোমাই গ'ল। কংস স্কুলঘৰৰ ভিতৰ সোমাই খলিফাৰ ওচৰ পাই কোনো কথা সুধিবলৈ নৌ-পাওঁতেই খলিফাই মনবৰক সম্বোধন কৰি বোলে, মই মেডিকেললৈ নাযাওঁ। মই মৰা হাঁহক ঢাবি পাবি হওবাৰ নালাগে, তোমালোক যোৱাইক ; মোক শান্তিৰে মৰিবলৈ দিয়া। " ইতিমধ্যে স্কুলঘৰৰ ভিতৰলৈ দিহিঙীয়া, ৰহেশ্বৰ, নিয়াজ বুঢ়া, সকলো সোমাই খলিফাৰ ওচৰত বৈ আছিল।

মনবৰে ধমক দিয়াৰ দৰেই খলিফাক ক'লে, "তই নাযাওঁ নথওঁ কৰিছ কেলেই? তেখেত বেজবৰুৱাই খবৰটো শুনিয়েই তোৰ ওচৰলৈ দৌৰি আহিছে।" দিহিঙীয়াই বোলে "তেখেত জালুকণিৰ খবৰ কৰিবলৈ গৈ মাকুমৰ পৰা মংলাক অনাইছে। থানাত খবৰ দিয়াইছে। তাৰ পিচত তোৰ খবৰটো পাই জীপ গাড়ী লৈ এইখিনি পাইছেহি।" কংসই কোনো কথা সোধা নাছিল। বোধহয় ৰহেশ্বৰ আৰু নিয়াজ বুঢ়াৰ মুখত সকলো খবৰ পাইছিল। তেওঁ মাথো ক'লে "আপোনালোকে চৰক শুখি চাউল বহুৰ নেকি? তাৰ কথামতে কাম নহ'ব। তাক বাহিৰলৈ লৈ আহক।" কথাখিনি কৈ কংস স্কুলঘৰৰ পৰা ওলাই আহি বাৰঘৰীৰ ওচৰত ৰ'লহি। মনবৰহঁতে খলিফাক জোৰ কৰিও আনিব নোৱাৰিলে। খলিফা নাযায়।

কংসই খণ্ডত উগ্রমূৰ্ত্তি ধৰি দিহিঙীয়াহঁতলৈ চাই বোলে, "তাৰ কথামতে কাম নহ'ব। সি মৰিব খুজিলেই তাক মই এই অৱস্থাত এৰি থৈ নাযাওঁ। মোৰ চকুৰ আগতে বিনা চিকিৎসাত সি মৰিলে মোক মানুহে কি বুলিব? তাক দাঙি লৈ আনি জীপত তুলি দিয়কহি।" ভুধৰে আৰু মনবৰে খলিফাক দুই বাউসীত ধৰি স্কুল ঘৰৰ আগৰ বাঁহনি পোৱালেহি। খলিফাই নাযাওঁ, নাযাওঁ কৰি বাঁহনিতে বহি দিলে।

ৰূপহী ওলাই আহি মাত মাতিলে, "ৰৱাই আপোনাৰ গাড়ীত নাযাওঁ বুলি কৈছে যেতিয়া ইমান জোৰ জুলুম কিয় কৰিছে? আকবৰকাই টেক্সি গাড়ী আনিবলৈ গৈছে। সেইখন গাড়ীতে ৰৱাক পঠিয়াম, আপোনালোক যাওকগৈ।" মনবৰে বোলে, ধৰ্মেশ্বৰৰ মটৰ গাড়ীৰে দুমাইল বাট যাব নোৱাৰে ঐ। আৰু সেইখন গাড়ীৰে গলেও বেমাৰী মেডিকেল নাপাই গৈ, বাটতে একলেখিয়া

হ'ব।" লেণ্ডেৰীয়ে মুখেৰে একোকেই কোৱা নাই। মনবৰে কোৱা কথাটোও সঁচা। তদুপৰি বাটলৈ মানুহটোক উলিয়াই নিবলৈও মানুহ নাই। সকলো কথা ভাবি-চিন্তি নিয়াজ বুঢ়াই কংসৰ গাড়ীত খলিফাক তুলি দিবলৈ মনে মনে মনবৰকে ক'লে। দিহিঙীয়াই পইচা-পাতি যোগাৰ কৰি থোৱাৰ কথা ক'লত কংসই বোলে,— মোক সেইবোৰ কথা নালাগে। মানুহ এটাক মেডিকেলত চিকিৎসা কৰাওঁতে লাখ টকা নালাগে নহয়। লাগিলেও মই খৰচ কৰিম। তাক মোৰ গাড়ীত তুলি দিয়া। শেষত কংসৰ সহানুভূতি উপেক্ষা কৰিব নোৱাৰি ভূধৰ মনবৰৰ লগতে দিহিঙীয়াই খলিফাক তুলি আনি জীপত উঠাই দিবলৈ চেষ্টা কৰিলে।

খলিফাই বোলে, " তোমালোকে মোক জীয়াই থাকিবলৈ নিদিয়া নেকি? কংসৰ মুখলৈ চাই, "মোৰ চকুৰ আগৰ পৰা তই আঁতৰি যা।" খলিফাই কথাকেইটা কৈ ফোপাবলৈ ধৰিলে। অলপ সময় বৈ ফোপনিটো কমিলত খলিফা নিজে থিয় হ'ল। খলিফাৰ চকু দুটাইদি যেন জুইহে ওলাই আহিব। "তই যা তোৰ গাড়ীত উঠি মই জীয়াই থাকিবলৈ নিবিচাৰো।" কংসই কি কৰো কি নকৰো কৈ বৈ আছিল। খলিফাই গাৰ বলেৰে মাত উলিয়াই আকৌ চিঞৰিলে, "তই এটা ফেটি সাপ। তই মোক খোট মাৰি জাৰিবলৈ আহিছ। তই মোৰ আগৰ পৰা আঁতৰি যা।" খলিফা দুখোজ মান আগুৱাই গৈ বহি পৰিলে। খলিফাই ফোপাই-ফোপাই কৈয়ে থাকিল, "তোক, তোক, মোৰ দেহত শক্তি থকা হ'লে, মই মোহাৰি মাৰি পেলালোহেঁতেন!" কথাকেইটা সেহাই সেহাই কৈ খলিফাই খাবলৈ পানী বিচাৰিলে। স্কুলঘৰৰ ভিতৰৰ পৰা পানী আনি লেণ্ডেৰীয়ে খলিফাক খুৱাবলৈ সময় ন'হ'ল। হোলোকা হোলোকে কেঁচা তেজ বমি কৰি, গাৰ কাপোৰ, আনকি লেণ্ডেৰীৰ গাৰ কাপোৰে-কানিয়ে ৰঙা কৰি পেলালে। লেণ্ডেৰীয়ে খলিফাক গাতে আওজাই ধৰি আছিল। ৰূপহীয়ে চিঞৰি দিলে "তহঁতি ববাক মাৰি পেলাবলৈ আহিছ নেকি? যা যা, তহঁতি, ইয়াৰ পৰা আঁতৰি যা।" উপায়ন্তৰ হৈ কংস আৰু ৰামধাৰীয়ে আঁতৰি গৈ কথা পাতি আছিল। খলিফাই অৱশ হৈ লেণ্ডেৰীৰ গাতে আউজী পানী পানীকৈ চিঞৰিলে। নিয়াজ বুঢ়াই চকু মুখত পানী সানি দিলে। ৰূপহীয়ে পানী খুৱাই দিলেহি। খলিফাই অস্পষ্টকৈ কিবা-কিবিবোৰ কৈ আছিল। "আকবৰ; মোৰ মাটিডোখৰ তাক এৰি নিদিবি" বুলি কৈ তিনিবাৰ খোদাৰ নাম কাঢ়ি, খলিফা লেণ্ডেৰীৰ কোলাতে ঢলি পৰিল। চকু

দুটা মুদ খাই যোৱাত দিহিঙীয়াই বুকুত হাত দি চালেগৈ। সকলো শেষ। কথা পাতি থকা মানুহটো হঠাৎ নিৰ্বাক নিস্পন্দ হৈ পৰাত ৰহেশ্বৰ দিহিঙীয়াইত হতভম্ব হৈ বৈ থাকিল। মৰিব বুলি নিশ্চিত হৈ থকা মানুহ এটাৰ মৃত্যুতো আত্মীয় স্বজনে কান্দে। তেনেস্থলত অস্বাভাৱিকভাৱে খলিফাক হাততে হেৰুৱাৰ অভাৱনীয় পৰিবেশটো চম্ভালিবলৈ সকলোৰে কাৰণেই টান হৈ পৰিছে। কংসই ৰামধাৰীক হাতত ধৰি টানি নি জীপত উঠি গুচি গ'ল।

"গৰুগাড়ী আনিলোঁ" বুলি নগুলা মুখৰ পৰাই আকবৰে চিঞৰি আহিছিল। স্কুল ঘৰৰ ভিতৰত খলিফাক মাকে আউজাই ধৰি থকা দেখি বাপেকৰ গাত ধৰি আকবৰে কেইবাবাৰো মাতিলে। খলিফাৰ কিবা এটা হোৱাটো বিশ্বাস কৰিবলৈ টান লাগিছিল যদিও আকবৰে খলিফাৰ স্পন্দনহীন দেহাটোত হাতেৰে ধৰি জথৰ হৈ ৰ'ল। মাষ্টৰো মৈইনক লগত লৈ আহি পালেহি। মৈইনে নিয়াজ বুঢ়াৰ বাকচৰ টকা ছয় কুৰি লৈ আহিছিল। লেঙেৰীয়ে খলিফাৰ মুখখন নিজৰ গাৰ চাদৰেৰে ঢাকি দিলে। মাষ্টৰ অহাৰ লগে লগে বিপদৰ সঁচা বন্ধু মাষ্টৰৰ গাত ধৰি ৰূপহীয়ে কান্দি কান্দি কলে " কংস্ ৰাক্ষসটোৱে ববাক খাই পেলালে, চাৰ। আকবৰ মোৰ মাটি এৰি নিদিবি' বুলি চিঞৰি চিঞৰি ৰবা গুচি গ'ল।" ৰূপহীৰ কথাবোৰ বুজিব নোৱাৰি মাষ্টৰে অবাকহৈ তাইৰ মুখলৈ চাই আছিল। কংস অহা কথাটো আকবৰ বা মাষ্টৰে তেতিয়ালৈকে জনা নাছিল। দীঘলাই মাষ্টৰক অলপ আগতে সৃষ্টি হোৱা পৰিস্থিতিটো চমুকৈ বৰ্ণনা কৰিলে।

দীঘলাৰ মুখত অভাৱনীয়ভাৱে ঘটা ঘটনাটোৰ কথা শুনি মাষ্টৰৰ কংসৰ ওপৰত খং উঠি সৰ্ব্ব শৰীৰ কঁপি উঠিল। খলিফাৰ গাৰ কাপোৰৰ আৰু কোৱাৰিয়েদি বৈ থকা তেজবোৰ দেখি আকবৰৰ ভিতৰৰ সিংহটোৱে যেন হাও-হাওকৈ গুজৰি জপিয়াইছে। তাৰ গাত তৰণী নোহোৱা হ'ল। তাৰ চকুৰ আগত এখন নৃশংস অত্যাচাৰৰ ছবি যেন কোনোবাই দাঙি ধৰিছেহি। সেইদিনা কোঠাৰ ভিতৰত সুমুৱাই কংসই জখম কৰা ববাকৰ ৰক্তাক্ত দেহৰ ছবিখনহে যেন দেখিলে। ক্ৰোধৰ উতলা আবেগ, পিতৃ বিয়োগৰ শোকে গছকি ধৰিলে। এবাৰ সি আহি মাষ্টৰৰ ওচৰ পালেহি। "চাৰ। তাক মই কি কৰিম"? মাষ্টৰে কি ক'ব একো ঠিক কৰিব নোৱাৰি বোলে, "দোষ তাৰ নহয় আকবৰ, আমাৰহে। আমি কৰবাত সুৰঙা ৰাখি কাম কৰিছিলো।" মাষ্টৰৰ কথাবোৰ যেন মুখৰ পৰা নোলায়। তেনেদৰেই আকৌ ক'লে "বহুত চেষ্টা কৰি টকা পইচা, আনকি

টেক্সি পৰ্য্যন্ত আনিও শত্ৰুৰ কবলৰ পৰা তেওঁক ৰক্ষা কৰিব নোৱাৰিলো। নমৰিবলগীয়া মানুহটো যেন মোৰ ভুলৰ বাবেই মৰি থাকিল। কৰবাত যেন ভুল কৰিলো।" নিজৰ প্ৰশ্নৰ উত্তৰ নিজে বিচাৰি মাষ্টৰে ক্ষন্তেক মনে মনে থাকি শেষত দীঘল হুমনিয়াহ এটা পেলাই নিজকে কোৱাৰ দৰে আকৌ ক'লে, -"নৰক যান্ত্ৰণাৰ পৰা ৰাইজক মুক্ত কৰিবলৈ পুতেৰৰ এই প্ৰস্তুতিটোত তোমাক আমাৰ মাজত লাগিছিল, খলিফা। এখন হস্পিতেল পাতিবলৈ চেষ্টা কৰোতেই তুমি গুচি গ'লাগৈ। খলিফাৰ মৃত দেহ আগত ৰাখি প্ৰতিজ্ঞা কৰ, আকবৰ—চিকিৎসাৰ অভাৱত আকৌ মানুহ মৰিবলৈ নিদিওঁ।" প্ৰত্যুত্তৰ হিচাবে আকবৰে উচুপি উচুপি কান্দিলেহে। মাষ্টৰ আঁতৰি গৈ খাঁহনিত জুপুকা মাৰি বহি থাকিল গৈ।

* * * *

খলিফাক কবৰ স্থানলৈ নিবলৈ মৈইন আৰু নিয়াজ বুঢ়াই ধৰ্ম্মীয় নীতি নিয়ম অনুসৰি বস্তু যোগাৰ কৰাত ব্যস্ত হৈ পৰিছে। জানৰমুখৰ মুছলমান মানুহ কেইঘৰলৈও খবৰ পঠিয়ালে। লীলা আৰু ললিতাক খবৰ দি ৰহেশ্বৰ বুঢ়া বাহিৰে বাহিৰে ঘৰলৈ যাবগৈ। বলোৰামহঁতৰ মৰাশ চাবলৈ কৰিম ৰূপহীৰ লগতেই গৈছিল যদিও সি ঘূৰি অহা নাছিল। কৰিমক তাৰ বৰাক মৰাৰ খবৰ দিবলৈ ভূধৰ গৈ পাওঁতে কৰিমে হিয়ালি জিয়ালিকৈ কান্দিছিল। কৰিমৰ হ'ব লগা ভিনিটি বলোৰামক পুলিচৰ গাড়ীত তুলি ডিব্ৰুগড়লৈ লৈ যোৱাৰ আৰু বৰাক মৰাৰ শোক লগ লাগি সি ৰাউচি জুৰি কান্দি কান্দি দৌৰি আহিছিল। কাপোৰেৰে ঢাকি থোৱা খলিফাৰ মৃত দেহটোত ধৰি সি কান্দিয়েই থাকিল। তাৰ দৰেই ৰহিম, দুৰ্গা, ভবেনহঁতে মাথোন কান্দিবলৈকে যেন পৃথিবীলৈ আহিছে।

লীলা আৰু ললিতা আহি পোৱাৰ পিছত খলিফাৰ মৃতদেহ কবৰ দিবলৈ নিয়া হ'ল। শবদেহৰ লগত মাষ্টৰ আৰু দীঘলা দুয়ো গৈছিল যদিও শবদেহ কবৰস্থানত থৈ তেওঁলোক ঘূৰি স্কুলঘৰলৈকে আহিল। ভূধৰ, মিলন আৰু দিহিঙীয়া তেতিয়ালৈকে ৰূপহীহঁতৰ ওচৰতে বহি আছিল। স্কুল ঘৰটোৰ অৱস্থা খেলিমেলি হৈ থকা কাৰণে ললিতা আৰু ৰূপহীয়ে কিৰাকিৰি কৰি ফুৰিছে।

কৰিম মায়েকৰ ওচৰতে বহি আছিল। ৰূপহীৰ মূৰটোৱে স্থিৰতা হেৰুৱাই পেলাইছে, তাই বলোৰামকে মন প্ৰাণ সপি দিছিল। সি হেৰাই গ'ল, আৰু সেই মুহূৰ্ত্তে একমাত্ৰ আশ্ৰয়ৰ স্থল বাপেকটোও সপোন দেখাৰ দৰেই চকুৰ আগৰ পৰা হঠাৎ নোহোৱা হ'ল। লেঙেৰীৰ মূৰটোত তেতিয়া মাথোন এটা কথাই পাক ঘূৰণি খাই ফুৰিছে "তাইৰ নিজৰ ককায়েকটোৱেই খলিফাৰ মৰণৰ একমাত্ৰ কাৰণ। মাষ্টৰ, বংশী আৰু আকবৰে কংস তাইৰ শত্ৰু বুলি বাৰে বাৰে কোৱা স্বত্বেও তাই সেইটো কথা মানি লবলৈ টান পাইছিল। তাই যেন আজিহে স্পষ্টভাৱে বুজিছে ককাই-ভাই, আত্মীয়-কুটুম্বৰ বিচাৰ ধন সম্পত্তিৰেহে কৰা হয়। বুঢ়াকেইজনে লেঙেৰীক বুজনি দিছিল। "জয় কালত ভয় নাই, মৃত্যু কালত ঔষধ নাই। যমে নিওঁ বুলিলে কোনেও ৰাখিব নোৱাৰে।"

মাষ্টৰে মিলনৰ কথাষাৰৰ প্ৰতিবাদ লগে লগেই কৰিব খুজিছিল। যুক্তিহীন কথা কিছুমান কৈ কেঁচুৱা ল'ৰাক ফুচুলুৱাৰ দৰে এনে ধৰণৰ কথাৰে হজুৱা মানুহখিনিক বহু যুগৰ পৰাই ঠগি অহা হৈছে। সময়মতে খলিফাক মেডিকেললৈ নিব পৰা হ'লে যমে কেতিয়াও নিব নোৱাৰিলেহেঁতেন। মৃত্যু কালত ঔষধ নাই যদি ডাক্তৰবিলাকে চিকিৎসা কিয় কৰিব লাগে? খলিফাক জীপত তুলি লৈ যাবলৈ কওঁতেই দীঘলাইতে হুকা-বাধা কৰাহেঁতেন কংসই খলিফাৰ খং তুলিবলৈ সুবিধা নাপালেহেঁতেন। সেই অৱস্থাত খং উঠি তেজ বমি নকৰা হ'লে খলিফাক যমে নিব নোৱাৰিলেহেঁতেন। মাষ্টৰে কথাটো ভাবি নিজৰ ভিতৰতে গুজৰি-গুমৰি থাকোতেই দিহিঙীয়াই অদৃষ্টৰ কথা লৈ কিবাকিবি কৈ আছিল। মাষ্টৰে যেন কথাবোৰ শুনা নাই। নুশুনে। সেই সময়ৰ উপযোগী কথা অন্য নায়ো, তথাপি চিন্তাৰ গতি সলাবৰ কাৰণে দীঘলাই বোলে, "বুজিছা ভূধৰ ভিনিহি; কালি ৰাতি ফৰেষ্টাৰকেইটাই বিৰ্জাভৰ ফালে বন্দুক ফুটুৱাই নিদিয়া হ'লে হাতী গাঁৱলৈ নাহিলেহেঁতেন।

"ৰক্ষকেই ভক্ষক হ'ল।" ভূধৰে হুমুনিয়াহ এটা পেলাই বোলে "তিনিটা মানুহ ল'লে যেতিয়া হাতী নিজে নিজে আঁতৰি যাবগৈ।" দিহিঙীয়াই বোলে "প্ৰভু ঈশ্বৰৰ কথাবাৰি খাটিলে বুলিছো। গাঁৱত সঁচাকৈয়ে অপায়-অমঙ্গল হৈছে। সেইদিনা ই দীঘলায়ো জানো মৰাৰ পৰা বচা নাই?" মিলনে বোলে— "সেইবোৰ যি হৈছে হৈছে, আজি দেওঁৰাৰ কাৰণে যেনিবা ফুলখৰটোতে সিইতক ৰখা হ'ল, কালিলৈ ইইতক ইয়াৰ পৰা ক'ৰবালৈ আঁতৰাই নিনিলে ভুল ক'ত

বহিব? এতিয়া সেইটো কথাহে চিন্তা কৰাইক। মই ভাবোতে সদ্যহতে হাতলৈ যিকেইটা পইচা আহিছে, সেইকেইটাৰে খেৰ, বাঁহ কিনি ৰাইজে হাতে-পাতে ধৰি ঘৰ একোঠা কালিলৈকে সাজি দিয়াই ভাল কথা হ'ব। কি কৱ, দীঘলা?"

মাষ্টৰে মিলনৰ কথাত আপত্তি তুলিলে। "চিকিৎসা কৰিবলৈ বিচাৰি অনা পইচাখিনি খৰচ কৰা হ'লে ঘৰটো কেনেকৈ সাজিলেহেঁতেন? মানুহজন গলেই। বস্তু-বাহানি কিনাৰে পৰা আকবৰক এতিয়া যথেষ্ট পইচাৰ দৰ্কাৰ হ'ব।" ৰাইজে বাৰীৰ বাঁহ, খেৰ দি ঘৰ এটা সাজি এই বিপদত আকবৰক সহায় কৰিবলৈহে তেওঁ পৰামৰ্শ দিলে। পিছদিনা সোমবাৰে অন্ততঃ থাকিব পৰাকৈ এটা কোঠালী ৰাইজে সাজি দিবলৈ সিদ্ধান্ত কৰিলে। ৰাইজেও বাৰীৰ বাঁহ, খেৰ দিবলৈও সন্মত হ'ল।

সেইদিনা সোমবাৰ। বংশী বকুলহঁতে মৰাশ দুটা পষ্টমৰ্টেম কৰিবলৈ নিয়াৰ পৰা কবৰ দিয়ালৈকে দেওঁবাৰে ৰাতিলৈকে লাগি থাকিবলগীয়া হোৱাৰ কাৰণে সোমবাৰেহে আকবৰৰ ঘৰলৈ আহিবলৈ সময় কৰিব পাৰিলে। সেইদিনা ৰাতিপুৱাৰে পৰা গাঁৱৰ ৰাইজ আকবৰৰ ঘৰ সজা কামত লাগি আছে। ঘৰ পোৰা ভেটিটোত ৰাইজে বাঁহ, খেৰ গোটাই একোঠা ঘৰ সাজি উলিয়ালে। কিন্তু সোমবাৰে ৰূপহীহঁতক স্কুলৰ পৰা নতুন ঘৰটোলৈ আনিব পৰাকৈ ঘৰটোও সম্পূৰ্ণকৈ হৈ নুঠিল। বিশেষকৈ লাগতিয়াল বস্তু-বাহানিৰ ব্যৱস্থা নকৰাকৈ সিহঁতক ঘৰটোত সুমুৱাই দিলেইতো ন'হ'ব। তদুপৰি মংলা বুঢ়াৰ ঘৰটো সজাত বাঁহ, খেৰ আৰু ৰাইজক খাটি দিবলৈকো হেনো জালুকণিৰ ৰাইজে খাটনি ধৰিছেহি। সেয়ে সন্ধিয়ালৈ স্কুলঘৰতে সকলো গোট পিট খাই কথাবোৰৰ মীমাংসা কৰিবলৈ চাপি কুচি আহিছে। দেওবাৰে ৰাতি, হাতীটো অহা নাই। হাতী হয়তো নাহিব। ৰাইজে এটা প্ৰধান চিন্তাৰ পৰা হাত সাৰিছে। হঠাৎ হাতীটো ওলাব পাৰে, তেনে এটা সন্ত্ৰাহ ভাব মনৰ পৰা সম্পূৰ্ণ ৰূপে যোৱা নাই যদিও সামাজিক বাধ্য বাধকতাত পৰি ইজন সিজনকৈ মানুহ গোট খালেহি। সেইদিনা কাম কৰা মানুহখিনিক বেহাই দিয়াৰ কাৰণে আলোচনা কৰা হ'ল। মঙলবাৰে কোন কোন মানুহ আহিব তাৰো তালিকা এখন কৰা হ'ল। কাপোৰ-কানি, বাচন-বৰ্তনকে আদি কৰি বস্তুবোৰ কেনেকৈ যোগাৰ কৰা হয় সেইটো প্ৰশ্নলৈ ৰাইজৰ মাজত আলোচনা চলি থাকোতেই মংলা বুঢ়াই হাতত দা এখন লৈ উগ্ৰমূৰ্ত্তি ধৰি "বকুল কাঁহা, বকুল কাঁহা গোলেক"? বুলি বকুলক বিচাৰিলে।

মংলাই মদ খাই আহিছে। পুতেক মৰা শোক পাতলাবৰ কাৰণে কোনোবাই মদ খুৱাইছিল। আকবৰ আগবাঢ়ি বকুলক কিয় বিচাৰিছে মংলাক সুধিলেহি। মংলাই বোলে, 'হামি বকুলকেৰ কাচা খুন খাব।" বকুলে বহাৰ পৰা উঠি আহি মংলাক শান্ত কৰিব খুজিছিল। বকুলক দেখা মাত্ৰকে মংলাই দাখন দাঙি কাটিবলৈ চোচা লৈছিল। আকবৰে মংলাৰ হাতৰ পৰা দাখন কাঢ়ি ললে। মংলাক আকবৰে ধৰি ৰাখিব পৰা নাই। সি বলোৰামৰ বদলা লবই।

অশ্লীল গালি-শপনি পাৰি মংলাই কিবাকিবি কৈ থকা দেখি দিহিঙীয়াৰ অসহ্য হ'ল। তেওঁ মংলাক ধমক দি বোলে— "মই আগত থাকোতেই তই দিহিঙীয়া ফুকনৰ ল'ৰাক কাটিবলৈ আহ'? তোৰ দেখোন বৰ সাহ? তোৰ পুতেৰক মাৰিবলৈ বকুলে হাতীটো পঠিয়াই দিছিলে নেকি?" মংলাই বোলে— তুই এতনা বৰ ঘৰকেৰ মানুষ লাগিতো, মোৰ বেটা বলোৰামকে দফে দফে কাহে বলাইকে আনিৰহে? হামাৰ বেটা কংস বাবুৰ মিলে ৰহে। তাকে ফুছুলাই আনকে নাই মৰালেকতো, হামাৰ বেটাকে কোন মৰালেক? মংলাই কথাবোৰ কওঁতে খঙত কঁপিছিল। সকলো আশা-ভৰষাৰ স্থল একমাত্ৰ পুতেকৰ মৃত্যুৰ শোকত মংলা বিহ্বল হৈ পৰিল। মংলাক কোনে প্ৰতিপাল কৰিব। কাৰ আশ্ৰয়ত থাকিব। কোনে ভৰণ-পোষন দিব ইত্যাদি কথাবোৰ কৈ মংলাই কান্দিবলৈ আৰম্ভ কৰি দিলে। কংসৰ ওচৰত বিচাৰ দিম বুলি মংলাই আকৌ দপ্-দপনি মাৰিলে। কথা কৈ কৈ পুনৰ কন্দা আৰম্ভ কৰি, "বলোৰাম বেটাৰে, হামাকে তুই কাহে একলাই চাৰকে চলি গেলিৰে" বুলি বিননি আৰম্ভ কৰি দিলে। বংশী তলমূৰ কৰি বহি আছিল। মংলাই হিয়া ভুকুৱাই কন্দা দেখি সি ৰব নোৱাৰিলে। উঠি আহি মংলাক বোলে "বলোৰামৰ মৃত্যুৰ কাৰণ বকুল নহয় নানা! বলোৰামক মইহে বধ কৰিলো। কালি তুমি ঘৰত নাছিলা। সেই কাৰণে তাক মই ফুলেশ্বৰীৰ লগত থাকিবলৈ মাতি পঠিয়াইছিলো। মিলত কাম কৰি তাৰ গাৱ বিষ হৈছে বুলি সি মোক কৈছিল। তাৰ গাৰ বিষ গুচাবলৈ মদ খাবলৈ সি মোক পইচা খুজিছিল। মই মদ কিনিবলৈও পইচা দিছিলো। সিহঁত দুয়োটাই মদ খাই বেহুচ হৈ আছিল কাৰণে চাগে হাতী অহা গমকে নাপালে।

বংশীয়ে নিৰ্ভীকভাবে সঁচা কথা কৈ অন্তৰৰ দোষৰ বোজা পাতলাবলৈ চেষ্টা কৰিছিল যদিও বিপৰীতে মৰা মানুহকেইটাৰ কাৰণে সমস্ত দোষটো নিজৰ গাত লোৱাৰ পৰা বংশীৰ ভয়ঙ্কৰ বিপদ আহিব বুলি ভুঁষৰে বংশীক অকলকাই

উঠিল। “তই কিবা সিহঁতি মৰক বুলি মদ খাবলৈ পইচা দিছিলি নেকি? তাকে যে তোৰ দোষত মৰিলে বুলি কৈছে? তাহাঁতৰ মৰণ সেইদৰে লিখি থোৱা আছিল। ভৰিৰ দোলডাল ডিঙিত খোৰোচা লগাই লৈ তই নিজে মৰিবলৈ ওলাইছ।” ভূধৰে কথাবোৰ ধমক দিয়াৰ সুৰত বংশীক কৈছিল।

মিলনেও মাত লগালে বোলে-“এইটো পাগল হ'ল হবলা। হেৰ, বলোৰামে তোক পইচাহে খুজিছিল, তই মদ কিনি আনি সিহঁতক দিয়াগৈ নাই নহয়। এইষাৰকে দহষাৰ কৰি কোনোবাই লগাই দিয়কগৈ। পুলিচে তোক সুদাই নেৰে। সেইটো কথা ভাবি চিন্তিও কথা ক'ব নাজান?”

মংলাই মদৰ নিচাত “বেটাৰে, বেটাৰে বুলি আতাহ পাৰি বহি আছিল। বংশীয়ে মংলাৰ হাত দুখনত ধৰি বোলে “মই তোৰ বেটা। আজিৰ পৰা মই তোক পোহপাল দিম, নানা।” বংশীয়ে কাকুতি মিনতিৰে কোৱা কথাত মংলাৰ অন্তৰ কোমল হৈছিল। হঠাৎ সি বংশীক সাবটি ধৰিলেগৈ। খণ্ডত উগ্ৰমূৰ্ত্তি ধৰি বকুলক কাটিবলৈ অহা মানুহটোৰ সৰলতাখিনি দেখি বকুলৰো চকুপানী ওলাই আহিছিল। সেই মুহুৰ্ত্ততে জগন্নাথে হাতত টৰ্চ লাইট এটা লৈ ওলালেহি। জগন্নাথে আহি পায়ে বোলে-“ হেৰা বংশী, তোমাক, আকবৰক, আৰু মংলা বুঢ়াক পঞ্চায়ত অফিচৰ পৰা টকা আনিবলৈ মাতিছে। পইচা লৈ বেজবৰুৱা আৰু ৰামধাৰীৰ সৈতে গভৰ্ণমেণ্টৰ অফিচাৰ এজন বহি আছে।” পইচা আহিছে বুলি শুনি ৰাইজৰ অন্তৰত আনন্দৰ ভাব এটা হৈছিল যদিও দিহিঙীয়াই কিহৰ পইচা বুলি জগন্নাথক সুধিলে।

জগন্নাথে বোলে— মই সিমানখিনি কথা ভালকৈ নাজানো যদিও ঘৰ ভঙা, মানুহ মৰাৰ সাহাৰ্য্য হিচাপে চাৰি-পাঁচ হেজাৰকৈ পইচা তেওঁলোকে পাব বুলি শুনিছিলো। বেজবৰুৱা চাৰ আৰু ৰামধাৰী সেইটো কামৰ কাৰণে আজি দিনটো খাটিছিলেগৈ।” পইচাৰ নাম শুনি মংলাৰ গাত তৎ নাইকিয়া হৈছিল। সি বোলে— “চল ভাই; পইচা নাই মিলিলে হামি ভোকে মৰি যাব। হামাৰ কৈ নাইখে। তুই হামাৰ বাখৰাটা দিয়া কৰাবি চল।” মংলাই জগন্নাথক তৎ নিদিয়া হ'ল। তাক পইচা লাগে। ৰাইজলৈ চাই মংলাই বোলে— কংস বাবু মানুষ নাই লাগে। দেৱতা দেৱতা লাগে। এটনা দয়া ধৰমী মানুষটাকে তোৰা হিংসা কৰতে ৰহি? চালা এখন তোৰাকে কোন পইচা নিকলাই দিলেক? তোৰা গেলে যাবি; নাই গেলে নাই যাবি। হামি পইচা আনেক চললি।” বাটে-পথে

হাতী ওলাব পাৰে বুলি বংশীয়ে মংলাক ভয় খুৱাইও ৰাখব নোৱাৰলে। পইচাৰ কাৰণে প্ৰাণৰ মমতা পিচ পেলাই থৈ মংলা বুঢ়াই দাখন লৈ গুচি গ'ল। কিবা এটা সন্দেহ কৰি মাষ্টৰে বহি থকা মানুহ কিজনলৈ চাই বোলে— "বৰ আচৰিত কথা হৈছে দেখোন ৰাইজসকল। পইচা অহা কথা শুনি মোৰ এনেকুৱাহে লাগিছে, যেন দেশত ৰামৰাজ্য আৰম্ভ হৈয়ে গ'ল। বছৰ বছৰ দিন ধৰি অনুনয়-বিনয় কৰিও ৰাইজে ক্ষতিপূৰণ পোৱা নাই। তেনে অৱস্থাত বেজবৰুৱাহঁতে এদিনতে ইমান সোনকালে সাহায্য আদায় কৰি অনাটো কিন্তু কম ডাঙৰ কথা হোৱা নাই। হাতীয়ে মানুহ মাৰিব, ঘৰ ভাঙিব বুলি চৰকাৰে আগতেই গম পায় ক্ষতিপূৰণ সাজু কৰি থৈছিল নেকি?"

বহি থকা মানুহখিনিয়ে মাষ্টৰৰ কথাৰ পাক বুজিব পৰা নাছিল। মাষ্টৰে বংশী, আকবৰ আৰু বকুলক আঁতৰাই মাতি লৈ গৈ কিবা এটা আলোচনা কৰিছিলগৈ। কংসৰ ক্ষমতাৰ ওপৰত ৰাইজৰ অগাধ বিশ্বাস। সেই বিশ্বাসৰ বলতে কংসহঁতে ক্ষতিপূৰণ এদিনত উলিয়াই অনাটোও একো অসম্ভৱ নহয় বুলি আলোচনা কৰি আছিল। দীঘলা, আৰু ফণিধৰে মাষ্টৰে আকবৰহঁতৰ লগত কৰা আলোচনা শুনিছিলগৈ। ৰূপহীয়েও স্কুলঘৰৰ ভিতৰৰ পৰা বহি বহি কথা-বতৰাবোৰ শুনিছিলে। হঠাৎ তাই যেন কিবা এটা বিচাৰি পালে। তাই ওলাই আহি বোলে "আকবৰকা তহঁতি যাব নোৱাৰ। পইচাই দিয়ক বা যিয়েই নিদিয়ক, এই ৰাতি তহঁতি যাব নোৱাৰ। বংশী কাইটি, সেইটোৰ কথাত একো বিশ্বাস নাই।"

জুপুকা মাৰি বহি থকাৰ পৰা ঘপহ কৰে উঠি আহি লেঙেৰীয়ে বোলে— তই ঠিকেই কৈছ। কিজানি গুণ্ডা আনি সিহঁতক মাৰিবলৈকে মাতিছে। তাৰনো কি ঠিকনা আছে।" লেঙেৰীয়েও বংশীহঁতক যাবলৈ বাধা কৰিলেহি। মাষ্টৰৰ লগত কথাপাতি থকাৰ পৰা বংশীয়ে চোঁচা মাৰি আহি জগন্নাথৰ হাত দুখনত ধৰিলেহি "এই, তই সঁচা কথা ক, মোক কেলেই মাতিছহি? মোৰ ঘৰো ভঙা নাই, মই মৰাও নাই। মোৰ কাৰণে কিহৰ পইচা আহিছে ক?" আকবৰেও "ইমান ৰাতি তই অকলে কেনেকৈ আহিলি? হাতী ওলাই মানুহ মাৰিছে তই জান। জানি শুনিও তই অকলে আহিবলৈ কেতিয়াও সাহ কৰা নাই। সঁচা কথা ক' আমাক কেলেই মাতিছে" বুলি সুধিলেহি।

জগন্নাথে বোলে "মই চাকৰি কৰিছো। হুকুম দিছে। মালিকৰ হুকুম মই

ৰাখিবই লাগিব। কিছুৰ পইচা আহিছে মই একো নাজানো। তোমালোকক মাতিবলৈ পঠিয়াইছে মই আহিছো।" ভূধৰে বোলে " ইহঁতি কিন্তু কথাটো ঠিক ধৰিছে। হেৰ, সন্ধিয়াতে দুবাৰ, ঘূৰ মাৰি হাতীৰ ভয়ত মানুহ সোমাই আছে। তেওঁনো এই ৰাতিখন অকলশৰে আহিবলৈ ভয় নকৰিলিনে?" কেইবাজনেও জগন্নাথক "কাৰ লগত আহিলা" বুলি সুধিছিল। জগন্নাথে অকলে আহিলো বুলি কোৱা মাত্রে আকবৰে পূর্ণ-হতীয়া চৰ এটা জগন্নাথৰ গালত বহুৱাই দি বোলে "সচাঁ কথা ক'লে ক', নক'লে তোক কংসৰ বদলি মই বলি দিম এতিয়া।" ৰূপহী আগবাঢ়ি আহি বোলে " এৰি নিদিবি, বংশী কাইটি। তাক সৈ কঢ়া। সিদিনা ববাক ফুচুলাই মাতি নি সিয়েই শাস্তি দিছিল। তাৰ কথাৰ একো ঠিকনা নাই। তাক সৈ কঢ়া।" আকবৰে আকৌ ভালকৈ গোড়ৰণি এটা দিলে। বকুলে থিয়ৈ থিয়ৈ কেইটামান গোৰ লগাই দিওঁতে জগন্নাথে উপায় নাপাই গৈ কাঢ়ি দিলে। "তাৰ লগত মনবৰ হাজৰিকাও আহিছে। তেওঁ বকুল তলত বহি আছে।" "মানুহবোৰৰ কি হ'ল? ভয় সংশয় বস্তুটো ইহঁতৰ একেবাৰেই নাই নেকি অ' ভূধৰ?" ৰহেশ্বৰ বুঢ়াই প্রকৃততে মনবৰক হাতীয়ে মাৰিব বুলি সৰল ভাবতহে কথাটো কৈছিল। কিন্তু আকবৰে বোলে "দুইটা দালাল লগ খাই আহি এটাক ভাত থৈ আহিল কিয়? ইয়াৰ ভিতৰত কিবা ডাঙৰ ৰহস্য সোমাই আছে, ববপিতাই।"

ৰহেশ্বৰ বুঢ়াই বোলে,"ৰহস্য আৰু কিডাল থাকিব? ডকাইতি কৰাৰ বুদ্ধি কৰি তাতে বৈ আছে হবলা। তহঁতক এহাতে পইচা দিব আৰু বাটতে বৈ থাকি ইজাকে পইচাখিনি কাঢ়ি লৈ ল'ব। তাৰ বাহিৰে আৰু কি ৰহস্যটো আছে।" ৰূপহীয়ে পঘা এদাল আনি দি বংশীক ক'লে, "বংশী কাইটি, তাক বান্ধ, ন'হলে হাতৰ পৰা এৰাই লৰ মাৰিব। সেই জহনিত মৰাটোক বেগতে ধৰি আনগৈ, ন'হলে সিহঁতি কি ফান্দত পেলাবলৈ বুদ্ধি কৰিছে কব নোৱাৰি।" বংশী আৰু আকবৰে জগন্নাথৰ হাত দুখন পিছলৈ কৰি ঘুলৰ খুটাত বান্ধি থ'লে।

মাষ্টৰে ইমান সময় একো নোকোৱাকে কথাটো চিন্তা কৰি আছিল। মাষ্টৰে মনবৰকো ধৰি আনিবলৈ দীঘলাইহঁতক ক'লে। ফণিধৰ, দীঘলা, ভূধৰ, সোণধৰ, বংশী, আকবৰ, বকুল আটাইকেইটা বেগা বেগিকৈ মনবৰক ধৰি আনিবলৈ ওলাই গ'ল। দিহিঙীয়াই বহুত ধৰণেৰে সুধিও জগন্নাথৰ পৰা একো কথাকে উলিয়াব পৰা নাই। জগন্নাথে মুখেৰে নামাতি তলমূৰ কৰি কান্দি থকা

দেখি ৰূপহীয়ে বোলে "তই কান্দি ৰণত জিকিবলৈ চেষ্টা নকৰিবি। তোক আমি ভালকৈ চিনি পালো। এই কুকুৰ, সঁচা কথা ক', আকবৰকাইতক মাৰপিট কৰিবলৈ বুদ্ধি কৰি তই অহাটো হয়নে নহয়?"

মিলনে বোলে, "জানো পায়, কিবা সাঁথৰ সাঁথৰ যেনহে লাগিছে ঐ। কথাটো তাহাঁতিও ঠিকেই ধৰিছে। পইচা-পাতি দিয়ে যদি দিনে পোহৰে দিয়া হ'লেও হ'লহেঁতেন দেখোন"। দিহিঙীয়াই বোলে, "তেওঁলোকে জীপ গাড়ীখন লৈ আহি পইচাখিনি ইয়াতে দি যোবা হ'লেনো কি হ'লহেঁতেন।" মাষ্টৰে বোলে "আচল কথাটো মনবৰ আহিলেহে ওলাব। সজে সজে এওঁ কৈ দিয়া হ'লেই ভাল আছিল। ল'ৰাকেইটা আহি মাৰকিল কৰে বুলিহে মোৰ ভয় লাগি আছে।" ৰূপহীয়ে আকৌ ক'লে— ইয়াৰ গাৰ মগুহ আকবৰকাইতে আজি বখলা বখলে এৰুৱাবহি।" কথা-বতৰা হৈ থাকোতেই আকবৰ আৰু বংশীয়ে দুয়ো হাত পিছলৈ ধৰি মনবৰক লৈ আহি পালেহি। দীঘলাই বোলে— "মনবৰ ককায়ে মাত নামাতে। বকুল জোপাৰ তলত ভূত বহাদি তেওঁ বহি থকাৰ পৰা ধৰি লৈ আহিছো। এতিয়া তোমালোকেহে যদি মুখৰ মাত উলিয়াব পাৰা, বেজ মোমাই।"

বংশীয়ে বোলে—"এতিয়া আহি বোপাই মই একো নামালো। ভালে ভালে আচল কথাটো কৈ নিদিলে এতিয়া মোৰ হাত চলি যাব।" ৰহেশ্বৰ বুঢ়া আৰু দিহিঙীয়াই বহুত চেষ্টা কৰিও মনবৰৰ মুখৰ এষাৰ মাত উলিয়াব নোৱাৰিলে। মনবৰে বহাতে যি তলমূৰ কৰিলে, তাৰ পিছত মূৰ নদঙা হ'ল। মাষ্টৰে বোলে "বেজ ককাইদেৱে বিহলঙনীৰে কোব কেইটামান দিলেহে যদি তেওঁৰ গাৰ ভূতটো আঁতৰি যায়। আপুনি তেওঁক পৰীক্ষা কৰি চাওঁকচোন।" মাষ্টৰে তামাছা কৰি কোৱা কথা মিলনে নুবুজিলে। সচাঁকৈয়ে কিবা ভূতে-চুতে মনবৰক লম্ভিছে বুলি পৰীক্ষা কৰিবলৈ মিলন আগবাঢ়ি গৈছিলেই। "চাওঁ তুমি গুচা, তাৰ গাৰ ভূতটো মই বাহিৰ কৰিম" বুলি মনবৰৰ দীঘল চুলিকোছাত বংশীয়ে খামোছা মাৰি ধৰি ঘটাজি ঘটাজি "সৈ কাঢ় সৈ কাঢ়" বুলি এটা খিয় গোৰ লগাই দিলে। মিলন, ভুধৰইতে মনবৰক গুৰিওৱাৰ কাৰণে বংশীক দপদপাই উঠিছিল। আকবৰে বোলে— "মই তেওঁৰ গাত হাত লগোৱাগৈ নাই, সহ্য কৰি আছো। কিন্তু তেওঁ সজে সজে কথা নক'লে, মই সৈা কৰি দিম, কৈ দিছো।"

অবস্থা বেয়ালৈ যোৱাৰ কাৰণে মাষ্টৰে বুদ্ধি এটা কৰি বোলে "আপুনি বাক অনাহকত ল'ৰাৰ হাতৰ মাৰখন খাইছে কেলৈ? জগন্নাথে আমাক সকলো কথা ক'লেই; আপোনাৰ কথাৰ সৈতে জগন্নাথে কোৱা কথাবোৰৰ মিল হয়নে নহয় সেইটো জানিবৰ কাৰণেহে সিহঁতি আপোনাক সুধিছে। ইমানতে সঁচা কথা কৈ দিয়ক, নহ'লে আমি সিহঁতক বাধা দি ৰাখিব নোৱাৰো।" দিহিঙীয়াই বোলে— "হেৰ' তোক মৰা গোৰকেইটা মোৰ নিজৰ কঁকালতে পৰা যেন লাগিছে পায় মনবৰ। আমি চকুৰে এইবোৰ কাণ্ড চাই থাকিব নোৱাৰো। কি কৰ? পেটৰ কথা খুলি ক'লে ক'। নহ'লে আমি ইমানতে যাওঁগৈ। হাতীৰ ভয়ত গধূলি গাঁৱৰ মানুহ ঘৰৰ বাহিৰলৈ ওলাব পৰা নাই। তেনেস্থলত তইনো বকুল তলত অকলে কেনেকৈ বহি আছিলি?" ভূধৰে বোলে "অসতীৰ সঙ্গে সঁতী নষ্ট যায় বুলিছে। তুমি যদি কেতিয়াবা অসত সঙ্গত পৰি সিহঁতক দিব খোজা পইচাখিনি কাঢ়ি ল'বলৈ বাটত খাপ দি আছিলা তাকে কৈ দিয়া। সঁচা কথা কৈ ৰাইজক ক্ষমা খুজিলে হাজাৰ দোষ মাফ হয়।" কথাৰে কলকলাই থকা মানুহটো পানীত পৰা মেকুৰীৰ দৰে জুপুকা মাৰি বহি থকাত ক্ৰমে সকলোৰে সন্দেহ বেছি হৈ গৈছে। ৰহেশ্বৰ বুঢ়াই ইমান সময় তলকা মাৰি কথাবোৰ শুনিহে আছিল। বংশীয়ে যে মনবৰকে সুদাই নেৰিব সেইটো কথা মনবৰক বংশীয়ে পিঠিত গুৰিয়াই দিওঁতেই উমান পাইছে। কিন্তু আকবৰে মনবৰৰ গাত হাত উঠালে কথা অতি গুৰুত্বৰ হ'ব। সেইটো হ'ব লাগিলে হিন্দু-মুছলমানৰ গণ্ডগোল আৰম্ভ হোৱাৰ আশংকা কৰি বুঢ়াই মাত দিলে, "হয়নে ঐ মনাই, তই সমাজৰ কামত আগৰণুৱা মানুহটোৱে ৰাইজক এইবোৰ কি লীলা দেখুৱাইছ? ইমানখিনি মানুহে বাৰে বাৰে সোধোতেও তই, নেবা বুলিলে চাৰি চাপৰ বোৱা, ঢিখৰ মানুহটোৱে মুখেৰে মাত এষাৰ নামাত? নিবোকা চামোন হৈ তই আমাক ভৰিবে গচকিছ?" ৰহেশ্বৰ বুঢ়াৰ ক্ৰমে খুব খং উঠি গ'ল। বহাৰ পৰা উঠি বোলে- ফুকলীয়া ল'ৰাকেইটাই আমাৰ আগতে তোক ভৰিৰে গুৰিয়াইছে, তথাপি তোৰ পেটৰ কথাখিনি খুলি নকৰ? তই খেমালী পাইছ নেকি? নে ভাওনাত দেখুৱাৰ দৰে আমাক কিবা চং দেখুৱাইছ। মই হ'লে যাওঁ পায়, মিলন। এনেকুৱা মানুহক হাড়ে-মুৰে গুৰি কৰি মাৰিলেও পাপ নহয়। মই আহিলো। ৰহেশ্বৰ বুঢ়া যাবলৈ ওলালত মনবৰে মুখ মেলিলে। "মোমাই, সিহঁতৰ মাৰত মোৰ মূৰৰ পোকবোৰ ওলাই যদি ওলাওক বুলি মই নমতাকৈ আছো।

মোৰ পাপৰ পৰাচিত সিহঁতেহে কৰিব পাৰিব। মই ৰাইজৰ তেজ খাইছিলো। সেই মজদুৰ ল'ৰা ছোৱালী হালক মৰা আৰু খলিফাক বধ কৰাৰ কথা মই নাজানিছিলো যদিও হাতীয়ে ধান লোকচান কৰাৰ কথাবোৰ মই জানিও ৰাইজক কোৱা নাছিলো। বংশী আৰু আকবৰক হাতীয়ে গছ কাই মাৰিবলৈ তেওঁলোক এতিয়া তাত বহি আছে কাৰণে মই সিহঁত দুটাক বাটৰ পৰা ঘূৰাই পঠিয়াম বুলিহে বকুলজোপাৰ তলত বহি আছিলো।" মনবৰে কথাখিনি সেহাই সেহাই কৈ আকৌ তললৈ মূৰকৈ বৈ থাকিল।

বংশীহঁতে আনকি মাষ্টৰেও মনবৰৰ কথাৰ অৰ্থটো ভালকৈ বুজিব পৰা নাই। ইজনে সিজনৰ মুখলৈ চাই থাকোতেই দীঘলাই ৰোলে— ৰাইজে বুজি নোপোৱাকৈ সেইবোৰ কি বকিছা? বলোৰামহঁতক হাতীয়ে মৰা কথাটো তুমি নাজানো বুলি কৈছা? তুমি দেখোন নিজেই মৰা মানুহ দুটা চাইচিলাগৈ? কেলেই খলিফাক মেডিকেললৈ নিবলৈ দেখোন তুমিয়েই কংসৰ জীপ গাড়ীখন লৈ আহিছিলা? আকৌ বোলে হাতীয়ে ধান খোৱা কথাটোহে জানা। আকৌ বোলে হাতীয়ে গছকাই আকবৰহঁতক মাৰিবলৈ কংসহঁত বৈ আছে। সেইবোৰ কি লাগ বান্ধ নোহোৱা কথা কৈছা" ভূধৰে মনবৰলৈ পোন্দোৱাকৈ চাই বৈ আছে।

মিলনে বোলে— তাক মাৰকিল কৰি লাভ নাই ঐ ল'ৰাহঁত। মই চাওঁতে ইয়াৰ মূৰৰ কিবা গোলমাল হে হৈছে। হেৰ', বকুল তলত দিনতে মানুহ থিয় হৈ বৈ নাথাকে, তেনেস্থলত এই ৰাতিখন চাচোন? কিহবাই নাপালে সি বকুল তলত কেতিয়াও বহিবগৈ নোৱাৰে। হেৰ' সি কি বকিছে শুনছোন বোলে হাতীয়ে গচকাই তহঁতক মাৰিবলৈ বৈ আছে। হেৰ' বনৰীয়া হাতীৰে গচকাই মানুহ মাৰিবলৈ বান্ধি থ'ব পাৰেনে? কি আচৰিত কথা কৈছে। মনবৰক ভূত-পিশাচে লম্ভিছে বুলি মিলনে ইংগিত দিয়াত ৰহেশ্বৰকে আদি কৰি তাত থকা বুঢ়াকেইজনৰ দৃঢ় বিশ্বাস হ'ল— মনবৰক ভূতে পালে। তেওঁলোকে আনকি আকবৰেও মনবৰক বিশেষ সন্দেহৰ চকুৰে চাবলৈ লাগিলে। মাষ্টৰে মিলনৰ সন্দেহত গুৰুত্ব দিয়া নাছিল। বংশীয়ে মনবৰৰ কথাবোৰত যেন কিবা বুজিছিল। ৰূপহীয়ে কোৱাৰ দৰেই আকবৰহঁতক মাৰপিট কৰিবলৈ পইচা দিয়াৰ আশা দেখুৱাই, সিহঁত দুটাই যেন মাতি নিব খুজিছিল। হাতীয়ে গচকাই সিহঁত হালক মাৰিব। কিন্তু মনবৰে কথাবোৰ যেন লুকুৱাইছে। তাক খুব পিটিব লাগিব। সি

ভাও ধৰিছে। কথাবোৰ ভাবি ভাবি সি মনবৰৰ ওচৰলৈ আকৌ আগবাঢ়ি গৈ বোলে "তই কিন্তু মোৰ পিছত বৰকৈ লাগিছ। তোৰ পেটৰ কথাবোৰ তোৰ কলিজাটো ফালি চিৰি, এতিয়াই উলিয়াই চাম।" লগে লগে বংশীয়ে মনবৰৰ ডিঙিত দুই হাতেৰে টেপা দি ধৰিলে। মনবৰে ধৰফৰাবলৈ ধৰিছিল। বকুল, মাষ্টৰ আৰু দীঘলাই বংশীক কোনো ৰকমেহে আঁতৰাই আনিলে।

বংশী আঁতৰি আহি আকৌ কলে "তোক মই এতিয়াও কৈছো তই সঁচা কথা ক'লে ক', ন'হলে মই তোক মাৰি পেলাম। তোক আজি মই ৰাইজৰ আগতে কাটিম"। বংশীৰ গোজৰণিত মনবৰৰ মুখৰ মাত ওলাল। মনবৰে সেহাই সেহাই বোলে "মই পাগল হোৱা নাই, ৰাইজ। মই সঁচা কথা কৈ দিছো। বংশী আৰু আকবৰক গচকাই মাৰিবলৈ হাতীটো শিমলু গছত বান্ধি থৈছে। বনৰীয়া হাতী ওলোৱা নাই। ৰামধাৰীয়ে অকলশৰীয়া পৰা যিটো ঘৰচীয়া হাতী আনি ৰাইজৰ ধান খুৱাইছিলে, সেই হাতীটোকে তাত বান্ধি থৈছে।" ঘৰচীয়া হাতীৰে ধান খুৱাইছিল আৰু সেই হাতীটোৰেই বংশী আৰু আকবৰক গচকাই মাৰিব বুলি মনবৰে কোৱাৰ লগে লগে তাত থকা প্ৰতিজন মানুহৰে বুকুৰে একোটা জোকাৰণি অনুভৱ কৰিলে। প্ৰতিজন মানুহৰ চকুত আশ্চৰ্য্য আৰু সন্ত্ৰাস ভাব প্ৰকাশ পালে। কাৰো মুখৰ পৰা এটা শব্দও ওলোৱা নাই।

মনবৰে আকৌ আৰম্ভ কৰিলে "মই সঁচা কথা কৈছো ৰাইজ। ৰাতিৰ আন্ধাৰত হাতীৰ ওপৰত ধানৰ গোছাৰ দৰে মানুহৰ দেখাটো মাউতহে, ধান নহয়"। কংসই কৈছিলে— "কুকুৰবোৰে আহি অলপ মাটিৰ ধান নিদিওঁ বুলি কৈছে, কওক। এবছৰহে নালাগে দহ বছৰলৈ ধান নাপালেও আমাৰ একো নহয়, কিন্তু এবছৰ ধান নাপালে ভিকাৰীহঁতৰ পেটৰ ভোকত বলীয়া হৈ আমাৰ ভৰিত ধৰিবহি লাগিব। আৰু বংশী আকবৰ এই প্ৰধান শত্ৰু দুটাক একেপাট অস্ত্ৰেৰেই শেষ কৰি পেলাম।" মনবৰৰ মুখৰ কথাবোৰ আকবৰ আৰু বংশীয়ে শুনিব পৰা নাই। সিহঁতৰ গাবোৰত যেন বৰলে কামুৰিছে। আকবৰে যেন মনবৰৰ মুখখন টেপা মাৰি ধৰি মাত বন্ধ কৰি দিব। সিহঁতি চতফটাই আছিল।

আকবৰে কিবা এটা ক'বলৈ ধৰোতেই দীঘলাই বোলে-" এই মনে মনে থাকচোন আকবৰ। কথাবোৰ শুনি লওঁ। মনবৰে লাহে লাহে কৈ আছিল। "খলিফাক মৰাৰ উদ্দেশ্য হেনো কংসৰ নাছিল। খলিফাক বিপদত পেলাবৰ

কাৰণেহে হেনো হাতীৰে ঘৰ ভঙাইছিল। ফৰেষ্টাৰৰ লগত মিলৰ পৰা মানুহ পঠিওৱাৰ আচল কাৰণ হেনো বেলেগ আছিল। তেনে কৰিলে মানুহবোৰ ঘৰে ঘৰে শুই পৰিবগৈ আৰু বংশী গৈ ঘৰত শুই থাকোতেই ফুলেশ্বৰীৰে সৈতে দুইটাকে একেলগে হাতীয়ে শেষ কৰি পেলাব। দুয়োটাকে বান্ধিলে হাতীয়ে গচকাই মাৰিবলৈ তেওঁলোক দুজন তাত বৈ আছে।"

"খলিফাৰ অৱস্থাটো দেখি মই ৰ'ব নোৱাৰিলো বাইজসকল। তাক দেখা মাত্ৰকে মই গৈ কংসৰ হাতে-ভৰিয়ে ধৰি জীপ গাড়ীখন আনিছিলোগৈ। বলোৰাম আৰু ফুলেশ্বৰীক হাতীয়ে গচকাই মৰা আৰু খলিফাৰ ঘৰ ভঙা, আনকি এতিয়া সিহঁত দুটাক হাতীয়ে গচকাই মাৰিবলৈ যিবোৰ কথা কংস আৰু ৰামধাৰীয়ে পাতিছিল সেইবোৰ মই বাহিৰৰ পৰা আজি দিনতেহে শুনিছিলো। তেওঁলোকে সেইবোৰ আলোচনা মোক লুকুৱাই কৰিছিল। মানুহবোৰক প্ৰাণে মৰা ফান্দ পতাৰ কথা শুনি মোৰ পেটতে হাত ভৰি লুকাইছিল, দিহিঙীয়া কাইটি! মই কি কৰো, কি নকৰোঁকে তোমালোকৰ ওচৰলৈ কথাবোৰ কবৰ কাৰণে আহিব খোজোতে এওঁ জগন্নাথে মোক লগত লৈ আনিলেগৈ। মই তেওঁৰ লগত আহিলো। আহিলো যদিও আকবৰ আৰু বংশীক বাটৰ পৰা ঘূৰাই পঠিয়াবৰ কাৰণে বকুল তলত বৈ থাকিলো।" কথাবোৰ কৈ মনবৰে কান্দিবলৈ ধৰিলে। তাৰ পিছত বোলে— মোৰ চকু দুটা সিহঁতি প্ৰথমতে কণা কৰি দিয়ক। বঙহৰ মঙহ খোৱা এই মহাপাপ মই কৰা নাই যদিও সেই দোষৰ মই সমান ভাগী। মই দীঘল দি পৰিছো, বাইজ! মোৰ ডিঙিটো আগবঢ়াই দিছো, এই নৰকীক ৰাইজে যি ইচ্ছা তাকে কৰক ": বুলি হাও হাও কৈ কান্দি মূৰত ভুকুৱাবলৈ আৰম্ভ কৰিলে। আকবৰে মনবৰৰ মুখতে থিয়ে থিয়ে প্ৰকাণ্ড গোৰ এটা মাৰি দিলেগৈ। মনবৰৰ কান্দোন বন্ধ হ'ল যদিও লৰা দাঁত এটা সৰি মুখেদি তেজ ওলাবলৈ আৰম্ভ কৰিলে। আকবৰে মনবৰক গোৰ মৰা কথাটোৱে অন্য সময়ত হোৱা হ'লে বেলেগ ৰূপ ললেহেঁতেন। কিন্তু সেই মুহূৰ্ত্তত কোনেও তাৰ প্ৰতিবাদ নকৰিলে। মনবৰৰ কথা কাওৰ জোখাৰে গোৰ মৰাটো যেন একো শাস্তিয়েই হোৱা নাই। মনবৰৰ কথাবোৰ মানুহবিলাকে বিশ্বাসত লবলৈ টান পাইছে। হৈ যোৱা ঘটনাবোৰৰ লগত কথাবোৰৰ যে কোনো অমিল হোৱা নাই।

ৰহেশ্বৰ বুঢ়াই দীঘল হুমুনিয়াহ এটা পেলাই বোলে - হে কৃষ্ণ দয়াশীল

দেৱ। এইবোৰ আমাক কি দেখুৱাইছা? কি শুনাইছা? দেশ ৰসাতললৈ যাবৰ হ'ল হ'ক ঐ। হেৰ' টকী বাইস্কোপত দেখুওৱাৰ দৰে এইবোৰচোন তেজ মঙহৰ মানুহেই কৰিছে-বুকুখনচোন কিবা উজান ভাটি কৰিছে পায়।" ৰহেশ্বৰে তলমূৰ কৰিলে। বহি থকা মানুহবোৰৰো একেই অৱস্থা। সকলো বজ্ৰপাত পৰা মানুহৰ দৰে জঠৰ হ'ল।

সেই নীৰৱতা ভঙ্গ কৰি মাষ্টৰে ডাঙৰ ডাঙৰকৈ বোলে— ৰাইজসকল, এটা নহয়, তিনিটা মানুহৰ মৃত্যুদণ্ড দিয়াৰ পিচতো আৰু দুটা মানুহকো হত্যা কৰিবলৈ আশা পালি সিহঁতি বহি আছে এতিয়াও। এতিয়া আপোনালোকে কওক, নিৰপৰাধী এই তিনিটা মানুহক বধ কৰা আৰু ৰাইজৰ ইমান অনিষ্ট কৰা নৰ-পিশাচকেইটাক আপোনালোকে কিবা শাস্তি দিব পাৰিবনে? আপোনালোকে মাৰ বান্ধি থিয় হ'ব পাৰিব? সিহঁতক জেললৈ পঠিয়ালেই নহব। এই দাংধৰা অঞ্চলত গেলি-পচি নমৰালৈকে সিহঁতক এঘৰীয়া কৰিব লাগিব, পাৰিব? মাষ্টৰে কথা কৈ থাকোতেই যথেষ্ট উত্তেজিত হৈ গৈছিল। শেষত চিঞৰি চিঞৰি ক'লে— মোৰ প্ৰশ্নত উত্তৰ দিয়ক, এই নাৰকীয় অত্যাচাৰৰ বিচাৰ লাগে বুলি গোটেই গাঁৱৰ মানুহে একেলগে আকাশ-পাতাল খলক লগাই চিঞৰিব পাৰিব?

মাষ্টৰে কথা কৈ থাকোতেই আলোচনা কৰি থকাৰ পৰা বংশীয়ে মনবৰৰ ওপৰত আকবৰ আৰু বকুলে জগন্নাথে ওপৰত জপিয়াই পৰি খুন্দিবলৈ লাগি গ'ল। হাত বন্ধা অৱস্থাত দুটা মানুহৰ মাৰৰ চোতত জগন্নাথে কাপোৰে কানিয়ে পেচাব কৰি দিলে। পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰ হৈ পৰিলে। দীঘলা ভূধৰ আনকি ৰহেশ্বৰ বুঢ়াই টনা-আজোৰা কৰিও আকবৰহঁতক এৰুৱাব পৰা নাই। ৰূপহী লেণ্ডেৰীহঁতো মাজত সোমালহি। শেষত "মৰি থাকিব ঐ" বুলি ৰূপহীয়ে চিঞৰি দিলত বংশীৰ হাতত ধৰি মাষ্টৰে টানিছিলগৈ। মনবৰক এৰি বংশীয়ে জগন্নথাক ডিঙিটোত টেপা মাৰি ধৰিলগৈ। মাষ্টৰে আকৌ টনা-আজোৰা কৰিছিলগৈ কিন্তু ঠেলা হেচাত মাষ্টৰে থেকেছা খাই পৰিলগৈ।

কাৰো মাত কোনেও নুশুনা অৱস্থা হোৱা দেখি দীঘলাই বোলে— "আমি যাওঁগৈ আহা, ৰাইজ।" মাষ্টৰে পৰা ঠাইতে বহিয়ে থাকিল। "তই মোক কংসৰ বন্দুকটো উলিয়াই আনি দিবিনে নিদিয় ক'?" বংশীয়ে চিঞৰি ক'লে। বকুলৰ মুখতো সেই একেই কথা। জগন্নাথ কংসৰ বন্দুকটো আনি দিব লাগে।

মাৰৰ চোতত উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হৈ জগন্নাথে বন্দুক উলিয়াই দিম বুলি ক'লে। তেন্তে ব'ল বুলি আকবৰে জগন্নাথক মৰা গৰু টনাদি এচোৱা চোচৰাই নিছিল।

মাষ্টৰ উঠি আহি "তহঁতি ইমান উত্ৰাৱল হৈছ, কিয় বুলি চিঞৰিলে। মোক আনকি এই বুঢ়া মানুহটোক বগৰাই পেলাই দিছ?" দীঘলাই খঙত জ্বলি-পকি উঠি বোলে— "এই বুঢ়া মানুহটোৱে তহঁত দুটাক যমৰ হাতৰ পৰা ৰক্ষা কৰিলেনে নাই?" তহঁতৰ জোটাপোটাত মাষ্টৰ এই বুঢ়া মানুহজনে কৰ্ফাল খায় পৰিছেগৈ।" দীঘলাই কিবা-কিবি কৈয়েই আছিল। তলমূৰ কৰি জগন্নাথ বহি ৰ'ল।

"মোক এটা কথাৰ উত্তৰ দে, বন্দুকটো আনি কি কৰিব খুজিছ" বুলি মাষ্টৰে বংশীক প্ৰশ্ন কৰিলে। বংশী, আকবৰ দুয়োটাই একেলগে উত্তৰ দিলে- "সিহঁত দুটাক মাৰি পেলাম।" তিনিওটাই একেলগে চিঞৰি কোৱাৰ দৰে ক'লে যে সিহঁতি এতিয়া কাৰো কথা নুশুনে। কংস আৰু ৰামধাবীক মাৰিবই।

মাষ্টৰে বোলে— "মোৰ কথা শুন যদি মই ইয়াত থাকিম আৰু নুশুনিলে এতিয়াই সাঁতৰি যাম। মই আঁতৰি যোৱাৰ পিচত, খবৰদাৰ, কিন্তু এই প্ৰসঙ্গ লৈ মোৰ ওচৰলৈ কোনো নাহিবি। যুজিবলৈ ফেৰ পাতি ঘূৰি ফুৰা মটা ম'হৰ দৰে সিহঁতি তিনিওটাই ইফালে সিফালে ঘূৰা ঘূৰি কৰি আছিল। আকবৰে চিঞৰি ক'লে 'মই তাৰ বদলা ল'ম। মোমাইৰ মূৰটো মই কাটিমেই— আপোনালোকে এতিয়া যি ক'লেও মই নুশুনো। তাৰ মূৰটো মই আনি দম। বংশী, তাক চোঁচৰাই লৈ যাওঁ বল। সি বন্দুকটো আনি দিব লাগিব।"

মাষ্টৰে উপায়বিহীন হৈ বোলে "তেন্তে মই ইয়াত থকাৰ কোনো প্ৰয়োজন নাই। মই যাওঁগৈ।" মাষ্টৰে টৰ্চটো জ্বলাই বাতলৈ আগবাঢ়িল। বহেশ্বৰ বুঢ়াই বোলে, আমিও যাওঁ ইয়াত কাৰো কথা কোনেও নুশুনে যেতিয়া মানুহ থকা উচিত ন'হব। ভূধৰ, তহঁতি যাবনে থাক?" বুঢ়াকেইজন আগবাঢ়ি গৈছিলেই। তেনেতে সোণধৰে বোলে— "হয় বংশী, নতবা নিচিন্তাকৈ কিবা এটা কৰিব পাৰিবি, পিছে বিপদ হ'ব। তাকে চাই তহঁতি মাষ্টৰ আৰু বুঢ়াকেইজনক মাতি আন। এটা আলোচনা কৰি কাম কৰহঁক। বকুল মাষ্টৰহঁতক মাতিবলৈ গ'ল। মাষ্টৰহঁত আকৌ ঘূৰি আহিল। বুঢ়াকেইজনো আহিল।

বংশীয়ে বোলে "চাৰ, আপোনালোকে এতিয়া কি কৰিবলৈ ক'ব

আছে?" মাষ্টৰে বোলে— "মূল শত্ৰু দুটাই এই কথাবিলাক এতিয়াও ৰাইজৰ আগত স্বীকাৰ কৰাহি নাই। সিহঁতি পলাই গ'লে কালিলৈ যদি এইবোৰ কথা মিছা বুলি কয়। তহঁতি কেনেকৈ সঁচা বুলি প্ৰমাণ কৰিবি? সিহঁতি মিছা অপবাদ দিছে বুলি গাঁৱত পুলিচ মিলিটেৰী নমাবহি। ইমান দিনৰ পৰিকল্পনাটো তহঁতি এঘণ্টাৰ ভিতৰত নিজে ধ্বংস কৰিব়লৈ আগবাঢ়িছ কিয়?" ইমান পৰে সেই প্ৰশ্ন কথাটো কাৰো মনত খেলোৱা নাছিল। মাষ্টৰে কোৱাৰ লগে লগে বংশীয়ে কলে "বলহক— সিহঁত দুটাক ধৰি আনোগৈ।" "সিহঁতক ধৰি আনি ৰাইজৰ কাঠগড়াত বিচাৰৰ বাবে থিয় কৰিব লাগিব।" মাষ্টৰৰ মুখৰ শেষৰ কথাখিনি সিহঁতৰ কাণত নপৰিলগৈ। সিহঁত হুৰমুৰকৈ বহুত দূৰ আগবাঢ়িল।

বংশী, ফণিধৰ, মৈইন, সোণধৰ, দীঘলা আদি মানুহখিনি যিটো কোবত ওলাই গৈছে মিলনে দেখি থৰ লাগিল। সেইটো কোবত গৈ যদি কংসহঁতক গৰা মাৰি ধৰেগৈ কি হ'ব? কংসহঁতৰ হাতত যদি বন্দুক আছে! যদি সেই কেইটাই গুলীয়াই দিয়ে তেতিয়া কি অবস্থা হ'ব? কিবা উপায়েৰে যদি কংসহঁতক ধৰি আনিব পাৰে, তাৰ পিচত কি হ'ব? সেই কথাবোৰকে ভাবি ভাবি ৰহেশ্বৰ বুঢ়াই প্ৰমাদ গণি থাকোতেই নিয়াজ বুঢ়াই জেপৰ পৰা বিড়ি এমুঠি উলিয়াই দি ক'লে— "লোৱা কাইটি এহোপা মাৰা।"

"দে পায়, বিড়ি এহোপা মাৰিলেহে যদি মুখৰ মাত ওলাব। ডিঙিটো শুকাই গৈছে।" বিড়ি মুঠি ভাগ হ'ল। বিড়ি দুহোপামান মাৰি ৰহেশ্বৰে ক'লে, "নাই নাই বুজিছ, নিয়াজ, ঘটনা ডাঙৰেই হৈছে। তহঁতি বহ। মই যাওঁ।" মিলনে বোলে "ঘটনা ডাঙৰ হৈছে কাৰণেহে আমি থাকিব লাগে। ল'ৰাকেইটাই কি ঘটনা কৰে একো ঠিক নাই। তাতে ৰূপহীজনীও সিহঁতৰ পিছে পিছে দৌৰি গৈছে।" "মোৰ বিবেচনা মতে ইয়াত বহি থকাতকৈ আপোনালোক বয়সস্থ কেইজন পঞ্চায়ত অফিচৰ ওচৰলৈ যাওঁক। কোনেও নভবা ঘটনা কিছুমান ঘটিছে? পুনৰ কিবা অঘটন ঘটাৰ আগতে আপোনালোকো তালৈ যোৱাটোহে ভাল হ'ব" মাষ্টৰে ক'লে । দিহিঙীয়াই কথাটোৰ গুৰুত্ব বুজি পাই জুইৰ ওচৰত বহি থকাৰ পৰা উঠি আহি বোলে—"মাষ্টৰে ভাল কথাটো কৈছে দেই, যাওঁ আহাঁক।" দিহিঙীয়া আগবাঢ়ি গ'লেই। ৰহেশ্বৰ, মিলন আৰু নিয়াজ বুঢ়াইও দিহিঙীয়াৰ পিছ ল'লে।

দীঘলা বসন্তই বোলে, "মইও তালৈকে যোৱাটোহে ভাল আছিল মাষ্টৰ,

পিছে আপোনাক অকলশৰীয়াকৈ এৰি থৈ যাবলৈ মোৰ মনে কোৱা নাই। কি কৰো কওঁক?" "মোক বন্দিশালে তুমি থাকিব নালাগে, কিন্তু সেই দুজনক চাবলৈতো কোনোবা এটা থাকিব লাগিব। চৰকাৰৰ ঘৰৰ পৰা ক্ষতিপূৰণ সেই দুজনে কেতিয়াও অনা নাই। আনিব নোৱাৰে। এই দুটা মানুহৰ কথাৰ পৰাহে ষড়যন্ত্ৰটো ওলাইছিল। তেওঁলোকক এইদৰে বান্ধি খুলি পলাই যাবলৈ চেষ্টা কৰে? মই বা তেওঁ লেঙেৰীয়ে বাধা দিব পাৰিম জানো? সেই কাৰণেই মই তোমাক যাবলৈ কোৱা নাছিলো। এতিয়া অন্য এটা কথা কওঁচোন শুনা। সেই দুটাক ইমান সহজতে বংশীহঁতে ধৰি আনিব বুলি মই বিশ্বাস কৰিবলৈ টান পাইছো। যদি চিকিউৰিটি লৈ আহিছে? ধৰি ল'লো সেই হালক ধৰি আনিলেই তেতিয়া কি কৰিম বুলি ভাবিছা কোৱাচোন?"

দীঘলাই জুইত খৰি দুডালমান জাপি দি থকাৰ পৰাই ক'লে, "মাৰপিট কৰিব লাগিলে কিন্তু খুব ডাঙৰ গণ্ডগোল হ'ব মাষ্টৰ। কালিলৈ গোটেই জাককে হালে হালে সাঙুৰিব পাৰি। আপোনাৰ বুদ্ধি মতেই ইমানখিনি হৈছে। পিচত কি কৰিব লাগিব আপুনিয়েই ক'ব লাগিব।"

"মোৰ মতে, ধৰি আনিব পাৰিলে, ৰাইজেহে ধৰি আনিব। আৰু সিহঁতৰ বিচাৰো ৰাইজেহে কৰিব লাগিব আৰু বিচাৰ কৰিবলৈ দাংধৰাৰ পৰা জালুকণিলৈ আটাইকেউখন গাঁৱৰ ৰাইজক মাতি আনিলেহে প্ৰকৃত বিচাৰ কৰা হ'ব। এইবোৰ বিচনাৰ তলৰ উৱহ নহয়। সমাজৰ ভেটি উচন কৰা উৱহ। সমাজৰ চকু মেল নাখাই কাৰণে নেদেখে। সমাজক এইবোৰ উৱহৰ সদায় প্ৰয়োজন থাকে কাৰণেই, সিহঁতক মোৰাৰি নাযায়।"

যিয়েই নহওঁক কথাষাৰ শুনি মাজৰ মজালৈকে শুহি খাই থকা কেইটামান উৱহক ৰাইজে দেখিছে। এতিয়া সিহঁতৰ বিচাৰ ৰাইজে কেনেদৰে কৰে, সেইটো ৰাইজলৈহে এৰিলো। তুমি শুৱগৈ যোৱা, মই যাওঁ।" জুইৰ ওচৰৰ পৰা মাষ্টৰ যাবলৈ বুলি থিয় হ'ল।

দীঘলা বসন্তই লগে লগে থিয় হৈ বোলে— "এঃ আপুনিনো কি দলনিত গোনা মেলাৰ দৰে ল'ৰামথাক এৰি যাবলৈ ওলাইছেহে মাষ্টৰ। তিনিটা মানুহ বধ কৰিলেও বাকীকেইটাক মৰণৰ পৰা আপুনি ৰক্ষা কৰিলে। আপোনাৰ বুদ্ধি নহ'লে ৰাইজে একো কৰিব নোৱাৰে। আপোনাক আমি থৈ আহিমগৈ। ভয় খাইছে নেকি? দমেইটা চিকিউৰিটিয়ে বন্দুক টোৱালেও আপোনাৰ সন্মুখত

আমি বুকু পাতি থিয় হ'ম। আপুনি যাব নোৱাৰে।" লেণ্ডেৰীয়ে বোলে, "বিবেকা দাদা আপুনি গুচি গ'লে আকবৰক মই চম্ভালিব নোৱাৰো, অলপ সময় আপুনি ধৈৰ্য্য ধৰক।"

হাত বন্ধা অৱস্থাৰে মৃত্যুৰ ক্ষণ গণি থকা জগন্নাথেও কান্দি কান্দি আৰম্ভ কৰিলে, "ছাৰ আপুনি এৰি থৈ গ'লে বংশীয়ে মোক ডিঙি চেপি মাৰি পেলাব ছাৰ।"

মাষ্টৰৰ সন্মুখত এটা অভাৱনীয়, ভয়ংকৰ জটিল সমস্যা। এই সমস্যাত ল'ৰাজাকক এৰি যোৱাতো অমানৱীয় কাৰ্য্য কৰা হ'ব।

অলপ সময় চিন্তা কৰি মাষ্টৰে বোলে "মই কৰিবলগীয়া এতিয়া একো নাই দীঘলা, মই কোৱা মতে ৰাইজক গোট খুৱাবা, ৰাইজে যদি প্ৰয়োজন বোধ কৰে, মোক খবৰ দিবা। মই আহিম।"

"দুটা সিংহক জালত পেলাই ধৰিলে ঐ" বুলি কোনোবাই চিঞৰি কৈছে। মাষ্টৰে খবৰকৈ খোজ দিলে।

।। শেষ ।।